অসমৰ শিক্ষা-বিভাগৰ ডিৰেক্টৰৰ দ্বাৰা নিৰ্দ্ধাৰিত নতুন কেৰিকুলাম অনুসৰি
সপ্তম আৰু অষ্টম শ্ৰেণীৰ বাবে মঞ্জুৰী কৰা পুথি।
[ *The Assam Gazette No. 146 G., dated 25-11-59* ]

---

# ভাৰতৰ চমু বুৰঞ্জী

[ সপ্তম আৰু অষ্টম শ্ৰেণীৰ বাবে ]


শ্ৰীপ্ৰভাতচন্দ্ৰ শৰ্ম্মা, এম্‌. এ. ( বনাৰচ )
ডিপ্‌ এডুকেছন্‌ ( লণ্ডন ), ডিপ্‌ এডাল্ট্‌ এডুকেছন্‌ ( নটিংহাম ),
ভূতপূৰ্ব্ব চেক্ৰেটৰী, অসম মিড্‌ল স্কুল এক্‌জামিনেছন
বোৰ্ড, এডুকেছন্‌ অফিচাৰ মিনিচ্‌ট্ৰি অব্‌
এডুকেছন, গৱৰ্ণমেণ্ট অব্‌ ইণ্ডিয়া
প্ৰণীত




বেচ ৩·৫০ টকা

প্ৰকাশক—
শ্ৰীঅৰুণচন্দ্ৰ গুহ
অসম বুক ডিপো
গুৱাহাটী : কলিকতা।

দ্বাদশ তাঙৰণ
১৯৭১ ইং

মুদ্ৰাকৰ—
শ্ৰীঅৰুণচন্দ্ৰ গুহ
শ্ৰীসৰযূ প্ৰেছ
শ্ৰীৰামপুৰ, হুগলী
ফোন : ৬০১

# সূচীপত্ৰ

## প্ৰাচীন যুগ

বিষয় পৃষ্ঠা



## মধ্য যুগ





বিষয় পৃষ্ঠা

## আধুনিক যুগ

বিষয় | পৃষ্ঠা





বিষয় | পৃষ্ঠা

---

# ভাৰতৰ চমু বুৰঞ্জী

## প্ৰথম অধ্যায়।

## প্ৰাচীন যুগ।

**ভাৰতৰ প্ৰাকৃতিক বিৱৰণ, নানা জাতি আৰু ভাষা**—ভাৰতবৰ্ষ এখন প্ৰকাণ্ড দেশ। ইয়াৰ আয়তন ৰাচিয়াক বাদ দি প্ৰায় ইউৰোপৰ সমান। ইয়াৰ ভৌগোলিক বিৱৰণত এনে বিভিন্নতা আৰু ইয়াৰ অধিবাসীৰ ৰীতি-নীতি, ধৰ্ম্ম, ভাষা আৰু সমাজৰ এনে বৈশিষ্ট্য আছে যে ভাৰতক এখন দেশ নুবুলি উপ-মহাদেশ ( Sub-continent ) বুলিব পাৰি।

ইয়াৰ উচ্চতম পৰ্ব্বত আৰু নিম্নতম সমভূমি, শুকান মৰুভূমি আৰু উৰ্ব্বৰ উপত্যকা আছে। দীঘল নৈ আৰু পৰ্ব্বতীয়া জুৰি, সৰু, শুকান টিলা-পাহাৰ আৰু লুণীয়া হ্ৰদ, বিশাল ধানৰ পথাৰ আৰু বিৰাট কাঠনি হাবিয়ে ভাৰতৰ বুকু শুৱনি কৰি ৰাখিছে।

কেইবাটাও ধৰ্ম্মাৱলম্বী, কেইবা শ ভাষাভাষী প্ৰায় ৫০ কোটি মানুহ এই দেশৰ অধিবাসী। হিন্দু, বৌদ্ধ আৰু জৈন ধৰ্ম্মৰ জন্ম আৰু লীলাভূমি ভাৰতবৰ্ষ। অন্ততঃ ষোলটা প্ৰধান প্ৰাদেশিক ভাষা বৰ্ত্তমান ভাৰতত প্ৰচলিত। ভাৰতৰ অধিবাসী, ধৰ্ম্ম, ভাষা আৰু সমাজৰ এই অদ্ভুত বিভিন্নতাৰ মূলত ইয়াৰ ভৌগোলিক প্ৰভাৱ বৰ্ত্তমান।

ভাৰতত সাৰুৱা উপত্যকা থকাৰ ফলত ই শস্য-সম্পদেৰে পৃথিৱীৰ সকলো দেশৰ ভিতৰত এখন চহকী দেশ। অকল এয়ে নহয়—খনিজ সম্পদতো ভাৰত ধনা। সোণ, ৰূপ, তাম, লো, টিন আৰু নানান মূল্যবান পাথৰ আদি

ভাৰতত প্ৰচুৰ পৰিমাণে পোৱা যায়। অতীজৰ পৰাই ধন-সোণৰ মোহ দলে দলে বিদেশী আক্ৰমণকাৰী ভাৰতত সোমাইছিলহি। গ্ৰীক, তুৰ্ মধ্য-এচিয়াবাসী নানা জাতি, মুছলমান আৰু বৃটিছজাতি সকলোৱেই এদি ধনৰ লোভতেই ভাৰতৰ বুকুত ভৰি দিছিলহি। ভাৰতত সেয়ে আজি বিভি জাতি, বিভিন্ন ধৰ্ম্ম আৰু ভাষা দেখিছোঁহক আৰু সেই কাৰণেই ভাৰত পৃথিবীৰ অনুষ্টুপীয়া ৰূপ ( Epitome of the world) বুলিব পাৰি।

**ভাৰতীয় সভ্যতাৰ মৌলিক একতা**—সঁচা কথা যে ভাৰতত অসং ধৰ্ম্ম, জাতি, ভাষা আৰু সমাজ বৰ্ত্তমান ; কিন্তু এই অতলস্পৰ্শী বিভিন্নতা তলেদি একতাৰ সূতাডালি স্পষ্ট হৈ ওলাই আছে।

আজি দুহেজাৰ বছৰ আগৰ পৰাই আমাৰ দেশৰ নাম ভাৰতবৰ্ষ। বেদ বেলেগ যুগত কোনোদিন ভাৰতবৰ্ষৰ আন নাম দিয়া হোৱা নাই। ১৯ চনৰ ১৫ই আগষ্টৰ পিচৰ পৰাই হে ভাৰতবৰ্ষ—ভাৰত আৰু পাকিস্ত নামে দুখন দেশত বিভক্ত হৈছে।

অতীজৰ পৰাই একচ্ছত্ৰ সাম্ৰাজ্যৰ মূলনীতি আৰু তাক কাৰ্য্যত পৰি কৰিবলৈ কৰা ৰাজসূয় আৰু অশ্বমেধ যজ্ঞ আদিৰ কথা আমি ৰামা মহাভাৰতত পাওঁ। ৰাস্তা-ঘাট আৰু যান-বাহনৰ যথেষ্ট অসুবিধা সত্ত্বে মহাভাৰতৰ যুদ্ধত আফগানিস্তানৰ পৰা কামৰূপলৈকে সকলো ঠাইৰ ৰজা কৌৰৱ আৰু পাণ্ডৱৰ যুদ্ধত যোগ দিছিল। এই আদৰ্শ বেলেগ বেলেগ যু মৌৰ্য্য, গুপ্ত, পাঠান আৰু মোগল সম্ৰাট সকলৰ দিনলৈকে অটুট আছিল অ দৰাচলতে পৰাক্ৰমী সম্ৰাটসকলৰ দিনত সৰ্ব্বভাৰতীয় সাম্ৰাজ্য গঠনৰ প্ৰ চেষ্টা চলিছিল।

অ'ত ত'ত সিঁচৰতি হৈ পৰি থাকিলেও সকলো হিন্দুৰেই মূলগত আচ নীতি একে। বেদত অগাধ আস্থা, গৰুৰ পৱিত্ৰতা আদি নীতি সকলো হি উমৈহতীয়া। প্ৰায় সকলো প্ৰাদেশিক ভাষা সংস্কৃতৰ পৰা উৎপন্ন ; অনেক শতাব্দী ওচৰা-উচৰিকৈ হিন্দু আৰু মুছলমানসকল বাস কৰাৰ ফ



ই ভাষাবোৰত যথেষ্ট পাৰ্চী আৰু উৰ্দ্দু শব্দ সোমাই গৈছে ; আৰু দুই বিভিন্ন ধৰ্ম্মাৱলম্বী লোকৰ মাজত এতিয়া ভাষা আৰু আচাৰ-নীতিৰ ব্যৱধান আগতকৈ বহুত কমি গৈছে। সকলোৱেই একে জন্মভূমি ভাৰতবৰ্ষ, দেশীয় াৰ্থ এক, স্বাধীনতাৰ লিপ্সা এক।

ধৰ্ম্মগত পাৰ্থক্য থাকিলেও—হিন্দু আৰু ইচলাম্ পৰস্পৰ বিৰোধী ধৰ্ম্ম হয় বুলি উভয় ধৰ্ম্মৰ মানুহেই বিশ্বাস কৰে আৰু নিজ নিজ ধৰ্ম্মৰ প্ৰতি সমান আসক্তি থকা কাৰণে পৰস্পৰে পৰস্পৰৰ ধৰ্ম্মক সন্মান দেখুৱাব জানে।

সমগ্ৰ ভাৰতত এক অৰ্থনৈতিক অৱস্থা কাৰণে হিন্দু-মুছলমানৰ স্বাৰ্থ একে। কৃষি-প্ৰধান হিন্দু-মুছলমান উভয়েই দুসাজ ভাত আৰু এখন কাপোৰৰ কাৰণে যুঁজিব লগীয়া হোৱাত ভাৰতীয় জনসাধাৰণৰ মূলগত পাৰ্থক্য একোৱেই নাই।

অসংখ্য ভাষা সত্ত্বেও প্ৰায় ভাৰতবাসীয়ে ইটোৱে সিটোৰ ভাষা বুজি পায়। ভাৰতত এনে পৰিয়ালৰ অভাৱ নাই য'ত চাৰিটা বা পাঁচোটা বিভিন্ন ভাষা কোৱা হয়, অথচ প্ৰত্যেকেই আনজনৰ ভাষা বুজি পায়।

**প্ৰাচীন ভাৰতীয় বুৰঞ্জীৰ আহিলা-পাতি**—কাৰণ যিয়েই নহওক—আধুনিক জগতত যেনেকৈ ইতিহাস লিখা হয়, তেনে কোনো গ্ৰন্থ প্ৰাচীন ভাৰতীয় লিখকে যে লিখি থোৱা নাই, সেই কথা সঁচা। সেই কাৰণে প্ৰাচীন ভাৰতৰ বুৰঞ্জী যিমানদূৰ পাৰি জোৰা-ফোন্দা লগাবলৈ পণ্ডিতসকলে কিছুমান মল বিচাৰি উলিয়াইছে আৰু উলিয়াই আছে। সেইবোৰ হৈছে :—

(১) **সাহিত্য**—বানভট্টৰ হৰ্ষচৰিত, বিশাখদত্তৰ মুদ্ৰাৰাক্ষস আৰু কলহনৰ ৰাজতৰঙ্গিনীয়ে যথেষ্ট বুৰঞ্জীমূলক সম্বল যোগায়। তদুপৰি বেদ, ৰামায়ণ, মহাভাৰত আৰু কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ পৰা সেই সেই সময়ৰ সামাজিক, ৰাজনৈতিক অৱস্থা জানিব পাৰি।

(২) **শিলালিপি, তাম্ৰ-শাসন**—প্ৰাচীন মুদ্ৰা আদি। শিলালিপি-বিলাক প্ৰাচীন ৰজাসকলৰ স্তুতিৰে ভৰা। কিছুমান স্তুতি বা প্ৰশস্তি অতি

উচ্চ ধৰণৰ সাহিত্যৰ নিদৰ্শন। তদুপৰি তাত ৰজাসকলৰ স্মৰণীয় ঘট-বিলাকৰ বিৱৰণ থাকে। তাম্ৰ-ফলিত চন-তাৰিখেৰে সৈতে ৰজাই কাব কি দান কৰিছিল, তাক পোৱা যায়। মুদ্ৰাত চন, তাৰিখ, আৰু ৰজা বৈষ্ণ নে শাক্ত ইত্যাদি কথা চিত্ৰৰ'পৰা অনুমান কৰিব পাৰি।

(৩) **স্মৃতি স্তম্ভ, কবৰ**—আদিৰ পৰাও মৃত্যু-তাৰিখ আৰু সম্ৰাটসকল জীৱনৰ চমু বিৱৰণী পোৱা যায়।

(৪) **বিদেশী ভ্ৰমণকাৰীৰ বিৱৰণ**—গ্ৰীক কটকী মেগেস্থেনিচ, চীন পৰিব্ৰাজক ফাহিয়ান, হিউয়েন চাং, ইট্-চিং. মুছলমান পণ্ডিত ফেৰিষ্টা আ আলবেৰুনি আদিৰ বৃত্তান্ত পুৰণি ভাৰতৰ বুৰঞ্জীৰ ডাঙৰ আহিলা।

(৫) মাটিৰ তলত পোঁত খাই থকা অনেক ধ্বংসাৱশেষৰ আবিষ্কাৰ পৰাও প্ৰাচীন ভাৰতৰ সভ্যতা বিষয়ক অনেক তথ্য উদ্‌ঘাটন হবলৈ ধৰিছে।

## প্ৰাক্-ঐতিহাসিক ভাৰত আৰু সিন্ধু উপত্যকাৰ সভ্যতা

অনাৰ্য্য জাতিবিলাকক লৈয়ে ভাৰত বুৰঞ্জীৰ আৰম্ভণ। এই জাতিবো তিব্বতীয় ব্ৰহ্ম, কোলাৰ্য্য আৰু মঙ্গোলীয় সমষ্টিৰ অন্তৰ্ভুক্ত। বৰ্ত্তমা চাওতাল, কোল, মুণ্ডা, খাচী, কুকি, লেপ্‌চা, ভুটীয়া, নগা আদি পৰ্ব্বত-বা জাতিবোৰ ওপৰত কোৱা তিনিটা মূল জাতিৰ ঠাল-ঠেঙুলি। জাতিবোৰৰ বিশদ বুৰঞ্জী পাবলৈ নাই।

এই জাতিবোৰ সম্ভৱতঃ উত্তৰ-পূব ফালেদি ভাৰতবৰ্ষ সোমাইছি এওঁলোকৰ আগতে ভাৰতত বাস কৰা অসভ্য, গুহাবাসীসকলতকৈ এওঁলো বহুগুণে উন্নত আছিল। এওঁলোকে খেতি-বাতি কৰিব জানিছিল; প পালন কৰিছিল আৰু সমাধি নিৰ্ম্মাণ কৰি মৃতকক সন্মান দেখুৱাইছিল।

ঋগবেদত যিসকলক অনাৰ্য্য, দাস বা দস্যু বোলা হৈছে, সেইসক তিব্বতীয় ব্ৰহ্ম, কোলাৰ্য্য, মঙ্গোলীয় আৰু কোনো কোনো পণ্ডিতৰ ম দ্ৰাবিড় জাতি। বেদৰ অনাৰ্য্যসকলক কিন্তু একেবাৰে অসভ্য বুলি কোৱা টা কাৰণ তেওঁলোকে 'পুৰ্' অৰ্থাৎ নগৰ বা দুৰ্গ নিৰ্ম্মাণ কৰিছিল, যাক ধ্ব



কৰোঁতে আৰ্য্যসকলে যথেষ্ট অধ্যৱসায় আৰু কষ্ট স্বীকাৰ কৰিব লগাত পৰিছিল। তেওঁলোকে আকৌ অজস্ৰ সম্পত্তিৰ অধিকাৰী আছিল আৰু সেই সম্পত্তি পাবলৈ আৰ্য্যসকলে দেৱতাৰ স্তুতি কৰিছিল।

বেদত অনাৰ্য্যসকলক অব্ৰত ( ধৰ্ম্মক্ৰিয়া বিহীন ), অযজ্য ( যজ্ঞ-বিহীন ), অন্যব্ৰত (আৰ্য্য সকলতকৈ আন ক্ৰিয়াকলাপ অনুসৰণকাৰী), অমনুষম্ (মনুষ্যৰ শত্ৰু অথবা অমানুহ ) আৰু অনস্ ( বুজিব নোৱাৰা ভাষা কওঁতা ) আদি নানান গালিৰে ভূষিত কৰা হৈছে। মুঠতে আৰ্য্য আৰু অনাৰ্য্যৰ পাৰ্থক্য বিশেষকৈ আছিল—গাৰ বৰণ আৰু ধৰ্ম্মবিষয়ক ক্ৰিয়া আদিত—সভ্যতা বিষয়ত সিমান নহয়।

**দ্ৰাবিড় জাতি**—বেদৰ অনাৰ্য্যসকলৰ ভিতৰত দ্ৰাবিড় জাতিক ধৰিব পাৰি নে নোৱাৰি সেইটো অনিশ্চিত কথা। আকৌ তেওঁলোক ভাৰতৰ আদিম অধিবাসী নে আৰ্য্যসকলতকৈ আগেয়ে অহা আন এদল পমুৱা মাথোঁন, সেই বিষয়ে লৈও পণ্ডিতসকলৰ মাজত যথেষ্ট মতভেদ। বেলুচিস্থানত "ব্ৰাহুই" নামে বৰ্ত্তমানেও এটি প্ৰচলিত ভাষা আছে আৰু তাৰ লগত দ্ৰাবিড় ভাষাৰ অদ্ভুত সাদৃশ্য আছে। তাৰে পৰাই অনেকে অনুমান কৰে যে দ্ৰাবিড়সকলে আৰ্য্যসকল অহা বাটেদিয়েই অতীজত ভাৰতবৰ্ষ সোমাইছিল আৰু বহুত দ্ৰাবিড়ী বেলুচিস্থানত স্থায়ী ভাৱে বসবাস কৰিলে।

দ্ৰাবিড়ী সভ্যতা আৰ্য্য সভ্যতাতকৈ কোনোগুণে হীন নহয়, হয়তোবা আৰ্য্য সভ্যতাতকৈ বেছি উন্নত আছিল। দাক্ষিণাত্যৰ চেৰ, চোল, পাণ্ড্য, কেৰল আদি ৰাজ্য স্থাপন কৰি এওঁলোকে এক বিশিষ্ট সভ্যতাৰ সৃষ্টি কৰিছিল।

গৃহনিৰ্ম্মাণ, অস্ত্ৰ-শস্ত্ৰ নিৰ্ম্মাণ, বয়ন-শিল্প, বহিৰ্ব্বাণিজ্য আদিত দ্ৰাবিড় জাতি পাকৈত আছিল। তেওঁলোকৰ ভাষা আৰু সাহিত্য চহকী আছিল।

তামিল বা দ্ৰাবিড়ী ধৰ্ম্মত স্বৰ্গ, নৰক, পাপ, আত্মা, আদি পৌৰাণিক বা দাৰ্শনিক ধাৰণাৰ উদ্ভৱ হোৱা নাছিল, কিন্তু ঈশ্বৰৰ অস্তিত্ব তেওঁলোকে

মানিছিল। তেওঁলোকে ভগৱানক "কো" (=ৰজা) আৰু মন্দিৰ "কোইল" বুলিছিল। সাপ, গছ আৰু শিল পূজাৰ দ্বাৰা দ্ৰাবিড় জাতি



দ্ৰাবিড় পৰিয়াল।

অসভ্য বুলিব নোৱাৰি; কাৰণ লগে লগে তেওঁলোকে শিৱ, যক্ষ আ দেৱতাৰ পূজাও কৰিছিল।

**সিন্ধু উপত্যকাৰ সভ্যতা**—পঞ্জাৱৰ হাৰাপ্পা আৰু সিন্ধুপ্ৰদে মহেঞ্জোদাৰোত যি প্ৰাচীন আৰু অতুলনীয় নগৰৰ ভগ্নাৱশেষ খানি উদ্ধি হৈছে, তাৰ নিৰ্ম্মাণ-কৌশল, কাৰুকাৰ্য্য আদিলৈ চাই সেই সভ্যত



আধুনিক সভ্যতাতকৈ হীন বুলিব নোৱাৰি। আজিৰ পৰা প্ৰায় ৫ হেজাৰ



মহেঞ্জোদাৰো সভ্যতাৰ খান্দি উলিওৱা ভগ্নাৱশেষ।

বছৰ আগতে এই সভ্যতাৰ সৃষ্টি হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে। কাৰো কাৰো মতে দ্ৰাবিড় জাতিয়েই এই সভ্যতাৰ স্ৰষ্টিকৰ্ত্তা।

এটাৰ তলত এটাকৈ প্ৰায় সাতোটা স্তৰ খানি পোৱা গৈছে যে অতীজত অতি বিৰাট অট্টালিকা শ্ৰেণীৰে এই নগৰ দুখন সুশোভিত আছিল। প্ৰশস্ত ৰাজপথ, তাৰ দুয়োকাষে আবৃত নলা-প্ৰণালী, স্নানাগাৰ আদিৰে সেই পুৰণি নগৰ আজিৰ সভ্যজাতিসকলৰ বিশিষ্ট নগৰীসমূহতকৈ কোনো গুণে হীন নাছিল।



ষাঁড়।

ইয়াৰ অধিবাসীসকলৰ কলাবিদ্যাত অতি সুৰুচিৰ প্ৰমাণ পোৱা হৈছে। তেওঁলোকে অতি মিহি সূতা কাটি কাপোৰ ব'ব জানিছিল। সোণ-ৰূপৰ অলঙ্কাৰ ব্যৱহাৰ কৰিছিল। অস্ত্ৰ-শস্ত্ৰ, ব্যৱহাৰিক সকলো বস্তু, লোটা-ঘটি, বাচন-বৰ্ত্তন আদি তামেৰে নিয়াৰিকৈ সাজি লৈছিল। সকলোতকৈ

বাচক-বনীয়া আছিল নানা কাৰুকাৰ্য্যেৰে খচিত মাটিৰ বাচনবোৰ। এওঁলোক ভাষাৰ পাঠোদ্ধাৰ পণ্ডিতসকলে আজিলৈও কৰি উলিয়াব পৰা নাই।



অলঙ্কাৰ।

এওঁলোকে শিৱ আৰু "মাতৃ" বা "পৃথিৱী"ক শক্তিৰ আধাৰ বুলি কল্পন কৰি পূজা কৰিছিল। মূৰ্ত্তিৰ ভগ্নাৱশেষৰ পৰা অনুমান কৰা যায় যে সম্ভৱত কোনো কোনোৱে যোগ অভ্যাস কৰিছিল।

মৃতকৰ শৱ দাহ কৰা প্ৰথা আছিল। অৱশ্যে পুথি থোৱা বা জন্তু আৰু চৰাইক খাবলৈ এনেয়ে পেলাই দিয়া প্ৰথাও আছিল বুলি প্ৰমাণ পোৱা গৈছে।

আৰ্য্যসকলৰ আগমনৰ আগেয়ে এই সভ্যতা কোনো প্ৰাকৃতিক দুৰ্ঘটন ক্ৰমে ধ্বংস হোৱা বুলি অনুমান হয়।

## বৈদিক যুগত ভাৰতবৰ্ষ

**আৰ্য্যসকল আৰু তেওঁলোকৰ ভাৰতলৈ আগমন**—যিশুখৃষ্টৰ জন্মৰ প্ৰায় ২৫০০ বছৰ আগতে আৰ্য্য নামে এদল পমুৱা লোক ভাৰতৰ উত্তৰ-পশ্চিম ফালেদি ভাৰতবৰ্ষ সোমায়হি। আৰ্য্যসকল ওখ, বগা, গঢ়ী আৰু সুঠাম পুৰুষ আছিল। বৰ্ত্তমান জগতৰ প্ৰায় সকলো সভ্য জাতিয়ে এই আৰ্য্য সম্প্ৰদায়ৰ বৈ-বংশধৰ।



আৰ্য্যসকলৰ আদি বাসস্থান কি? অনেক পণ্ডিতৰ মতে তেওঁলোক অষ্ট্ৰিয়া, হাঙ্গেৰী আৰু বোহেমিয়া দেশৰ লোক। আৰ্য্যসকলে মধ্য এচিয়া,

## আৰ্য্য সকলৰ বসতি বিস্তাৰ




পশ্চিম এচিয়া আৰু আনকি ডেনমাৰ্ক আৰু নৰওৱে, চুইডেন অঞ্চলৰ বুলিও বেলেগ বেলেগ পণ্ডিতে মত প্ৰকাশ কৰে। স্বৰ্গীয় বাল গঙ্গাধৰ তিলক আদি

পণ্ডিতে তেওঁলোক পোনতে উত্তৰ মেৰুৰ হে অধিবাসী আছিল বুলি কব খোজে।

আৰ্য্যসকল পোনতে য'ৰ অধিবাসী নহওক লাগে, তেওঁলোকে কিছুকাল পশ্চিম এচিয়াত বাস কৰা কথা সঁচা যেন লাগে। তাৰে পৰা এদল আৰ্য্য ইউৰোপৰ নানা দেশত বাস কৰি গ্ৰীক, ৰোমান, টিউটন আৰু কেল্‌টিক জাতিত বিভক্ত হ'লগৈ। আন দলৰ কিছুমানে ইৰাণত (পাৰস্য) থাকি গ'ল আৰু বাকীখিনি খাইবাৰ পাচেৰে ভাৰতত সোমালহি। এওঁলোকক 'ইণ্ডো এৰিয়ান' বা ভাৰতীয় আৰ্য্য বোলে। বংশবৃদ্ধি, অসাৰুৱা মাটি অথবা কোনো প্ৰাকৃতিক বিপৰ্য্যয়ৰ ঠেলাতেই সম্ভৱতঃ আৰ্য্যসকলে প্ৰাক্তন ভূমি পৰিত্যাগ কৰিবলগীয়া হৈছিল।

**পুৰণি বসতিস্থান**—ঋগ্‌বেদত 'সপ্তসিন্ধু'ৰ (সিন্ধু নদ আৰু তাৰ ৬টি উপনদী) উল্লেখ আছে। ইয়াৰ পৰা বুজিব পাৰি যে ঋগ্‌বেদৰ ৰচনা কালত আৰ্য্যসকলে পঞ্জাৱত বাস কৰিছিল। অৱশ্যে 'সাম', যজুঃ আৰু 'অথৰ্ব্ব' বেদ ৰচনা হোৱাৰ লগে লগে তেওঁলোকে পূবে সৰস্বতী নদীলৈকে বিস্তৃত হৈ পৰিছিল।

যিসকল আৰ্য্য ভাৰতলৈ আহিছিল, তেওঁলোক সকলোৱেই যে একেদল হৈ একে দিনাই ভাৰতত সোমাইছিল, তেনে ধাৰণা কৰা ভুল। তেওঁলোক অসংখ্য খেলত বিভক্ত আছিল আৰু চামে চামে ভাৰতবৰ্ষ পাইছিলহি। এওঁলোকৰ ভিতৰত ভৰত, ত্ৰৎসু, যদু আৰু পুৰু এই চাৰিটা পৰিয়ালেই আটাইতকৈ পৰাক্ৰমী আছিল। আৰ্য্যসকলে ভাৰতত সোমাই যিসকল জাতিৰ লগত যুঁজিবলগীয়া হৈছিল, তেওঁলোকক তেওঁলোকে অনাৰ্য্য, দাস বা দস্যু বুলিছিল আৰু সিবিলাকক ঘৃণাৰ চকুৰে চাইছিল; কিন্তু দাস বা দস্যু সকলো পৰাক্ৰমী জাত আছিল আৰু বিনাযুদ্ধে একপদ ভূমিও আৰ্য্যসকলক এৰি নিদিছিল। আনহাতে পিচে অহা আৰ্য্যসকলে মাটি-বাৰীৰ কাৰণে কেতিয়াবা কেতিয়াবা আগেয়ে আহি সাৰুৱা মাটি অধিকাৰ কৰি থকা আৰ্য্য



জ্ঞাতি-ভাইৰ লগতেই কাজিয়া-পেচাল কৰিছিল। ঋগ্‌বেদত এনেকুৱা আত্ম-কলহৰ প্ৰমাণ আছে।

উত্তৰ ভাৰতত আৰ্য্যবসতি বিস্তাৰ হোৱাৰ লগে লগে অনেক সৰু সৰু ৰাজ্যৰ উৎপত্তি হয়। সময়ত তাৰে দুই একোখন ৰাজ্য পৰাক্ৰমী হৈ উঠিছিল আৰু আন ৰাজ্য জয় কৰিবলৈ চেষ্টা কৰিছিল।

সৰস্বতী আৰু দৃসদ্বতী নদী পাৰ হৈ আৰ্য্যসকলে মধ্যদেশ অধিকাৰ কৰে। কোশল (বৰ্ত্তমান অযোধ্যা), কাশী, বিদেহ (উত্তৰ বিহাৰ) তেওঁলোকৰ হস্তগত হ'ল। এই সময়ত ব্ৰাহ্মণ গ্ৰন্থসমূহ ৰচনা কৰা হৈছিল। আৰণ্যক ৰচনা কৰা যুগত আৰ্য্যসকলে মগধ (দক্ষিণ বিহাৰ), অঙ্গ (ভাগলপুৰ), বঙ্গ (পূৰ্ব্ববঙ্গ), পুণ্ড (উত্তৰ বঙ্গ) আৰু কামৰূপ (অসম) আদি ঠাই অধিকাৰ কৰে।

পশ্চিম ভাৰতত অৱন্তি (মালৱ), সুৰাষ্ট্ৰ (কাথিয়াৰ) আৰু সিন্ধুদেশৰ সকলো অংশত আৰ্য্যসকল বিয়পি পৰে। অৱশেষত বিন্ধ্যপৰ্ব্বত পাৰ হৈ তেওঁলোকে দাক্ষিণাত্যতো অধিকাৰ স্থাপন কৰেগৈ। বিদৰ্ভ (বেৰাৰ) আৰু দণ্ডক অঞ্চলত (নাসিক) আৰু অৱশেষত লঙ্কাত আৰ্য্য প্ৰবেশ কৰাৰ প্ৰমাণ ৰামায়ণে দিয়ে। অগস্ত্য ঋষিৰ বিন্ধ্য পাৰ হোৱা কথাটোও ওপৰত দিয়া বিৱৰণৰ পৌৰাণিক আখ্যান মাথোন।

**বৈদিক সাহিত্য**—আৰ্য্য সাহিত্যক বৈদিক সাহিত্য বোলে। বৈদিক সাহিত্য বুলিলে অকল বেদ চাৰিখনকে নুবুজায়; বৰঞ্চ দুহেজাৰ বছৰ ধৰি পাৰপুষ্টি লাভ কৰা এটা বিৰাট জ্ঞানৰ ভঁড়ালক বুজায়। এইটো সঁচা যে এই সাহিত্যৰ গুৰি চাৰি বেদ—ঋক, সাম, যজুঃ আৰু অথৰ্ব্ব। প্ৰকৃতিৰ উপাসনা আৰু যাগ-যজ্ঞই এই সাহিত্যক অনুপ্ৰেৰণা যোগাইছিল। 'বেদ' শব্দৰ অৰ্থ জ্ঞান; ইয়াক শ্ৰুতিও বোলে।

বেদৰ বিষয়-বস্তু আৰু আকৃতি কবিতাময়। ইয়াক মন্ত্ৰ বা সংহিতাও বোলে। যাগযজ্ঞাদি অনুষ্ঠানৰ প্ৰণালী বিশদভাবে ব্যাখ্যা কৰা এক শ্ৰেণীৰ গদ্য-সাহিত্য আছে; তাক ব্ৰাহ্মণ বোলে।

বেদৰ ভাব সহজ আৰু মৌলিক। ব্ৰাহ্মণ গ্ৰন্থৰ ভাব অ-সহজ (un-natural) আৰু সূক্ষ্ম। কালক্ৰমত ব্ৰাহ্মণ গ্ৰন্থবোৰো পৱিত্ৰ বুলি পৰিগণিত হ'ল আৰু চাৰিবেদৰ দৰে অপৌৰুষেয় অৰ্থাৎ "মানুহৰ দ্বাৰা ৰচিত নহয়" বুলি ধৰা হ'ল।

ব্ৰাহ্মণ-সাহিত্যৰ শেষৰ অংশ "ব্ৰহ্মবিদ্যা"ৰ আলোচনা মাথোন আৰু ঈশ্বৰ-তত্বৰ দৰে কঠিন বিষয়, অৰণ্যত অধ্যয়ন কৰাৰ হে বেছি উপযোগী—সেইবাবে ব্ৰাহ্মণ-সাহিত্যৰে অন্তৰ্গত ব্ৰহ্মবিদ্যামূলক গ্ৰন্থসমূহক 'আৰণ্যক' বোলে।

ব্ৰাহ্মণ-সাহিত্যৰ শেষভাগ দাৰ্শনিক গ্ৰন্থ। সেইবোৰক উপনিষদ বোলে। উপনিষদৰ কিছু অংশ গদ্যময় আৰু কিছু অংশ কবিতাময়। বেদত যি ওখ হিন্দু দৰ্শনৰ অঙ্কুৰ ৰোপিত হৈছিল, উপনিষদত সিয়ে গছ হৈ ফুলে-ফলে-সৌৰভে জাতিষ্কাৰ হৈ উঠিছিল।

উপনিষদে প্ৰতিপন্ন কৰিছিল যে, ঈশ্বৰ বোলা এজন বেলেগ পুৰুষ নাই—বিশাল প্ৰকৃতিয়েই ঈশ্বৰৰ ৰূপ আৰু এই মতবাদেই অৱশেষত পৰিপুষ্ট হৈ উঠিছিল বেদান্ত দৰ্শনত।

ইয়াৰ পাচত সামাজিক আচাৰ-পদ্ধতি আৰু ধৰ্ম্ম-বিষয়ক বিধি-ব্যৱস্থা থকা আন এক শ্ৰেণীৰ গ্ৰন্থ প্ৰণয়ন কৰা হৈছিল—সেইবোৰক স্মৃতি বোলে।

বৈদিক সাহিত্যৰ শেষভাগত সূত্ৰসমূহৰ ৰচনা হয়। সূত্ৰ-সাহিত্য তিনি বিভাগত বিভক্ত (১) শ্ৰৌত সূত্ৰ, (২) গৃহ্যসূত্ৰ আৰু (৩) ধৰ্ম্ম সূত্ৰ। শ্ৰুতি বা বৈদিক যাগযজ্ঞৰ বিধি-ব্যৱস্থা বৰ্ণোৱা সূত্ৰবোৰক 'শ্ৰৌত-সূত্ৰ', গৃহস্থই কৰিব-লগীয়া যাগ-যজ্ঞ বৰ্ণোৱা সূত্ৰবোৰক 'গৃহ্য-সূত্ৰ' আৰু ধৰ্ম্ম-কাৰ্য্য আৰু নৈতিক বিষয়ক বিধি বৰ্ণোৱা সূত্ৰসমূহক 'ধৰ্ম্ম-সূত্ৰ' বোলা হয়।

**বৈদিক ধৰ্ম্ম**—বৈদিক ধৰ্ম্ম অতি সহজ আৰু আড়ম্বৰ বিহীন। প্ৰকৃতিৰ বিশিষ্ট দৃশ্যাৱলীয়ে আৰ্য্য স্বভাৱ কৰিসকলৰ মনত এনে সাঁচ বহুৱাইছিল যে তেওঁলোকৰ অকপট সৰল চিত্তৰ মধুৰ কল্পনাই নানা ছন্দত স্তুতি-কবিতা



ৰূপে প্ৰকাশ পাইছিল। পোন-প্ৰথমে এই দৃশ্যসমূহৰ বৰ্ণনাত কোনো মূৰ্ত্তিমান দেৱতাৰ আখ্যান সন্নিৱিষ্ট হোৱা নাছিল; কিন্তু লাহে লাহে প্ৰতিটো স্তুতিকে অৱলম্বন কৰি কোনো এটি দেৱতাৰ কল্পনা কৰা হ'ল আৰু যি প্ৰথমে বিশুদ্ধ কবিতা মাথোন আছিল, তাতে আহি সোমাল ধৰ্ম্মৰ ৰহন আৰু পৌৰাণিক কাহিনী। সবিতা, সোম, দ্যৌঃ (আকাশ), মৰুৎ (ধুমুহা), অগ্নি, বায়ু, আপঃ (পানী), উষা, পৃথিৱী আৰু বৰুণ আদি দেৱ-দেৱীৰ কল্পনা প্ৰাকৃতিক দৃশ্যৰ পৰা ধাৰ কৰা।

ঋগ্‌বেদক যেনেকৈ সম্পূৰ্ণৰূপে গদ-সাহিত্য বুলি কব নোৱাৰি; তেনেকৈ অকল ধৰ্ম্ম-গ্ৰন্থ বুলিও কব নোৱাৰি; কাৰণ ইয়াত দেৱ-স্তুতিৰ উপৰিও বহুত সামাজিক চিত্ৰ থকা কবিতাও আছে। কেইটামান স্তুতি অকল যাগ-যজ্ঞত পাঠ কৰিবলৈকেহে পুৰোহিত শ্ৰেণীয়ে ৰচনা কৰিছিল।

বেদত অসংখ্য দেৱ-দেৱীৰ স্তৱ থাকিলেও একেশ্বৰবাদৰ প্ৰমাণ পোৱা যায়। একেজন ঈশ্বৰকেই যে বিভিন্ন আকৃতিত মাথোন পূজা কৰা হৈছিল, সেইকথা আৰ্য্যসকলে ভালকৈ বুজিছিল। বেদত কিন্তু কৰ্ম্মফল আৰু জন্মান্তৰ বাদৰ কোনো উল্লেখ নাই।

**ৰাজনৈতিক আৰু সামাজিক অনুষ্ঠান**—বৈদিক ৰাষ্ট্ৰ আৰু সমাজৰ মূল ভেটি আছিল—"পৰিয়াল"। একোটি পৰিয়ালৰ মুখিয়াল মানুহজনক 'কুলপ' বা 'কুলপতি' বোলা হৈছিল। কেইবাটাও পৰিয়াল লগ লাগি একোখন গাওঁ গঠন হৈছিল আৰু গাৱঁৰ মুখিয়ালজনক বোলা হৈছিল "গ্ৰামণী" বা "ব্ৰজপতি"। কেইবাখনো গাওঁ লগ লাগি একোখন 'বিশ' আৰু কেইবাখন 'বিশ্‌' লগ লাগি একোখন 'জন' গঠিত হৈছিল। 'বিশ'ৰ অধিপতিৰ নাম 'বিশপতি' আৰু 'জন'ৰ অধিপতিৰ নাম 'জনপতি' বা 'ৰাজন' আছিল। এই জনপতিয়েই ৰজা।

ৰজাই শাসনকৰ্ত্তা আৰু সেনাপতি আছিল। বিচাৰ কাৰ্য্যৰ কাৰণে অৱশ্যে ৰজাৰ আদালতকৈ সৰু আদালতো আছিল, কিন্তু গাৱঁৰ সৰু-সুৰা

বিচাৰ গ্ৰামণীয়ে কৰিছিল। শাসন-কাৰ্য্যত সহায় কৰিবলৈ ৰজাৰ 'সভা' আৰু 'সমিতি' নামে দুখন পৰিষদ্ (assembly) আছিল। ৰজাই সেই কাউন্সিল দুখনৰ উপদেশ মতেহে শাসন কৰিব লাগিছিল। বিশেষ কাৰণত আনকি তেওঁলোকে ৰজা ভঙা-পতাও কৰিব পাৰিছিল।

বৈদিক সমাজৰ বৈশিষ্ট্য হৈছে 'জাতিভেদ' আৰু 'বৰ্ণাশ্ৰম'। বেদত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰিও জাতিৰ উল্লেখ আছে, কিন্তু সেইদিনৰ চাৰিজাতি আজিৰ চাৰিজাতিতকৈ সম্পূৰ্ণ পৃথক আছিল। জাতি বা শ্ৰেণী-বিভাগ আচলতে আৰ্থিক আৰু যুদ্ধ-সমস্যাৰ সমাধান ৰূপেহে গ্ৰহণ কৰা হৈছিল। ব্ৰাহ্মণ জাতিত—দাৰ্শনিক আৰু শিক্ষক শ্ৰেণীক, ক্ষত্ৰিয় জাতিত—শাসক আৰু যুঁজাৰু শ্ৰেণীক, বৈশ্য জাতিত—কৃষক আৰু বেপাৰী শ্ৰেণীক আৰু শূদ্ৰ জাতিত—দাস বা চাকৰ শ্ৰেণীক অন্তৰ্ভুক্ত কৰা হৈছিল। ক্ৰমান্বয়ে এই ব্যৱসায় অনুসাৰে কৰা শ্ৰেণী বিভাগটো পুৰুষানুক্ৰমে চলি যাবলৈ ধৰিলে আৰু এজাতিৰ মানুহে আন জাতিৰ লগত খোৱা-মিলা আৰু বিয়া-বাৰু কৰিবলৈও এৰি দিলে। সমাজৰ অৱস্থাৰ এই পৰিবৰ্ত্তন হওতে অৱশ্যে কেইবা শ বছৰো অতিবাহিত হৈছিল। ইয়াৰ লগতে যোগ হ'ল বৰ্ণাশ্ৰম। বৰ্ণাশ্ৰমৰো চাৰিটা ভাগ। ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বাণপ্ৰস্থ আৰু সন্ন্যাস। ব্ৰাহ্মণে চাৰিও আশ্ৰম. ক্ষত্ৰিয়ই প্ৰথম তিনিটা, বৈশ্যই প্ৰথম দুটা আৰু শূদ্ৰই মাথোন গাৰ্হস্থ্যাশ্ৰম পালন কৰিছিল।

সমাজত তিৰোতাৰ স্থান উন্নত আছিল। গৃহিণীয়েই ধৰ্ম্ম, জীৱন, আত্মা আৰু সদাচাৰৰ প্ৰধান অৱলম্বন। স্ত্ৰী সম্মানৰ পাত্ৰী, যাৰ ব্যতিৰেকে ঐশ্বৰ্য্য-বিভূতি লাভ কৰা অসম্ভৱ। বহুতো বৈদিক কৰ্ম্ম গৃহস্থই গৃহিণীৰ সৈতে কৰিব লাগিছিল। কোনো কোনো ক্ষেত্ৰত তিৰোতাক বেদ পঢ়িবৰ অধিকাৰ দিয়াৰ প্ৰমাণ আছে।

**মহাকাব্য যুগৰ আৰম্ভণ**—মহাকাব্য (Epic-poetry) কাক বোলে? কোনো খ্যাতনামা বীৰক কেন্দ্ৰ কৰি তেওঁৰ দিগ্বিজয় কাহিনী বৰ্ণোৱা তেজাল



দীৰ্ঘলীয়া কবিতাকে মহাকাব্য বোলে। এই মহাকাব্য সাহিত্যৰ আৰম্ভণি বিচাৰিবলৈ হলে আমি ঋগবেদ আৰু অথৰ্ব্ব বেদলৈ চাব লাগিব। উক্ত দুই বেদত একশ্ৰেণীৰ স্তুতি আছে যি দেৱতাৰ স্তৱো নহয়, দাৰ্শনিক তথ্যপূৰ্ণ কবিতাও নহয়, বৰঞ্চ দানবীৰ ক্ষত্ৰিয়সকলৰ স্তুতি মাথোন। বৈদিক যুগৰ পৰাই ক্ৰমবৰ্দ্ধমান এই সাহিত্য খ্ৰীষ্টীয় ৩য়, ৪ৰ্থ শতিকালৈকে সমৃদ্ধিশালী হৈ উঠিছিল। এই শ্ৰেণীৰ কবিতাৰ ৰচয়িতৃ আছিল সূতসকল (গায়ক কবি), আৰু এই মৌখিক ৰচনাবোৰকেই কুশীলৱ নামে আন এক শ্ৰেণীৰ গায়কে ৰাজহুৱা সমাজত আবৃত্তি কৰি অতি জনপ্ৰিয় কৰি তুলিছিল।

দুৰ্ভাগ্যক্ৰমে এনেধৰণৰ কবিতাৰ ভিতৰত মাথোন ৰামায়ণ আৰু মহাভাৰতহে আজিলৈ জীয়াই আছে। মহাকাব্য সাহিত্যৰ এই দুখনেই শেষ নিদৰ্শন।

**ৰামায়ণ**—দুয়োখন মহাকাব্যৰ ভিতৰত ৰামায়ণৰ ৰচনা কিছু বেছি পুৰণি যেন লাগে। অৱশ্যে মহাভাৰতৰ কিছু অংশ ৰামায়ণৰ প্ৰাচীনতম অংশতকৈও আগৰ। আধুনিক ৰামায়ণত সাতোটা কাণ্ড বা ভাগ আছে। দৰাচলতে প্ৰথম আৰু সপ্তম কাণ্ড পিচতহে যোগ দিয়া। ৰামায়ণৰ অন্ততঃ মূল অংশখিনি বাল্মীকি মুনিয়ে ৰচনা কৰা।

ৰামায়ণৰ কাহিনীৰ নায়ক অযোধ্যাৰ ৰজা দশৰথৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীৰামচন্দ্ৰ। চলিত ৰীতি অনুসাৰে দশৰথে ৰামচন্দ্ৰক যুৱৰাজ পদত অভিষিক্ত কৰিবলৈ আয়োজন কৰোতে ৰজাৰ দ্বিতীয় মহিষী কৈকেয়ীয়ে আহি দশৰথক প্ৰাৰ্থনা জনালে যে ৰামে চৈধ্য বছৰ বনবাস খাটিব লাগে আৰু তেওঁৰ পুতেক ভৰতে ৰাজ্য পাব লাগে। ৰজাই পূৰ্ব্বতে কৈকেয়ীৰ দুটি প্ৰাৰ্থনা পূৰণ কৰিম বুলি শপথ খাইছিল। পিতৃভক্ত ৰাম তৎক্ষণাৎ পিতৃ-সত্য পালন কৰিম বুলি বনলৈ ওলাল। লগতে গ'ল পতিব্ৰতা সীতা আৰু আদৰ্শ-ভ্ৰাতৃ লক্ষ্মণ। পুত্ৰশোকত বুঢ়া দশৰথৰ প্ৰাণপখী উৰি গ'ল।

যুৱৰাজ ভৰত মোমায়েকৰ ঘৰত আছিল। এই শোকাবহ বাতৰি পায়েই

তেওঁ ৰামক ফিৰাই আনিবলৈ দৌৰি গ'ল। ৰামে ভৰতক বুজাই-বঢ়াই ঘৰলৈ পঠিয়াই দি নিজে দণ্ডকাৰণ্যত বসতি কৰিবলৈ ললে।



ৰাম, সীতা আৰু লক্ষ্মণৰ বনবাস যাত্ৰা।

লঙ্কাৰ দুৰ্দ্দান্ত ৰজা ৰাৱণে এদিন অৰণ্যত অকলশৰীয়া অৱস্থাত পাই সীতাক হৰণ কৰি নিলে। ৰাম আৰু লক্ষ্মণে কিষ্কিন্ধ্যাৰ অসংখ্য বান্দৰ আৰু ভালুকৰ ( আচলতে সেই অঞ্চলৰ অনাৰ্য্য-জাতিৰ মানুহ ) সহায়ত ৰাৱণক



সবংশে বধ কৰি সীতাক উদ্ধাৰ কৰি আনি অযোধ্যাৰ ৰাজপাটত উঠিলহি। এয়ে ৰামায়ণৰ বিষয়-বস্তু।

**মহাভাৰত**—মহাভাৰত প্ৰকৃততে এখন সামঞ্জস্যপূৰ্ণ গ্ৰন্থ নহয়। ইয়াৰ ৰচক ব্যাসদেৱ (কৃষ্ণ দ্বৈপায়ন) বুলি ধৰা হয় কিন্তু ব্যাসদেৱ নামে এজন কবি আছিল নে নাই সিয়েই সন্দেহৰ কথা। 'ব্যাস' মানে সংগ্ৰাহক (collector)। প্ৰচল কথা অসংখ্য বিভিন্ন "সূতৰ" (গায়ক কবি) দ্বাৰা বেলেগ বেলেগ সময়ত ৰচনা কৰা এই প্ৰকাণ্ড পুথি-ভঁড়ালটো সম্ভৱতঃ কোনো সম্পাদকে সংগ্ৰহ কৰিছিল; তেৱেঁই তথাকথিত ব্যাসদেৱ।

মহাভাৰতৰ মূল কাহিনী হৈছে কৌৰৱ আৰু পাণ্ডৱৰ যুদ্ধ। ধৃতৰাষ্ট্ৰ জন্মান্ধ হোৱা বাবে তেওঁৰ ভায়েক পাণ্ডুই সিংহাসন লাভ কৰিছিল। পাণ্ডুৰ মৃত্যুৰ পাচত তেওঁৰ জ্যেষ্ঠ পুত্ৰ যুধিষ্ঠিৰ, সিংহাসনৰ উত্তৰাধিকাৰী আছিল, কিন্তু ধৃতৰাষ্ট্ৰৰ বৰপুতেক দুৰ্য্যোধন মহা কুচক্ৰী আছিল। তেওঁ নানান ফন্দি কৰি যুধিষ্ঠিৰক ন্যায্য সিংহাসনৰ পৰা বঞ্চিত কৰিলে। তাতে দুয়োদলৰ ভিতৰত ভয়ানক যুদ্ধ হয়। পাণ্ডৱৰ ফালে অনেক ৰজা থকাৰ উপৰিও যদুকুলপতি শ্ৰীকৃষ্ণ সহায় হৈছিল। কৌৰৱৰ ফালেও অসংখ্য কৰতলীয়া ৰজা আৰু জ্ঞাতি-বন্ধুৱেও অস্ত্ৰ ধাৰণ কৰিছিল। ওঠৰদিন ব্যাপী সংগ্ৰামৰ ফলত কৌৰৱকুল সবংশে নিধন হয়। শ্ৰীকৃষ্ণৰ কূট ৰাজনীতিৰ লগত দুৰ্য্যোধন তিষ্ঠিব নোৱাৰিলে।

যুধিষ্ঠিৰে ৰাজপাট পালে; কিন্তু হেজাৰ-বিজাৰ জ্ঞাতি বধ কৰি তেওঁৰ মন অশান্তিত উত্যক্ত হৈ উঠিল আৰু অৰ্জ্জুনৰ নাতি পৰীক্ষিতক সিংহাসনত বহুৱাই পাঁচ-ভাই দ্ৰৌপদীৰে সৈতে সোঁ-শৰীৰে স্বৰ্গ লৈ যাত্ৰা কৰিলে। বাটত যুধিষ্ঠিৰত বাহিৰে আন সকলোটিয়ে প্ৰাণত্যাগ কৰিলে। অকল যুধিষ্ঠিৰেহে সোঁ-শৰীৰে স্বৰ্গ পালেগৈ। স্বৰ্গত তেওঁলোক আটাই কেইটিৰে মিলন হ'ল আনকি যুদ্ধত নিহত হোৱা জ্ঞাতি-ভাই সকলোকো পঞ্চ-পাণ্ডৱে তাত লগ পাই পৰম আনন্দিত হ'ল।

**মহাকাব্য যুগত ৰাজনৈতিক আৰু সামাজিক অৱস্থা**—এই যুগত কেইবাখনো মহাপৰাক্ৰমী ৰাজ্যৰ অভ্যুদয় হৈছিল। ৰাজনৈতিক ক্ষমতা বিস্তাৰৰ কাৰণেই সময়ত বেলেগ বেলেগ ৰজাৰ ভিতৰত প্ৰকাণ্ড যুদ্ধ হৈছিল। যুদ্ধৰ নীতি উদাৰ আছিল আৰু সকলো যুঁজাৰুৱেই সেই নীতি মানি চলিছিল। ন্যায় যুদ্ধত মৃত্যু হ'লে যুঁজাৰুৰ স্বৰ্গলাভ হয় বুলি যোদ্ধাসকলৰ বিশ্বাস আছিল।

ৰজাসকলৰ সাধাৰণতে ব্ৰাহ্মণ মন্ত্ৰী আছিল ; অন্য জাতিৰ মন্ত্ৰীও ৰজাই নিযুক্ত কৰিব পাৰিছিল। নিজৰ ক্ষমতা প্ৰকাশৰ কাৰণে বাহুবলী ৰজাসকলে অশ্বমেধ আৰু ৰাজসূয় যজ্ঞ পাতিছিল। বৈদিক যুগৰ ৰাজনীতিতকৈ এই যুগৰ ৰাজনীতি বহু বেছি পৰিমাণে জটিল আৰু কুটিল হৈ উঠিছিল ; ৰামায়ণ আৰু মহাভাৰততে তাৰ অনেক প্ৰমাণ আছে।

ৰজাই ক্ষত্ৰিয় ধৰ্ম্মমতে প্ৰজাপালন কৰিছিল আৰু প্ৰজায়ো ৰজাক যথেষ্ট ভক্তি দেখুৱাইছিল।

সেই সময়ৰ সমাজত বাল্য-বিবাহ নিষিদ্ধ আছিল। যথোপযুক্ত বয়সত ক্ষত্ৰিয় কন্যাই স্বয়ম্বৰ সভাত নিজ মনোমত পতিক বৰণ কৰিছিল। বেদজ্ঞ ব্ৰাহ্মণ আৰু ঋষিসকল শ্ৰদ্ধাৰ পাত্ৰ আছিল। বেহা-বেপাৰ যথেষ্ট সমৃদ্ধিশালী আছিল। জাতিভেদ প্ৰথা আগতকৈ কঠিনতৰ হলেও আজিৰ অৱস্থা পোৱাগৈ নাছিল।

**মহাকাব্য যুগত অসম**—মহাভাৰতৰ যুদ্ধৰ সময়তো অসম আৰু ভাৰতৰ বাকী অংশৰ লগত সম্পূৰ্ণ যোগাযোগ আছিল। সেই সময়ত নৰকাসুৰৰ পুতেক ভগদত্তই কামৰূপত ( অসমত ) ৰাজত্ব কৰিছিল আৰু তেওঁৰ ৰাজধানী আছিল প্ৰাগ্‌জ্যোতিষপুৰ ( গুৱাহাটী )। কথিত আছে যে, ৰজা ভগদত্তৰ জীয়ৰী ভানুমতীক কুৰুবীৰ দুৰ্য্যোধনে বিয়া কৰাইছিল আৰু এই সম্বন্ধৰ কাৰণেই ভগদত্তই কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱৰ ফলীয়া হৈ যুদ্ধ কৰিছিল। সেই সময়ৰ পৰাই অসম হাতীৰ দেশ বুলি প্ৰসিদ্ধ আছিল আৰু ভাৰত-যুদ্ধতো ভগদত্তই হাতীৰ ওপৰত উঠিহে যুদ্ধ কৰিছিল।



## প্ৰশ্নমালা

১। ভাৰতৰ প্ৰাকৃতিক বিৱৰণ, এই দেশত বাস কৰা নানা জাতি আৰু তেওঁলোকে ব্যৱহাৰ কৰা ভাষা সম্পৰ্কে চমুকৈ লিখা।

(Briefly write an account of the physical features of India and of its different races and the languages they speak.)

২। ভাৰতত নানা ধৰ্ম্ম আৰু নানা ভাষাৰ প্ৰচলন আছে। ইমানখিনি বিভিন্নতা সত্বেও, ভাৰতীয় লোকৰ ভিতৰত একতা আছে আৰু বহু কথাত মিল আছে। এই কথা সঁচানে ? যদি সঁচা, তাৰ প্ৰমাণ কি কি ?

(There are many religions and languages current in India. In spite of these differences there is unity and much concord among the people of India. —Is it true ? If true, what are the proofs ?)

৩। প্ৰাচীন ভাৰতীয় বুৰঞ্জীৰ আহিলা-পাতি কি কি ?

(What are the different sources of the history of ancient India ? )

৪। প্ৰাক্-ঐতিহাসিক যুগৰ সিন্ধু উপত্যকাৰ সভ্যতাৰ বিষয়ে এটি বিৱৰণ দিয়া।

( Give an account of the pre-historic Indus Valley civilisation )

৫। আৰ্য্যসকল কেতিয়া, কি কাৰণে আৰু কোন ফালেদি ভাৰতবৰ্ষ সোমাইছিলহি ; বিবৰি কোৱা।

(When, why and by what route did the Aryans enter India ? )

৬। বৈদিক সাহিত্য বুলিলে কি বুজা, বহলাই লিখা।

(Write in details what is meant by Vedic literature.)

৭। বৈদিক যুগৰ ধৰ্ম্ম, ৰাজনৈতিক আৰু সামাজিক অনুষ্ঠান সম্পৰ্কে চমুকৈ লিখা।

( Briefly describe the religious, political and social conditions of the Vedic Age.)

৮। (ক) মহাভাৰতৰ গল্প আৰু (খ) ৰামায়ণৰ গল্প চুটিকৈ লিখা।

( Write in short the stories of (a) the Ramayana and (b) the Mahabharata. )

দ্বিতীয় অধ্যায় ।

# জৈন আৰু বৌদ্ধ ধৰ্ম্মৰ প্ৰতিষ্ঠা ।

ঋগ্‌বেদৰ দিনৰ সৰল ধৰ্ম্মানুষ্ঠান ক্ৰমে বাঢ়ি গৈ ব্ৰাহ্মণ আৰু সূত্ৰ ৰচনা কৰা যুগত অতি জটিল আৰু বহুল হৈ পৰিল। যাগযজ্ঞাদি অনু অনাৱশ্যকীয় ভাবে বঢ়াত জন-সমাজত এটা অসন্তোষৰ ভাবে দেখা দি জাতিভেদৰ বজ্ৰমুঠিয়ে সমাজৰ ওপৰত আগতকৈ বেছি জোৰেৰে বহুৰাত নিপীড়িত নিম্নসম্প্ৰদায়ৰ লোকৰ মন বিদ্ৰোহী হৈ উঠিল। আনহা একাধিপত্যতাৰ কাৰণে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ যে যুঁজ অনেক দিন আ পৰাই চলি আহিছিল, সি ক্ৰমে বেছি স্পষ্ট হৈ পৰিল আৰু ব্ৰাহ্মণ্য ধ প্ৰতি মানুহৰ আস্থা ভালেমান কমিল। এনেকৈয়ে দুই ক্ষত্ৰিয় কুমাৰ 'বৰ্দ্ধ আৰু 'গৌতম'ৰ নতুন ধৰ্ম্ম প্ৰচাৰৰ বাবে ভাৰতৰ সামাজিক অৱস্থা অনু হৈ আহিল।

**বৰ্দ্ধমান মহাবীৰ আৰু জৈন ধৰ্ম্ম**—জৈন ধৰ্ম্মাৱলম্বীসকলৰ ম তেওঁলোকৰ ধৰ্ম্মৰ প্ৰবৰ্ত্তক চৌবিশ জন তীৰ্থাঙ্কৰ ( উদ্ধাৰ কৰ্ত্তা )। 'বৰ্দ্ধমা আছিল শেষৰজন তীৰ্থাঙ্কৰ আৰু তেওঁৰ আগৰজনৰ নাম আছিল পাৰ্শ্বনা আটাইকেইজন তীৰ্থাঙ্কৰৰ ইতিহাস পোৱা নেযায়। সম্ভৱতঃ জৈন ধ স্থাপনকৰ্ত্তা পাৰ্শ্বনাথহে। বৰ্দ্ধমানে সেই ধৰ্ম্মক নিজবাটে পৰিচালিত ক শক্তিশালী কৰি থৈ যায়।

বৰ্দ্ধমানৰ দেউতাক সিদ্ধাৰ্থ বৈশালীৰ এজন ৰাজকুমাৰ আছিল, তে মাক 'ত্ৰিশলা' লিচ্ছভি ফৈদৰ ৰাজকুমাৰী। তেওঁৰ জন্ম হয় খৃঃ পূঃ ৫৪ অব্দত। তেওঁ যশোদা নামে এগৰাকী মহিলা বিয়া কৰায় আৰু এজ ছোৱালীয়েই তেওঁৰ মাত্ৰ সন্তান আছিল। ৩০ বছৰ বয়সত তেওঁ ঘৰ ত্যা কৰে। বাৰ বছৰ ধৰি কৰা কঠোৰ তপস্যাৰ ফলত তেওঁ "কেৱল" জ্ঞান লা কৰে আৰু "জিন" ( বিজেতা ) নামে জনাজাত হয়।



তেওঁ তেওঁৰ শিষ্যসকলক **পাঁচটি** ব্ৰত পালন কৰিবলৈ উপদেশ দিছিল—কাকো হিংসা নকৰিবা, মিছা কথা নকবা, কোনো বস্তু নিজৰ অধিকাৰত নাৰাখিবা, চুৰ নকৰিবা আৰু ব্ৰহ্মচৰ্য্য পালন কৰিবা। ইয়াৰ প্ৰথম চাৰিটি পাৰ্শ্বনাথৰ উপদেশ।

জৈন ধৰ্ম্মীসকলক পোনতে 'নিৰ্গ্ৰন্থ' অৰ্থাৎ বন্ধন-মুক্ত বোলা হৈছিল, পিচতহে জিনৰ নাম অনুসাৰে তেওঁৰ ধৰ্ম্মৰ নাম 'জৈন' ৰখা হয়। এই ধৰ্ম্মৰ শ্বেতাম্বৰ আৰু দিগম্বৰ নামে দুটা সম্প্ৰদায় আছে। পাৰ্শ্বনাথৰ শিষ্যসকলে বগা কাপোৰ পিন্ধিছিল গুণে তেওঁলোকক শ্বেতাম্বৰ আৰু মহাবীৰৰ শিষ্যসকল নঙঠা হৈ আছিল বাবে সিবিলাকক দিগম্বৰ বোলা হৈছিল।



মহাবীৰ

জৈন ধৰ্ম্মই ঈশ্বৰৰ অস্তিত্ব নামানে ; যি জনৰ শৰীৰত আত্মাৰ পূৰ্ণ বিকাশ হয় তেৱেঁ পূজনীয়, শোক-তাপময় সংসাৰৰ পৰা মুক্তি লাভ কৰাই চৰম সাৰ্থকতা। জড় জগতৰো চেতনা আছে, এতেকে অহিংসা ধৰ্ম্মৰ দ্বাৰাইহে মোক্ষলাভ সম্ভৱপৰ। অঙ্গ, উপাঙ্গ, মূলসূত্ৰ আৰু প্ৰকীৰ্ণক আদি জৈন ধৰ্ম্মৰ উত্তম শাস্ত্ৰ।

**গৌতম আৰু বৌদ্ধধৰ্ম্ম**—বিখ্যাত শাক্য বংশত গৌতমৰ জন্ম হয়। তেওঁৰ জন্মস্থান লুম্বিনী। দেউতাক শুদ্ধোদন কপিলাবস্তু নগৰৰ ৰাষ্ট্ৰ-নায়ক আছিল। গৌতমক সৰুৰে পৰা চিন্তাশীল আৰু উদাসীন দেখি তেওঁক যশোধৰা নামে এজনী দিপলিপ্‌ গাভৰু বিয়া কৰাই দিয়া হয়। গৌতমৰ এটি ল'ৰা সন্তান জন্মে, কিন্তু তেওঁৰ মন সংসাৰৰ মোহত আবদ্ধ হওক চাৰি, তাৰ আকৰ্ষণৰ প্ৰতি তেওঁ সচেতন হৈ হ'ল। তেওঁ বুজিলে যে সংসাৰৰ বান্ধ ক্ৰমশঃ কঠিন হৈ আহিছে। পৃথিৱীৰ জৰা, শোক, তাপ, দুখে

গোতমৰ চিত্ত বিগলিত কৰিছিল। এদিন কাকো নোকোৱাকৈ মনে
তেওঁ গৃহত্যাগ কৰিলে। সেই সময়ত তেওঁৰ বয়স ২৯ বছৰ। ছবছৰ
ঠাই ভ্ৰমণ কৰি গুৰুৰ ওচৰত দীক্ষা গ্ৰহণ কৰিও তেওঁ জ্ঞানৰ আ



বুদ্ধদেৱ

দেখানাপালে; অৱশে
গয়াৰ নৈৰঞ্জনা ন
পাৰৰ বিখ্যাত বো
বৃক্ষৰ তলত ধ্যানমগ্ন
থাকোঁতে নিৰ্ব্বাণ লা
প্ৰকৃষ্ট পথ তেওঁৰ মা
চকুৰ আগত জিলি
উঠিল। এই দিব্যজ্ঞ
লাভ কৰাৰ পাচৰে
তেওঁ বুদ্ধ ( জ্ঞানী ) না
জনাজাত হ'ল। কা
কাৰো মতে খৃঃ পূঃ ৫
অব্দত আৰু আন কি
মান ঐতিহাসিকৰ ম
খৃঃ পূঃ ৪৮৬ অব্দত বু
মহাপ্ৰয়াণ হয়।

বুদ্ধৰ মতে আমা
সুখ-দুখৰ বাবে আমিয়ে
দায়ী; সজ কৰ্ম্মৰ প
মানুহ ক্ৰমে মুক্তিৰ পথ
আগবাঢ়ে আৰু সবশেষত নিৰ্ব্বাণ লাভ কৰে, আনহাতে কুকৰ্ম্মৰ দ্বা
আমি তললৈ নামো, মুক্তিপথৰ পৰা আঁতৰত পৰোঁ। মোক্ষ লাভে



বৌদ্ধ-ধৰ্ম্মৰো মূল উদ্দেশ্য। বুদ্ধ শিষ্যসকলক **দহোটি উপদেশ** দিছিল—প্ৰাণী হিংসা মহাপাপ, ব্ৰহ্মচৰ্য্য ৰক্ষা কৰিব লাগে, মিছা কব নাপায়, চুৰ কৰা অধৰ্ম্ম, কায়মনোবাক্যে পৱিত্ৰতা ৰক্ষা কৰা ইত্যাদি।

মোক লাভৰ আঠখন দুৱাৰ তেওঁ দেখুৱাইছিল—সম্যক দৃষ্টি, সৎ-বাক্য, সৎ-কৰ্ম্ম, সৎ-সঙ্কল্প, সৎ-জীৱন, সৎ-চেষ্টা, সৎ-স্মৃতি আৰু সম্যক সমাধি। যাগ-যজ্ঞাদি আড়ম্বৰপূৰ্ণ অনুষ্ঠান, বুদ্ধৰ মতে নিষ্প্ৰয়োজন। জাতিভেদ প্ৰথা অতি অসৎ অনুষ্ঠান বুলি ধৰা হৈছিল।

**বৌদ্ধ আৰু জৈন ধৰ্ম্মৰ ৰিজনি—সাদৃশ্য** (১) যদিও বৌদ্ধ আৰু জৈন ধৰ্ম্মক ব্ৰাহ্মণ্য ধৰ্ম্মৰ পৰা সম্পূৰ্ণ পৃথক বুলি দাবী কৰা হৈছিল, তথাপি দুয়ো ধৰ্ম্মৰ মূল সূত্ৰবোৰ ব্ৰাহ্মণ্য ধৰ্ম্মৰ পৰাই ধাৰ কৰা।

(২) দুয়ো ধৰ্ম্মই বেদৰ অপৌৰুষেয়ত্ব আৰু অবিসম্বাদিতা (infallibility) অস্বীকাৰ কৰিছিল আৰু বৈদিক যাগ-যজ্ঞৰ প্ৰতি অনাস্থা প্ৰকাশ কৰিছিল।

(৩) বিশুদ্ধ আৰু নৈতিক জীৱন যাপন দুয়ো ধৰ্ম্মই সমৰ্থন কৰে—বিশেষকৈ অহিংসাই দুয়ো ধৰ্ম্মৰে মূল নীতি।

(৪) ঈশ্বৰৰ অস্তিত্ব নামানিছিল।

(৫) জাতিভেদ প্ৰথা অনিষ্টকৰ বুলি ঘোষণা কৰিছিল।

**বিভিন্নতা**—(১) জৈন ধৰ্ম্মই কঠোৰ তপস্যাৰ প্ৰতি বিশেষ জোৰ দিছিল অথচ বৌদ্ধ ধৰ্ম্মৰ মতে অতিপাত সুখভোগ যেনে পাপকাম, অতিপাত শাৰীৰিক যাতনাও তেনে অধৰ্ম্ম।

(২) জীৱৰ প্ৰতি অহিংসা-নীতি জৈন ধৰ্ম্মত যিমান প্ৰবল, বৌদ্ধ ধৰ্ম্মত সিমান নহয়।

(৩) নঙঠা জৈন সম্প্ৰদায় এটা আছিল—তেওঁলোকক দিগম্বৰ বোলা হৈছিল; বৌদ্ধ ধৰ্ম্মত কোনো ভিক্ষুয়ে নঙঠা হৈ থাকিব নোৱাৰিছিল; বৌদ্ধ ধৰ্ম্মৰ মতে তেনে আচাৰ অত্যান্ত ঘৃণনীয়।

(৪) বৌদ্ধ ধৰ্ম্মই ব্ৰাহ্মণ্য ধৰ্ম্মৰ লগত একো সম্বন্ধ নাৰাখিছিল; কি জৈনসকলে কিছুমান হিন্দু দেৱ-দেৱীৰ পূজা কৰিছিল আৰু বহুত ঘৰু ক্ৰিয়া-কাণ্ডত ব্ৰাহ্মণ-পুৰোহিত আদিও নিযুক্ত কৰিছিল; সেই হিচাপে জৈ ধৰ্ম্মক হিন্দু ধৰ্ম্মৰ এটা শাখা বুলি কোৱাহে বেছি যুক্তিযুক্ত।

**মৌৰ্য্য বংশৰ আগৰ ভাৰতীয় ৰাজ্য আৰু ৰিপাব্লিক**—বুদ্ধ আ মহাবীৰৰ অভ্যুদয়ৰ সময়ত (খৃঃ পূঃ ষষ্ঠ শতাব্দী) উত্তৰ ভাৰতত অতি কমে ষোলখন ৰাজ্য আছিল। প্ৰাচীন ভাৰতীয় গ্ৰন্থবোৰত সিবিলাকক ষো 'জনপদ' বোলা হৈছে। এই ৰাজ্যবোৰৰ কিছুমানত ৰাজতন্ত্ৰ আ কিছুমানত গণতন্ত্ৰ শাসন-প্ৰণালী প্ৰচলিত আছিল।

গণতান্ত্ৰিক ৰাজ্যবিলাকক 'গণ' বা সংঘ বোলা হৈছিল। ৰাজ্যৰ বয় মানুহবোৰে এই ৰাজ্যবিলাকৰ শাসন-কাৰ্য্য চলাইছিল। এওঁলোকক সহ কৰিবলৈ পৰিষদ (assembly) আছিল। বৈশালীৰ লিচ্ছবি, পাৱাৰ ম আৰু কপিলাবস্তুৰ শাক্যসকলৰ ৰাজ্য গণতান্ত্ৰিক আছিল।

ৰাজতন্ত্ৰ শাসন-প্ৰণালীৰে পৰিচালিত ৰাজ্যৰ ভিতৰত কৌশল, মগ বৎস আৰু অবন্তি মহাপৰাক্ৰমী হৈ উঠিছিল। কোশলৰ ৰজা প্ৰসেনজি মগধৰ বিম্বিসাৰ, বৎসৰাজ উদয়ন আৰু অবন্তিৰাজ চণ্ড প্ৰদ্যোত বা মহাসে প্ৰাচীন ভাৰতৰ অতি প্ৰখ্যাত ৰজা। বৎসৰাজ উদয়ন অবন্তিৰাজ মহাসেন জোঁৱায়েক আছিল। ইফালে আকৌ কৌশল আৰু মগধৰ ভিতৰতে বৈবাহিক সম্বন্ধ স্থাপন হৈছিল।

**শিশুনাগ বংশ**—খৃঃ পূঃ ষষ্ঠ শতাব্দীৰ মাজ ভাগত বিম্বিসাৰ মগধৰ ৰজ হয়। কৌশল ৰাজকুমাৰী, প্ৰসেনজিতৰ ভনীয়েক কোশলদেৱীক বিয়া কৰাই এওঁ যৌতুক স্বৰূপে কাশীৰাজ্য লাভ কৰে। বিম্বিসাৰৰ অজাতশত্ৰু নামে (কোশলদেৱীৰ ল'ৰা নহয়) এটি পুতেক আছিল; বুঢ়া বয়সত বিম্বিসাৰক বধ কৰি অজাতশত্ৰু মগধৰ সিংহাসনত বহে। স্বামীৰ শোকত কোশলদেৱীৰ মৃত্যু হয়। কোশলৰ ৰজা প্ৰসেনজিতৰ লগত অজাতশত্ৰুৰ ঘোৰতৰ যুদ্ধ হয়।



কিন্তু শেষত অজাতশত্ৰুৰ লগত জীয়েকক বিয়া দি প্ৰসেনজিতে এই যুদ্ধৰ ওৰ পেলায়। পিচত বৈশালীও মগধৰ তলতীয়া হয়। অজাতশত্ৰুৰ পুতেক 'উদয়ী'য়ে ৰাজগৃহৰ পৰা পাটলিপুত্ৰলৈ ৰাজধানী তুলি নিয়ে। এই ৰাজবংশকে শিশুনাগ বংশ বোলে।

**নন্দবংশ**—শূদ্ৰাণীৰ গৰ্ভত জন্মা, শিশুনাগ বংশৰ শেষ বংশধৰ মহানন্দীৰ ল'ৰা মহাপদ্মনন্দই মগধত নন্দবংশ প্ৰতিষ্ঠা কৰে। মহাপদ্মনন্দৰ আঠোটি পুতেক আছিল; শেষৰজন নন্দৰ ৰাজত্ব কালতেই আলেকজেন্দাৰে ভাৰত আক্ৰমণ কৰে। সেই আক্ৰমণৰ পাচত চন্দ্ৰগুপ্ত নামে এজন যোদ্ধাই চাণক্য নামে এজন ৰাজনীতিবিদ্ পণ্ডিতৰ সহায়ত মগধত মৌৰ্য্য বংশ স্থাপন কৰে।

**ডেৰায়চৰ ভাৰত আক্ৰমণ**—অতীজৰ পৰাই ভাৰতৰ ঐশ্বৰ্য্য-বিভূতিৰ কথা পচিমীয়া ৰজাসকলে শুনিছিল। খৃঃ পূঃ ষষ্ঠ শতাব্দীত পাৰস্য সাম্ৰাজ্য অতি শক্তিশালী হৈ উঠে আৰু সেই শতাব্দীৰে শেষভাগত পাৰস্যৰ ৰজা ডেৰায়চে ভাৰত আক্ৰমণ কৰি সিন্ধু উপত্যকা অধিকাৰ কৰে।

**আলেকজেন্দাৰৰ ভাৰত আক্ৰমণ**—ইয়াৰ প্ৰায় দুশ বছৰ পাচত মেচিডনৰ ৰজা আলেকজেন্দাৰে পৃথিৱী বিজয়ৰ আকাঙ্ক্ষাৰে প্ৰথমতে পৰাক্ৰমী পাৰস্য সাম্ৰাজ্য জয় কৰে আৰু খৃঃ পূঃ ৩২৭ অব্দৰ মে' মাহত হিন্দুকুশ পাৰ হয়। আফগানিস্থান আৰু কাফিৰিস্থানৰ নানা পাৰ্ব্বত্য জাতি পৰাস্ত কৰি খৃঃ পূঃ ৩২৬ অব্দত আলেকজেন্দাৰে সিন্ধু নৈ পাৰ হয়। তক্ষশিলাৰ ৰজা অম্ভিয়ে বিনাযুদ্ধে আলেকজেন্দাৰৰ বশ্যতা স্বীকাৰ কৰে।



আলেকজেন্দাৰ

ঝিলাম নৈৰ পাৰত পুৰু নামে সৰু ৰাজ্যৰ এজনে আলেকজেন্দাৰৰ লগত মহাপৰাক্ৰমেৰে যুঁজি অন্তত বন্দী হয়। কিন্তু বন্দী-বীৰ পুৰুৰ বীৰোচিত ব্যৱহাৰত আলেকজেন্দাৰ সন্তুষ্ট হ'ল আৰু তেওঁক আপোন ৰাজ্যত পুনৰ প্ৰতিষ্ঠা কৰি পূব মুখে অগ্ৰসৰ হ'ল। পঞ্জাবৰ অসংখ্য সৰু সৰু ৰাজ্য



আলেকজেন্দাৰ আৰু পুৰু

অধিকাৰ কৰি আলেকজেন্দাৰে যেতিয়া আকৌ আগবাঢ়িব খুজিলে, তেতিয়া তেওঁৰ সৈন্যসকল অমান্তি হ'ল। তেতিয়া তেওঁ আকৌ ঝিলামৰ পাৰলৈ উভতি আহি নৌ-বাহিনীৰে সিন্ধু নৈৰ মোহনালৈ ভটীয়াই আহিল আৰু বাটত যি যি সৰু ৰাজ্য পালে, জয় কৰি আহিল। তাৰে পৰা তেওঁ তেওঁৰ নৌ-বাহিনী সাগৰেৰে পঠিয়াই দিলে আৰু নিজে এদল সৈন্যেৰে সৈতে বেলুচিস্তানৰ মৰুভূমিৰ মাজেৰে ঘৰমুৱা হ'ল। অতি কষ্টেৰে তেওঁ খৃঃ পূঃ ৩২৪ অব্দত পাৰস্য পালেহি কিন্তু পিচ বছৰত (জুন, খৃঃ পূঃ ৩২৩) বেবিলন নগৰত তেওঁৰ মৃত্যু হ'ল।



**আলেকজেন্দাৰৰ ভাৰত আক্ৰমণৰ ফলাফল**—পিচৰ আক্ৰমণকাৰীসকলৰ দৰে নিষ্ঠুৰ নহ'লেও আলেকজেন্দাৰৰ আক্ৰমণৰ ফলত অজস্ৰ প্ৰাণহানি হ'ল। গ্ৰীক ঐতিহাসিকসকলৰ মতে অকল সিন্ধু উপত্যকাতেই আশী হেজাৰ নৰ-নাৰী বধ কৰা হৈছিল। লগে লগে খেতি-পথাৰ নাশ হৈছিল—অসংখ্য নগৰ, গাওঁ পুৰি ভস্মসাৎ হৈছিল। আলেকজেন্দাৰৰ আক্ৰমণৰ পৰা সেই সময়ৰ ভাৰতীয় যুদ্ধ-কৌশল পচিমীয়া ৰণ-কৌশলতকৈ যে নিকৃষ্ট, এই কথা প্ৰমাণিত হ'ল।

আনহাতে এই অভিযানৰ ফল স্বৰূপে ভাৰতবৰ্ষ আৰু ইউৰোপৰ মাজত যাতায়াতৰ নতুন পথ আবিষ্কাৰ হ'ল আৰু দুটি প্ৰাচীনতম সভ্যতাৰ মিলনৰ যোগসূত্ৰ স্থাপিত হ'ল। এইদৰে হিন্দুদৰ্শন গ্ৰীক দৰ্শনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে আৰু গ্ৰীক জ্যোতিষ, শিল্প আৰু ললিত-কলাই ভাৰতীয় সভ্যতাৰ ওপৰত প্ৰতিপত্তিস্থাপন কৰিলে। মিনেন্দাৰ আৰু হেলিয়'দোৰাচ আদি ইণ্ডো-গ্ৰীক ৰজাসকলৰ মন ভাৰতীয় ধৰ্ম্মৰপ্ৰতি আকৃষ্ট হবলৈপালে— দুই সভ্যতাৰ সংস্পৰ্শত। উত্তৰ ভাৰতৰ স্বাধীন ৰাজ্যবিলাকৰ শক্তি ধ্বংস হোৱাত চন্দ্ৰগুপ্তৰ মৌৰ্য্য সাম্ৰাজ্য স্থাপনত এই অভিযানে পৰোক্ষভাৱে সহায় কৰিলে।

**প্ৰশ্নমালা**

১। বৰ্দ্ধমান মহাবীৰ আৰু তেওঁ প্ৰচাৰ কৰা জৈন ধৰ্ম্মৰ বিষয়ে কি জানা লিখা।
(Write what you know about Bardhaman Mahavir and the religion preached by him.)

২। ৰাজকুমাৰ গৌতমে কেনেকৈ "বুদ্ধ" নাম পালে? তেওঁৰ ধৰ্ম্মৰ বিশেষত্ব কি?
(How did the Prince Gautamagetthe name of "Buddha"? What are the special features of his religion?)

৩। জৈন ধৰ্ম্মৰ লগত বৌদ্ধ ধৰ্ম্মৰ তুলনা কৰি কি কি বিষয়ৰ সাদৃশ্য আৰু কি কি বিষয়ৰ বিভিন্নতা আছে, দেখুৱা।
(Show the similarities and dissimilarities between Buddhism and Jainism with a comparison)

৪। মৌৰ্য্য বংশৰ আগৰ ভাৰতীয় ৰাজ্য আৰু ৰিপাব্লিকবিলাকৰ বিষয়ে চমু বিৱৰণ দিয়া।

(Give a brief account of the Indian states and the Republics previous to the Maurya dynasty.)

৫। আলেকজেন্দাৰৰ ভাৰত আক্ৰমণ আৰু তাৰ ফলাফল বৰ্ণনা কৰা।

(Describe the invasion of India by Alexander and its consequences.)

---

## তৃতীয় অধ্যায়।

# মৌৰ্য্য সাম্ৰাজ্য।

মৌৰ্য্যবংশৰ প্ৰতিষ্ঠাতা আছিল চন্দ্ৰগুপ্ত। চন্দ্ৰগুপ্ত যি ক্ষত্ৰিয়বংশত জন্মগ্ৰহণ কৰিছিল, পালি গ্ৰন্থ সমূহৰ মতে তাৰ নাম 'মোৰিয়' আৰু সেয়ে তেওঁৰ দ্বাৰা স্থাপিত বংশৰ নাম 'মৌৰ্য্য' হয়।

**চন্দ্ৰগুপ্ত**—আলেকজেন্দাৰৰ আক্ৰমণৰ পাচত তেওঁৰ সেনাপতিসকলে আফগানিস্থান, বেলুচিস্থান, কান্দাহাৰ আৰু পঞ্জাৱ শাসন কৰিছিল। এই গ্ৰীক শাসনৰ বিৰুদ্ধে সৰ্ব্বপ্ৰথমে বিদ্ৰোহ পৰিচালনা কৰে চন্দ্ৰগুপ্তই। আলেকজেন্দাৰৰ মৃত্যুৰ খবৰ ভাৰতবৰ্ষ পোৱাৰ লগে লগেই তেওঁ পঞ্জাৱ দখল কৰে (খৃঃ পূঃ ৩২১)। তাৰ পাচত তেওঁ মগধৰ নন্দবংশ উচ্ছেদ কৰি পাটলিপুত্ৰ কাঢ়ি লয়। প্ৰায় সমগ্ৰ আৰ্য্যাবৰ্ত্ত এতিয়া তেওঁৰ কৰতলগত হ'ল। চন্দ্ৰগুপ্তৰ এই অসামান্য সাফল্যৰ গুৰিত আছিল চাণক্য নামে ৰাজনীতি-বিশাৰদ এজন ব্ৰাহ্মণ পণ্ডিত।

আলেকজেন্দাৰৰ সেনাপতি চেলুকচে চন্দ্ৰগুপ্তৰ এই বিদ্ৰোহদমন কৰিবলৈ সসৈন্যে আগবাঢ়ি আহিল; কিন্তু টেঙৰ চন্দ্ৰগুপ্তই আলেকজেন্দাৰৰ সৈন্য-বাহিনীৰ ৰণ-কৌশল আগেয়ে শিকি লৈছিল আৰু সেই নতুন আদৰ্শত বিৰাট শক্তিময় বাহিনী শিক্ষিত কৰি তুলিছিল। যুদ্ধত চেলুকচ নিকেতাৰ এনেদৰে পৰাস্ত হ'ল যে কাবুল, কান্দাহাৰ আৰু হিৰাট উপহাৰ দিহে তেওঁ চন্দ্ৰগুপ্তৰ



হাতৰ পৰা অব্যাহতি পাইছিল। চেলুকচৰ এজনী জীয়েককো হেনো চন্দ্ৰগুপ্তলৈ বিয়া দিয়া হৈছিল। এতিয়া মৌৰ্য্য সাম্ৰাজ্য পশ্চিমে পাৰস্যৰ পৰা পূবে কামৰূপলৈ বিস্তৃত হৈ পৰিল।

চন্দ্ৰগুপ্ত যে অকল সুনিপুণ যোদ্ধাহে আছিল এনে নহয়, তেওঁ এজন তীক্ষ্ণদৃষ্টিসম্পন্ন শাসনকৰ্ত্তা আছিল। তেওঁ এই প্ৰকাণ্ড সাম্ৰাজ্য (এনে বিশাল সাম্ৰাজ্য ভাৰতবৰ্ষত আগেয়ে আৰু কেতিয়াও প্ৰতিষ্ঠিত হোৱা নাছিল) অতি নিখুঁত ভেটিৰ ওপৰত নিয়াৰিকৈ সাজি লৈছিল।

বুঢ়া বয়সত চন্দ্ৰগুপ্তই স্বেচ্ছাৰে পুতেকক সিংহাসন এৰি দিয়ে আৰু জৈন ধৰ্ম্ম গ্ৰহণ কৰি জৈন প্ৰথা মতে অনশন কৰি প্ৰাণ ত্যাগ কৰে। তেওঁ খৃঃ পূঃ ৩২১ৰ পৰা খৃঃ পূঃ ২৯৭ অব্দলৈ ৰাজত্ব কৰিছিল।

**অশোক**—চন্দ্ৰগুপ্তৰ পুতেক বিন্দুসাৰ খৃঃ পূঃ ২৭৩ অব্দলৈ ৰাজত্ব কৰে। তেওঁ 'অমিত্ৰঘাত' উপাধি লৈছিল। তাৰ পৰা অনুমান কৰা যায় যে বাপেকৰ দৰে তেৰোঁ ভাল যুঁজাৰু আছিল।

বিন্দুসাৰৰ পুতেক আৰু চন্দ্ৰগুপ্তৰ নাতিয়েক অশোক খৃঃ পূঃ ২৭৩ অব্দত মৌৰ্য্য ৰাজ-সিংহাসনত উঠে। ৰাজত্বভাৰ গ্ৰহণ কৰাৰ প্ৰায় চাৰি বছৰমান পাচত হে ৰীতি অনুসাৰে তেওঁৰ ৰাজ্যাভিষেক উৎসৱ পালন কৰা হয়।



মহাৰাজ অশোক

খ্ঃ পূঃ ২১৬ অব্দত তেওঁ বিখ্যাত কলিঙ্গ অভিযান পৰিচালনা কৰে। কলিঙ্গবাসীসকলে অসীম সাহসেৰে যুঁজিও পৰাক্ৰান্ত মৌৰ্য্য-বাহিনীৰ হাতত




পৰাস্ত হয়। কলিঙ্গ বাহিনীৰ অগণন সৈন্যৰ তেজেৰে যুদ্ধক্ষেত্ৰত ৰঙা নদী বৈ গৈছিল। কলিঙ্গ জয় কৰা হ'ল; কিন্তু অলেখ নৰ-নাৰীৰ আৰ্ত্তনাদ,



যুদ্ধক্ষেত্ৰৰ তেজৰ নদী আৰু কলিঙ্গবাসীৰ অকথ্য দুখ-যাতনাই বিজয়ী বীৰ অশোকৰ অন্তৰত প্ৰকৃততে অপৰাধীৰ ভাবহে জগাই তুলিলে। অকাৰণত লাখ লাখ প্ৰাণীহত্যাৰ দ্বাৰা বিজয় ঘোষণা নহয়; দেশ জয় কৰাতকৈ মানুহৰ অন্তৰ জয় কৰাকেই অশোকে জীৱনৰ ব্ৰত কৰিম বুলি প্ৰতিজ্ঞা কৰিলে। অনতিপলমে, উপগুপ্ত নামে বৌদ্ধ ভিক্ষু এজনৰ দ্বাৰা তেওঁ বৌদ্ধ ধৰ্ম্মত দীক্ষিত হ'ল। অশোকে বাকী চোৱা জীৱন কাল প্ৰজাহিতকৰ কাম আৰু বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ কাৰণে উচৰ্গা কৰিছিল।

**বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ**—বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰিয়েই অশোকে বুদ্ধৰ সোঁৱৰণিৰে জড়িত সকলোবোৰ তীৰ্থস্থানলৈ গৈছিল। তেওঁ ভাৰতবৰ্ষৰ বাহিৰেও বৌদ্ধ-ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ মন মেলিলে আৰু এই অৰ্থে এটা ডাঙৰ সুগঠিত ধৰ্ম্ম-প্ৰচাৰকৰ দল এচিয়া, আফ্ৰিকা আৰু ইউৰোপৰ নানা ঠাইলৈ পঠিয়ালে। তেওঁৰ পুতেক মহেন্দ্ৰ আৰু জীয়েক সংঘমিত্ৰাক (কাৰো কাৰো মতে ভাই আৰু ভনীয়েক) লঙ্কালৈ পঠিয়াইছিল।


অশোক স্তম্ভ

নিজৰ সাম্রাজ্যৰ সকলো মানুহে যাতে বুদ্ধৰ উপদেশবোৰ স্পষ্টকৈ উপলব্ধি কৰিব পাৰে আৰু সেইমতে চলিব পাৰে, তাৰ বাবে তেওঁ ভিন ভিন ঠাইত স্থানীয় প্ৰাকৃত ভাষাৰে বুদ্ধৰ বাণীবোৰ স্তম্ভ বা শিলত কাটি স্থাপন কৰিছিল। সেই সময়ত বৌদ্ধ ধৰ্ম্মৰ যিবোৰ বিভিন্ন সম্প্ৰদায় গঠিত হৈছিল সকলোৰে মাজত একতা, আৰু মতৰ সমিল-মিল ঘটাবলৈ তেওঁ এখন বৌদ্ধ-মহামেল আহ্বান কৰিছিল। ইয়াৰোপৰি প্ৰজাসমূহৰ নৈতিক উন্নতিৰ পিনে লক্ষ্য ৰাখিবলৈ 'ধৰ্ম্ম মহামাত্ৰ' নামে এদল বিশেষ কৰ্ম্মচাৰী নিযুক্ত কৰিছিল।

**প্ৰজাহিতকৰ কাম**—যাতায়াতৰ সুবিধাৰ কাৰণে অশোক ৰাজ্যত অনেক ৰাজআলি বান্ধি দিছিল; তাৰ দুয়ো কাষে গছ ৰুই দিছিল আৰু নাদ খনাইছিল। মানুহ আৰু পশু চিকিৎসাৰ কাৰণে চিকিৎসালয় স্থাপন কৰিছিল, প্ৰাণীহত্যা আৰু লগে লগে মৃগয়া বন্ধ কৰি দিয়া হৈছিল, প্ৰজাৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে পঢ়াশালি নিৰ্ম্মাণ কৰিছিল; প্ৰজাৰ নৈতিক জীৱনৰ প্ৰতি লক্ষ্য ৰাখিবলৈ বিশেষ কৰ্ম্মচাৰী নিযুক্ত কৰিছিল; ধৰ্ম্ম আৰু আচাৰ-ব্যৱহাৰ বাদ-বিসম্বাদ নিৰ্দ্ধাৰণ কৰিবলৈ মাজে মাজে সভা আহ্বান কৰিছিল আৰু শিল্প, কলা বিস্তাৰৰ অৰ্থে যথেষ্ট উৎসাহ দেখুৱাইছিল।

**মৌৰ্য্য-সাম্ৰাজ্যৰ অধঃপতনৰ কাৰণ**—অশোকৰ মৃত্যুৰ পাচত বিশাল মৌৰ্য্য সাম্ৰাজ্য ভাগি-ছিগি গ'ল। তাৰ কাৰণ প্ৰধানতঃ এই কেইটা—

(১) অশোকৰ মৃত্যুৰ পাচতেই সাম্ৰাজ্য দুভাগ হ'ল আৰু অশোকৰ দুই পুতেকে কাশ্মীৰ আৰু পাটলিপুত্ৰত বেলেগ হৈ শাসন চলাবলৈ ধৰিলে।

(২) অশোকৰ পৰবৰ্ত্তী ৰজাসকল দুৰ্ব্বল আছিল।

(৩) অহিংস-নীতিৰ ফলস্বৰূপে মৌৰ্য্য-সাম্ৰাজ্যৰ সেনা-বাহিনীৰ অৱনতি আৰু অধঃপতন ঘটে।

(৪) শাতবাহন বংশ আৰু কলিঙ্গই বিদ্ৰোহাচৰণ কৰে আৰু সময়মতে সেই বিদ্ৰোহ দমন কৰোঁতা শাসনকৰ্ত্তা কোনো নাছিল।

(৫) বেক্‌ট্ৰিয়াৰ গ্ৰীক শাসনকৰ্ত্তাসকলে আকৌ ভাৰত আক্ৰমণ কৰিবলৈ ধৰিলে।

(৬) সাম্ৰাজ্যৰ এই অচল অৱস্থাত, সেনাপতি পুষ্যমিত্ৰই শেষ মৌৰ্য্য ৰজা বৃহদ্ৰথক হত্যা কৰে।

(৭) বৌদ্ধ-ধৰ্ম্ম, ৰাষ্ট্ৰীয়ধৰ্ম্ম হোৱাত, স্বভাৱতে ব্ৰাহ্মণসকলৰ স্বাৰ্থত ব্যাঘাত পৰিছিল আৰু অশোকৰ মৃত্যুৰ পিচত তাৰ প্ৰতিক্ৰিয়া ঘটিছিল।

**মৌৰ্য্য যুগত ভাৰতৰ সামাজিক অৱস্থা**—মৌৰ্য্যযুগৰ ভাৰতৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ বিশ্বাসযোগ্য বিৱৰণ গ্ৰীক কট



গেস্থেনিচৰ (চন্দ্ৰগুপ্তৰ সভাত আছিল) টোকাৰ পৰা আৰু কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ পৰা ভালকৈ জানিব পাৰি।

**চন্দ্ৰগুপ্তৰ শাসন-প্ৰণালী**—(মেগেস্থেনিচৰ টোকা অনুসাৰে) মগধৰ ৰাজধানী পাটলিপুত্ৰ নগৰ আকৃতিত আয়তাকাৰ আৰু দীঘল আছিল। নগৰৰ চাৰিওফালে কাঠৰ দুৰ্ভেদ্য গড় আৰু গভীৰ গড়খাৱৈ আছিল। ৰাজপ্ৰাসাদ কাঠেৰে পৰিপাটিকৈ সজোৱা আৰু নানা বিচিত্ৰ কাৰুকাৰ্য্যেৰে শোভিত আছিল।

ৰজাই ৰাজ্যৰ সৰ্ব্বশ্ৰেষ্ঠ শাসক-শক্তি আছিল, কিন্তু সেই বুলি অত্যাচাৰী আছিল; পাটলিপুত্ৰ নগৰৰ শাসনভাৰ এটি সু... ত মিউনিচিপেলিটীৰ হাতত আছিল। তাৰ সদস্য আছিল ত্ৰিশ জন। প্ৰতি পাঁচজন সদস্যৰে একোটিকৈ ছয়টি কমিটি আছিল আৰু প্ৰতিটো কমিটিয়ে এটি এটি বিভাগ অতি ...কলমে চলাইছিল। বিদেশী লোকৰ তত্ত্বাৱধান, ৰাজ্যৰ জন্ম-মৃত্যু হিচাপ ...ৰা (Census Department), শিল্প-কলাৰ পৰ্য্যবেক্ষণ (Department of Industry), ব্যৱসা-বাণিজ্যৰ ব্যৱস্থা (Department of Commerce), বিক্ৰীমূল্যৰ দশমাংশ ৰাজকৰ ৰূপে আদায় কৰা (Sales-tax Collection Department) আৰু বিক্ৰী কৰিবলগীয়া বস্তুৰ প্ৰচুৰ পৰিমাণে উৎপাদন আদি বিষয়ত বিভাগ ছয়টি তৎপৰ থাকিব লাগিছিল।

দূৰণিবটীয়া প্ৰদেশবোৰ ৰাজ-পৰিয়ালৰ কোনো উপযুক্ত লোকে ৰজাৰ প্ৰতিনিধি হিচাপে শাসন কৰিছিল আৰু ৰজাই তেওঁলোকৰ কাৰ্য্যৰ তত্ত্বাৱধান কৰিছিল। দোষীৰ শাস্তি অতি গুৰুতৰ আছিল আৰু অতি নিৰপেক্ষ ভাবে বিচাৰকাৰ্য্য পৰিচালনা কৰা হৈছিল। এটি বিশেষ কমিটিৰ দ্বাৰা পূৰ্ত্ত-বিভাগ (Irrigation Department) পৰিচালনা কৰা হৈছিল।

ৰজাৰ সৈন্য-বাহিনীত প্ৰায় ৭ লাখ সৈন্য আছিল। সৈনিক বিভাগত (১) পদাতিক, (২) হস্তী-বাহিনী, (৩) অশ্বাৰোহী আৰু (৪) ৰথী—এই কেইটা ভাগ আছিল। সৈন্য-বিভাগৰ পৰিচালনা কাৰ্য্যও ৩০জন সদস্যৰ ছয়টা

কমিটিৰ ( পাঁচজন সদস্যৰ একোটি কমিটি ) হাতত গতাই দিয়া হৈছি
কমিটিবোৰে যথাক্রমে পদাতিক, হস্তী-বাহিনী, অশ্বাৰোহী, ৰথী, নৌবা
আৰু সৈন্য-সমূহৰ অস্ত্র-শস্ত্র আৰু ৰচদ-পাতি ( Supply Departme
যোগোৱা আদি যাৱতীয় কাৰ্য্য চলাব লাগিছিল।

**সামাজিক অৱস্থা**—মেগেস্থেনিচৰ মতে সেই যুগত ভাৰতবৰ্ষত অ
সৰু-বৰ ৰাজ্যৰ অভ্যুদয় হৈছিল আৰু মগধেই আটাইতকৈ শক্তিশালী আ
মানুহবোৰক তেওঁ সাত জাতিত বিভক্ত কৰিছে—(১) দাৰ্শনিক, (২) কৃ
(৩) পশুপালক, (৪) শিল্পী আৰু ব্যৱসায়ী, (৫) সৈনিক, (৬) পৰিদ
(Overseers) আৰু (৭) অমাত্য। আচলতে এইবোৰ জাতি নহয়, ব্যৱ
অনুসাৰে কৰা শ্ৰেণী-বিভাগ মাথোন। অৰ্থ-শাস্ত্ৰৰ মতে সেই সময়তো ব্ৰা
ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰিটাহে প্ৰধান জাতি আছিল।

সেই সময়ৰ ভাৰতীয় লোক অতি অনাড়ম্বৰ, সত্যবাদী আৰু নম্ৰ আছি
মেগেস্থেনিচে সেই সময়ত ভাৰতত দাস প্ৰথা (Slavery) নাই বুলিছে,
সেইটো তেওঁৰ ভুল। গোলামি প্ৰথা তেতিয়াও আছিল। সম-সাম
স্মৃতিগ্ৰন্থত আৰু সম্ৰাট অশোকৰ লিপিবিলাকত ইয়াৰ উল্লেখ পোৱা য
খেতি-বাতি সুন্দৰৰূপে হৈছিল আৰু মানুহে সুখে-সন্তোষে বাস কৰিছি
চুৰি-ডকাইতি কম আছিল আৰু মানুহে আদালতলৈ নগৈছিল। মেগে
নিচে আদালতসমূহ তেতিয়া নাছিল বুলিছে যদিও সেই কথা সঁচা নহ
কৌটিল্যৰ অৰ্থ-শাস্ত্ৰত বিচাৰালয়ৰ তন্ন-তন্নকৈ বিৱৰণ দিয়া আছে, অৱ
সাধাৰণ মালি-মোকৰ্দ্দমা মিমানদূৰ মিটমাট্ কৰি পেলোৱাটোৱেই সেইক
দস্তুৰ আছিল।

**কৌটিল্যৰ অৰ্থশাস্ত্ৰ**—কৌটিল্য নামে কোনোবা এজন পণ্ডিত আ
নে নাই আৰু যদি আছিল, 'অৰ্থশাস্ত্ৰ' তেওঁৰেই ৰচিত গ্ৰন্থ আছিল নে,
কোনো এক শ্ৰেণীৰ পণ্ডিতৰ উমৈহতীয়া ৰচনা—ইত্যাদি কথা লৈ ন
পণ্ডিতৰ নানা মত।



এইটো সম্ভৱপৰ যে চন্দ্ৰগুপ্তৰ ৰাজনীতি ক্ষেত্ৰৰ গুৰু চাণক্যই (তেওঁৰ আন নাম—বিষ্ণুগুপ্ত, কৌটিল্য বা কৌটল্য) এই গ্ৰন্থৰ ৰচয়িতা। ৰচক যিয়েই নহওক—অৰ্থ-শাস্ত্ৰৰপৰা আমি মৌৰ্য্যযুগৰ ভাৰতবৰ্ষৰ ৰাজনীতি আৰু শাসন-প্ৰণালী বিষয়ক অনেক মূল্যবান কথা জানিব পাৰোঁ। পৰৱৰ্ত্তী ৰাজনীতি বিষয়ৰ গ্ৰন্থকৰ্ত্তাসকলে কৌটিল্যক এজন অবিসম্বাদী ৰাজনৈতিক পণ্ডিত বুলি স্বীকাৰ কৰি গৈছে।

**তামিল ৰাজ্য চাৰিখন**—অশোকৰ ৰাজত্বকালত দাক্ষিণাত্যত চেৰ, চোল, পাণ্ড্য আৰু কেৰল আদি কেইবাখনো সৰু সৰু স্বাধীন ৰাজ্য আছিল। সিবিলাকে অশোকৰ লগত সদায় মিত্ৰতা ৰাখি চলিছিল আৰু অশোকেও সেই তামিল ৰাজ্যবিলাকৰ স্বাধীনতাত কেতিয়াও হস্তক্ষেপ নকৰিছিল।

শিল্পকলা আৰু ( সমুদ্ৰৰ উপকূলত থকা হেতুকে ) বিশেষকৈ সামুদ্ৰিক বেহা-বেপাৰত এই ৰাজ্য কেইখন আগৰণুৱা হৈ উঠিছিল। উত্তৰ ভাৰতৰ নানা ৰাজনৈতিক আহুকালে এই ৰাজ্য কেইখনক স্পৰ্শ কৰিব নোৱাৰিছিল।

## প্ৰশ্নমালা

১। চন্দ্ৰগুপ্ত মৌৰ্য্য কোন আছিল? কেনেকৈ তেওঁ ভাৰতত বিশাল সাম্ৰাজ্য স্থাপন কৰিছিল?

(Who was Chandragupta Maurya? How did he establish a vast empire in India?)

২। মহাৰাজ অশোকক কি কাৰণে এজন পৃথিৱী-বিখ্যাত সম্ৰাট বুলি কোৱা হয়?

(Why is Ashok called an Emperor of worldwide fame?)

৩। বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত সম্ৰাট অশোকে কেনেকৈ সাহায্য কৰিছিল?

(How did Emperor Ashok help the spread of Buddhism?)

৪। মৌৰ্য্য-সাম্ৰাজ্যৰ অধঃপতনৰ কাৰণবিলাক বৰ্ণনা কৰা।

(State briefly the causes of the downfall of the Maurya Empire.)

৫। মেগেস্থেনিচ কোন আছিল? তেওঁৰ টোকাৰ পৰা মৌৰ্য্য যুগৰ ভাৰতৰ বিষয়ে কি কি জানিব পাৰি?

(Who was Magasthenes? What knowledge do we get about the India of the Maurya period from his account?)

৬। মৌৰ্য্য যুগৰ ভাৰতৰ সামাজিক অৱস্থা কেনে আছিল বিবৰি কোৱা।

(Narrate briefly the social conditions of India of the Maurya Era.)

---

## চতুৰ্থ অধ্যায়।

# মৌৰ্য্যবংশৰ উত্তৰাধিকাৰীসকল।

[ উত্তৰ-পূব অংশত ]

**মিত্ৰ বা শুঙ্গবংশ**—মৌৰ্য্যবংশৰ শেষ ৰজা বৃহদ্ৰথক হত্যা কৰি সেনাপতি পুষ্যমিত্ৰই শুঙ্গবংশ প্ৰতিষ্ঠা কৰে। এওঁলোক জাতিত ব্ৰাহ্মণ হব পায়। এই বংশৰ দহজন ৰজাৰ ভিতৰত পুষ্যমিত্ৰ, তেওঁৰ পুতেক অগ্নিমিত্ৰ আৰু নাতিয়েক বসুমিত্ৰই আটাইতকৈ ক্ষমতাপন্ন আছিল। অগ্নিমিত্ৰই বিদৰ্ভৰ ৰজাক যুঁজত পৰাস্ত কৰে।

পুষ্যমিত্ৰই একেলগে দুটা আক্ৰমণ ব্যৰ্থ কৰিবলগীয়া হৈছিল। কলিঙ্গৰাজ খাৰবেলই আৰু ইণ্ডো-গ্ৰীক ৰজা মিনেন্দাৰে (কাৰো কাৰো মতে ডিমিট্ৰিয়চ)



প্ৰায় সমসাময়িক কালে পাটলিপুত্ৰ আক্ৰমণ কৰে; কিন্তু পুষ্যমিত্ৰই নিজৰ ক্ষমতা অটুট ৰাখিলে। তেওঁ দুবাৰ অশ্বমেধ যজ্ঞ কৰিছিল। এওঁৰ নাতিয়েক বসুমিত্ৰয়ো অশ্বমেধ যজ্ঞ কৰিছিল।

খৃঃ পূঃ ৭২ অব্দত বসুদেৱ নামে মন্ত্ৰীয়ে এই বংশৰ শেষ ৰজাক হত্যা কৰি যি বংশ স্থাপন কৰে, তাৰ নাম কাণ্ব বংশ। এই বংশৰ ৰাজত্বকাল খৃঃ পূঃ ৭২-২৭।

**দাক্ষিণাত্যত শাতবাহন সাম্ৰাজ্য**—শাতবাহন বা অন্ধ্ৰ সাম্ৰাজ্য—মৌৰ্য্যবংশৰ ৰাজত্বকালত শাতবাহন ৰাজবংশ মগধৰ অধীন আছিল, কিন্তু অশোকৰ মৃত্যুৰ অলপদিন পিচতেই তেওঁলোকে গোদাবৰী নদীৰ উপত্যকাত স্বাধীন সাম্ৰাজ্য স্থাপন কৰে। সাধাৰণতে দাক্ষিণাত্যৰ ৰাজশক্তিয়ে যদিও আৰ্য্যাৱৰ্ত্ত জয় কৰিব নোৱাৰিছিল অন্ধ্ৰবংশই মালৱা আৰু সম্ভৱতঃ মগধো জয় কৰিছিল।

এই সময়ত মধ্য-এচিয়াৰ শক জাতিয়ে উত্তৰ-পশ্চিম ভাৰতত সাম্ৰাজ্য স্থাপন কৰিছিল। তেওঁলোকে মালৱাৰপৰা অন্ধ্ৰসকলক খেদি দিলে আৰু আনকি দাক্ষিণাত্যলৈ চোঁচা ললে কিন্তু শাতবাহন বংশৰ সৰ্ব্বশ্ৰেষ্ঠ ৰজা গৌতমীপুত্ৰ শতকৰ্ণীয়ে নিজদেশক শকৰ হাতৰ পৰাতো উদ্ধাৰ কৰিলেই, বৰঞ্চ শক্ৰৰাজ্যও ভালেখিনি কাঢ়ি ললে।

শতকৰ্ণীৰ পুত্ৰ পুলমায়ি'য়ে শকাধিপতি ৰুদ্ৰদমনৰ জীয়েকক বিয়া কৰিলে কিন্তু তথাপিতো দুয়োজাতিৰ ভিতৰত ইমানতে যুদ্ধৰ ওৰ নপৰিল। শাতবাহন ৰজাসকল ব্ৰাহ্মণ আছিল কিন্তু তেওঁলোকে বৌদ্ধ আৰু ব্ৰাহ্মণ্যধৰ্ম্ম দুয়োকেই সমানে আশ্ৰয় দিছিল।

**বিদেশী আক্ৰমণকাৰীসকল**—আলেকজেন্দাৰৰ ভাৰত আক্ৰমণৰ পিচত তেওঁৰ সেনাপতি চেলুকচে পাৰস্যত এখন বিশাল গ্ৰীক সাম্ৰাজ্য স্থাপন কৰে। এই গ্ৰীক সাম্ৰাজ্যৰ অন্তৰ্গত আছিল পশ্চিম-এচিয়াৰ বেক্‌ট্ৰিয়া (বাল্‌খ বা বাহ্লীক) আৰু পাৰ্থিয়া (পহ্লৱ) ৰাজ্য। কালক্ৰমত বেক্‌ট্ৰিয়া চেলুকচৰ সাম্ৰাজ্যৰ পৰা স্বাধীন হয়, আৰু তাৰ ৰজা মিনেন্দাৰ, ডিমিট্ৰিয়চ্ আদি

কেইৰাজনেও উত্তৰ-পশ্চিম ভাৰত দখল কৰে। বেক্ট্ৰিয়াৰ এই ৰজাসকলক ইণ্ডো-গ্ৰীক ৰজা বোলে।

**শকজাতি**—ইয়াৰ পিচত মধ্য-এচিয়াৰ শকজাতি আৰু ওপৰত উল্লেখ কৰা পাৰ্থিয়ানসকলৰ আক্ৰমণত ইণ্ডো-গ্ৰীক ৰাজ্য ভাগি যায় আৰু ফলস্বৰূপে উত্তৰ-ভাৰতত উক্ত জাতিবোৰে নিজ সাম্ৰাজ্য গঠন কৰে।

শকজাতিয়ে তক্ষশীলা, মথুৰা, মালৱ আৰু কাথিয়াৱাৰত ৰাজ্য পাতে। কাথিয়াৱাৰ উপদ্বীপৰ ৰাজাই সকলোতকৈ শক্তিমন্ত হৈ উঠে। ইয়াৰ ৰাজবংশক পশ্চিম মহাক্ষত্ৰপ বোলা হৈছিল। এই বংশৰ ৰজা ৰুদ্ৰদমনেই ( গৌতমীপুত্ৰ শতকৰ্ণীৰ বিয়ৈ ) আটাইতকৈ খ্যাতনামা আছিল। তেওঁ খৃষ্টীয় দ্বিতীয় শতিকাৰ মাজভাগত ৰাজত্ব কৰিছিল। এই বংশৰ ৰাজত্বকাল খৃষ্টীয় ১ম শতিকাৰ শেষভাগৰ পৰা ৪ৰ্থ শতিকাৰ অন্তলৈকে।

**পাৰ্থিয়ান (পহ্লৱ) জাতি**—শকজাতিৰ পিছত এই জাতিয়ে উত্তৰ-ভাৰতত প্ৰাধান্য লাভ কৰে। অনুমান খৃঃ ২০—৪০ অব্দৰ ভিতৰত এই বংশৰ প্ৰসিদ্ধ ৰজা 'গণ্ডোফাৰ্ণিচ' ৰাজপাটত উঠে। কথিত আছে যে যিশুখৃষ্টৰ শিষ্য চেইণ্ট টোমাচ এওঁৰ ৰাজসভালৈ আহিছিল। কুশান ফৈদৰ উত্থানৰ লগে লগেই এই জাতিৰ পতন হয়।

**কুশান সাম্ৰাজ্য**—কুশান জাতিৰ ইতিবৃত্ত :— চীন সাম্ৰাজ্যৰ সীমান্তত 'ইউয়েচি' নামে এটা অঘৰী জাতি ( Nomadic tribe ) বাস কৰিছিল। তেওঁলোকে শকজাতিৰ পৰা অক্সাচ নদীৰ উপত্যকা খণ্ড কাঢ়ি লয়। অলপ দিনৰ ভিতৰতে তেওঁলোকে বেক্ট্ৰিয়া ৰাজ্য দখল কৰে। তেওঁলোকেও এতিয়া স্থায়ী ভাবে সেই ৰাজ্যত বসতি কৰিবলৈ ললে। ইউয়েচি জাতিৰ পাঁচোটা ফৈদ আছিল। তাৰে এটিৰ নাম 'কুশান' ফৈদ। এই বংশৰ ৰজা ১ম কাড্‌ফিচেচ্‌ৰ পৰাক্ৰমী হৈ উঠে আৰু আটাইকেইটা ফৈদকে তেওঁৰ নেতৃত্বত একগোট কৰে। তেওঁ তেতিয়া পাৰ্থিয়ান আৰু ইণ্ডো-গ্ৰীকসকলৰ হাতৰ পৰা আফগানিস্থান অধিকাৰ কৰে। তেওঁৰ পুতেক দ্বিতীয় কাড্-



ফিচেচে বাৰাণসী পৰ্য্যন্ত ভূভাগ তেওঁৰ হাতলৈ নিয়ে আৰু প্ৰতিনিধিৰ সহায়েৰে ৰাজ্য শাসন কৰিবলৈ ধৰে।



মথুৰাত পোৱা কণিষ্কৰ মূৰ্ত্তি।

**কণিষ্ক**—ইয়াৰ পিচত কুশানকুলতিলক কণিষ্ক সিংহাসনত আৰোহণ কৰে। কাৰো কাৰো মতে এওঁ খৃঃ ৭৮ অব্দত ৰজা হয়; আৰু এই বছৰৰ পৰাই শকাব্দৰ আৰম্ভণ। কাশ্মীৰৰপৰা কাশীলৈকে এওঁৰ সাম্ৰাজ্য বিস্তৃত আছিল। পাটলিপুত্ৰ, দাক্ষিণাত্যৰ পাৰ্থিয়ান ফৈদ আৰু চীনৰ সৈন্য-বাহিনীক এওঁ যুদ্ধত পৰাস্ত কৰিছিল।

কেৱল বীৰ হিচাপে নহয়, বৌদ্ধধৰ্ম্মৰ পৃষ্ঠপোষক হিচাপেও কণিষ্ক এজন বিখ্যাত সম্ৰাট আছিল। এওঁৰ ৰাজধানী আছিল পুৰুষপুৰ (বৰ্ত্তমান পেচোৱাৰ)। এওঁৰ ৰাজত্বকালতে বৌদ্ধ ধৰ্ম্মাৱলম্বীসকলৰ মতদ্বৈধ খণ্ডন কৰিবলৈ চতুৰ্থ বৌদ্ধমেল আহ্বান কৰা হৈছিল। তেওঁৰ ৰাজধানীত বুদ্ধৰ অস্থিৰ ওপৰত তেওঁ এটা বিৰাট চৈত্য নিৰ্ম্মাণ কৰাইছিল।

শিক্ষা আৰু শিল্পকলাৰ পৃষ্ঠপোষক হিচাপেও তেওঁৰ নাম উল্লেখযোগ্য। আয়ুৰ্ব্বেদশাস্ত্ৰৰ গুৰি ধৰোঁতা চৰক, 'প্ৰাকৃত' কবি অশ্বঘোষ, সাহিত্যিক বসুমিত্ৰ, দাৰ্শনিক কবি নাগাৰ্জ্জুন আদি সুধীসকলৰ দ্বাৰা তেওঁৰ ৰাজসভা অলঙ্কৃত হৈছিল।

গান্ধাৰ ভাস্কৰ্য্য আৰু ভাৰতীয় স্থাপত্য শিল্পই এওঁৰ ৰাজত্বকালতে বহুদূৰ উৎকৰ্ষ লাভ কৰে। এই বংশৰ চতুৰ্থজন ৰজাৰ দিনত কুশানসাম্ৰাজ্যৰ পতন হয়।

**কুশান যুগৰ ভাৰতীয় সভ্যতা**—'বুদ্ধচৰিত'ৰ গ্ৰন্থকাৰ প্ৰাকৃত ভাষ কবি অশ্বঘোষ, বৌদ্ধধৰ্ম্ম অৰু দৰ্শনৰ খ্যাতনামা কৰ্ণধাৰ নাগাৰ্জ্জুন, অদ্বিতী আয়ুৰ্ব্বেদিক চিকিৎসক চৰক আদি সুধীসকলৰ অভ্যুদয় এই যুগতেই হ মহাভাৰতৰো বৰ্ত্তমানৰ আকাৰ বোধকৰোঁ এই যুগতেই দিয়া হয়। স্মৃ শাস্ত্ৰবিলাকৰ কিছুমানৰ জন্ম এই যুগত।



সাঁচীৰ স্তূপ।

গ্ৰীক স্থাপত্য শিল্পৰ আদৰ্শত গঢ়া শিল্প, গান্ধাৰ (আফগানিস্থান), মথুৰ নাচিক আৰু অমৰাৱতী আদি ঠাইত অপূৰ্ব্ব উন্নতি লাভ কৰে এই যুগতেই মিশৰ, ৰোম, চীন আদি দেশৰ লগত বেহা-বেপাৰ চলে। ফলত ৰোমান দেশী মুদ্ৰাৰ প্ৰভাৱ এই কালৰ ভাৰতীয় মুদ্ৰাত স্পষ্ট দেখা যায়। যাভা, বোৰ্নি



আৰু চম্পা আদি ভাৰতীয় উপদেশসমূহ স্থাপন হয়। চীন সাম্ৰাজ্যত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ এই যুগতেই বেছি কৃতকাৰ্য্যতাৰে আগবাঢ়ে।

**বিক্ৰম অব্দ**—খৃঃ পূঃ ৫৮ অব্দত 'বিক্ৰম' চন আৰম্ভ হয়। উজ্জয়িনীৰ ৰজা শকাৰি বিক্ৰমাদিত্যই শকসকলক পৰাস্ত কৰি এই চন স্থাপিত কৰা বুলি কিম্বদন্তী আছে। কিন্তু বুৰঞ্জী-সাপেক্ষ প্ৰমাণ একো নাই। কোনো কোনোৱে আকৌ চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যই ৫০০ বছৰ পিচুৱাই দি এই অব্দ প্ৰচলন কৰিছিল বুলি অনুমান কৰে।

**শকাব্দ**—খৃষ্টীয় ৭৮ অব্দৰ পৰা এই চন গণনা কৰা হয়। ইয়াৰো প্ৰতিষ্ঠাতা কোন ঠিবাংকৈ জনা নাযায়। শক-জাতিৰ কোনো ৰজাই ৰাজপাটত উঠোঁতে এই চন স্থাপন কৰে বুলি বহুতে অনুমান কৰে। কোনোৱে আকৌ কণিষ্কই সিংহাসন আৰোহণ উপলক্ষে এই নতুন অব্দ স্থাপন কৰে বুলি ভাবে। তৃতীয় দল পণ্ডিতৰ মতে দ্বিতীয় কাডফিচেচেই এই অব্দৰ প্ৰতিষ্ঠাপক।

## প্ৰশ্নমালা

১। চমু টোকা লিখা :—

(ক) মিত্ৰ বংশ, (খ) শাতবাহন সাম্ৰাজ্য, (গ) শকসকল (ঘ) পহ্লৱ জাতি, (ঙ) কুশানসকল, (চ) বিক্ৰমাব্দ, (ছ) শকাব্দ।

[Write short notes on :—

(a) Mitra Dynasty, (b) The Satavahan Kingdom, (c) The Sakas, (d) The Pallavas, (e) The Kushans, (f) The Sakabda. ]

২। মহাৰাজ কণিষ্ক আৰু তেওঁৰ ৰাজত্বকাল সম্পৰ্কে কি জানা লিখা
( Write what you know about king Kanishka and of his rule. )

———

## পঞ্চম অধ্যায়।

# গুপ্ত সাম্রাজ্য।

( ৩২০ খৃঃ—৫০০ খৃঃ )

**প্ৰথম চন্দ্ৰগুপ্ত**—চতুৰ্থ শতিকাৰ আগৰ ভাগত মগধত গুপ্তবংশ প্ৰতিপত্তিশালী হৈ উঠে। এই বংশৰ তৃতীয় ৰজা প্ৰথম চন্দ্ৰগুপ্ত ক্ষমতাশালী ৰজা আছিল। তেওঁ লিচ্চভি ৰাজবংশৰ কুমাৰদেবী নামে কুঁৱৰীক বিয়া কৰিছিল। এই বৈবাহিক সম্বন্ধই তেওঁৰ ৰাজশক্তি প্ৰসাৰণত ভালেখিনি সহায় কৰে। তেওঁ ৰাজপাট গ্ৰহণ কৰা উপলক্ষে ৩২০ খৃঃৰ পৰা গুপ্ত অব্দ প্ৰৱৰ্ত্তন কৰে।

**সমুদ্ৰগুপ্ত**—চন্দ্ৰগুপ্তৰ পিচত তেওঁৰ বিজয়ী পুত্ৰ সমুদ্ৰগুপ্তই ৰাজদণ্ড পৰিচালনা কৰে। গুপ্ত-বংশৰ এওঁৱেই আটাইতকৈ প্ৰখ্যাত ৰজা। এওঁ অতি সমৰ-বিশাৰদ আছিল আৰু প্ৰাচীন ভাৰতৰ বীৰসকলৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ আছিল বুলি কব পাৰি ; সেয়ে তেওঁক "ভাৰতীয় নেপোলিয়ন" বুলি কোৱা হয়।

বিজয়-গৌৰৱত উন্মত্ত সমুদ্ৰগুপ্তই ইখনৰ পিচত সিখনকৈ অলেখ ৰাজ্য নিজ ৰাজ্যৰ অন্তৰ্গত কৰে। প্ৰথমে আৰ্য্যাবৰ্ত্ত আৰু দাক্ষিণাত্য অভিযানেৰে অনুষ্টুপীয়া গুপ্ত-ৰাজ্যক তেওঁ ভাৰতীয় ৰজাক কল্পনাবো অতীত সৰ্ব্বভাৰতীয় সাম্ৰাজ্যত পৰিণত কৰে।

দাক্ষিণাত্যৰ অনেক ৰজা তেওঁৰ কৰতলীয়া হয়। তেওঁ নিজে শাসন কৰা ৰাজ্যৰ সীমা পশ্চিমে যমুনা আৰু চম্বল নদী, দক্ষিণে নৰ্ম্মদা আৰু পুবে ব্ৰহ্মপুত্ৰ আছিল ; কিন্তু এই সীমাৰ বাহিৰৰ বহুতো ৰজাই তেওঁক কৰ শোধাইছিল আৰু ৰাজচক্ৰৱৰ্ত্তী বুলি মানি লৈছিল। এনেকুৱা ৰাজ্যৰ ভিতৰত 'সমতাত' ( দক্ষিণ বঙ্গ ), কামৰূপ (অসম), নেপাল, মালৱৰ পাহাৰী



ৰাজ্যসমূহ, পঞ্জাৱ আৰু ৰাজপুতনাৰ 'যৌধেয়', আৰু 'আৰ্জ্জুনেয়' ফৈদৰ ৰাজ্য আছিল। সৰ্ব্বভাৰতীয় সাম্ৰাজ্য গঠনৰ পিচত সমুদ্ৰগুপ্তই অশ্বমেধ যজ্ঞ মহাসমাৰোহেৰে সম্পন্ন কৰে। বৌদ্ধধৰ্ম্মক তল কৰি আকৌ এবাৰ ব্ৰাহ্মণ্য ধৰ্ম্মই ভাৰতত মূৰ দাঙি উঠে। সেইবুলি বৌদ্ধধৰ্ম্মৰ প্ৰতি অত্যাচাৰ বা অৱজ্ঞা কৰা হোৱা নাছিল।



বীণাবাদক সমুদ্ৰগুপ্ত।

**দ্বিতীয় চন্দ্ৰগুপ্ত** (বিক্ৰমাদিত্য) —সমুদ্ৰগুপ্তৰ পিছত পুতেক চন্দ্ৰগুপ্ত ৰাজপাটত উঠে (খৃঃ ৩৭৫)। সমুদ্ৰগুপ্তৰ প্ৰকাণ্ড সাম্ৰাজ্যত তেওঁ আকৌ মালৱ আৰু গুজৰাট যোগ দিয়ে। উক্ত দুই ৰাজ্য শকজাতীয় পশ্চিম-মহাক্ষত্ৰপসকলে শাসন কৰিছিল। এতিয়া গুপ্ত সাম্ৰাজ্য পশ্চিমে আৰব সাগৰলৈকে বিস্তৃত হ'ল।

চন্দ্ৰগুপ্তই বিক্ৰমাদিত্য উপাধি ললে ; বিক্ৰমাদিত্য মানে "সূৰ্য্যৰ দৰে পৰাক্ৰমী"। কোনো কোনো পণ্ডিতৰ মতে এওঁৱেই বিক্ৰমাব্দৰ প্ৰৱৰ্ত্তক ( খৃঃ পূঃ ৫৮ অব্দৰ পৰা আৰম্ভণ ) ; শক জাতিক পৰাভূত কৰাৰ বিজয়-গৌৰৱ অক্ষুণ্ণ ৰাখিবলৈ স্থাপন কৰিছিল।



দ্বিতীয় চন্দ্ৰগুপ্ত।

ভাৰতীয় লোকৰ বিশ্বাস যে এওঁৰ ৰাজ-সভাতেই নবৰত্নই ( কালিদাস, বৰৰুচি, ধন্বন্তৰী, ক্ষপণক, অমৰসিংহ, বেতালভট্ট, শঙ্কু, বৰাহমিহিৰ আৰু ঘটকৰ্পৰ ) শোভাবৰ্দ্ধন কৰিছিল। এনে

বিশ্বাসৰ মূলত অৱশ্যে কোনো ঐতিহাসিক সত্য নাই। কবিশ্রেষ্ঠ কালিদা
সম্ভৱতঃ বিক্রমাদিত্যৰ দিনতে খ্যাতি লাভ কৰে, কিন্তু তেওঁৰ যশস্যা-ৰ




ভৰত্নপৰ হৈছিল কুমাৰগুপ্তৰ দিনতহে। এইটো ধ্ৰুপ যে নব-ৰত্নৰ আটাই কেইজন পণ্ডিত সম-সাময়িক (Contemporary) নাছিল।

**কুমাৰগুপ্ত**—বিক্রমাদিত্যৰ পুতেক কুমাৰগুপ্তই ৪১৩ খৃষ্টাব্দত সাম্রাজ্য



ধিকাৰ লাভ কৰে। ককাক সমুদ্রগুপ্তৰ দৰে তেওঁ অশ্বমেধ যজ্ঞ াতিছিল। তেওঁৰ ৰাজত্বৰ শেহভাগত উত্তৰ-পশ্চিম ভাৰতত হুন জাতিৰ াক্রমণ হয়। তেওঁলোকে আনকি পৰাক্রমী গুপ্ত সাম্রাজ্যও আক্রমণ কৰে; ৱৰাজ স্কন্দগুপ্তই হুনসকলক কেইবাখন যুদ্ধতো পৰাস্ত কৰি খেদি দিয়ে।

**স্কন্দগুপ্ত**—খৃষ্টীয় ৪৫৫ অব্দত কুমাৰগুপ্তৰ মৃত্যু হয় আৰু স্কন্দগুপ্ত াজপাটত বহে। হুনসকলৰ আক্রমণৰ ভয় তেতিয়াও লোপ হোৱা নাছিল। কন্তু স্কন্দগুপ্ত জীয়াই থকা দিনলৈ গুপ্ত সাম্রাজ্য অটুট আছিল। অনুমান ৬৭ খৃঃ তেওঁৰ পাচত ক্রমান্বয়ে পুৰগুপ্ত, নৰসিংহগুপ্ত-বালাদিত্য, দ্বিতীয় কুমাৰগুপ্ত আৰু বুধগুপ্তই গুপ্ত সাম্রাজ্য শাসন কৰে। শেষৰজন ৰজাৰ পিচত এই সাম্রাজ্য ভাগি ঠান্-বান্ হয়।

**ফাহিয়ান**—চীনদেশীয় পৰিভ্রমণকাৰী ফাহিয়ান চন্দ্রগুপ্ত বিক্রমাদিত্যৰ াজত্বকালত ভাৰতলৈ আহে আৰু এই দেশৰ বিষয়ে তেওঁৰ নিজা অভিজ্ঞতাৰ পৰা বহুতো তথ্যপূর্ণ কথা লিখি থৈ যায়।

তেওঁৰ মতে বিক্রমাদিত্যৰ শাসন-প্রণালী উদাৰ আৰু ন্যায়পূর্ণ আছিল। দেশ সমৃদ্ধিশালী আছিল। ৰাজধানী পাটলিপুত্র অতি মনোহৰ নগৰ আছিল। জাকজমক অট্টালিকাশ্রেণীয়ে—অনেক আনকি অশোকৰ দিনৰে হলেও—ফাহিয়ানৰ মনত প্রশংসা আৰু বিস্ময় উৎপাদন কৰিছিল। গোটেইখন দেশতে মাজে মাজে অনেক চিকিৎসালয় আছিল। সকলোতকৈ বেছি হৃদয়গ্রাহী আছিল ভাৰতীয় লোকৰ আচাৰ-ব্যৱহাৰ। লোকসংখ্যা যথেষ্ট আছিল আৰু সিবিলাকে মনৰ হৰিষে কাল কটাইছিল। দোষীৰ শাস্তি-বিধান উন্নত আৰু উদাৰ ধৰণৰ আছিল। জাতিভেদ প্রথাৰ বিষময়ফল বিষমৰূপে ফলিয়াইছিল আৰু অস্পৃশ্যতা তেতিয়াও আছিল।

**গুপ্তযুগৰ সভ্যতা**—ভাৰতীয় সভ্যতাৰ সুদীর্ঘ জীৱনকালত গুপ্ত যুগ এটি অতি দীপ্তিমান স্বর্ণ-যুগ। শৌর্য্য-বীর্য্যৰ বাহিৰেও এই যুগত জ্ঞান-বিজ্ঞান শিল্প আৰু কলাৰ অনুপম বিকাশ দেখা গৈছিল। সংস্কৃত-সাহিত্যৰ বহুমুখী

প্ৰতিভাৰ স্ফুৰণ হৈছিল ; আনহাতে গণিত, জ্যোতিষ আৰু অন্যান্য বিজ্ঞ যথেষ্ট পৰিপুষ্টি লাভ কৰিছিল। চিত্ৰ, কলা আৰু ভাস্কৰ্য্য-বিদ্যাই শিল্পীসক মনোযোগ আকৰ্ষণ কৰিছিল আৰু ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ ফ অভাৱনীয় উৎকৰ্ষ লাভ কৰিছিল।

বৌদ্ধধৰ্ম্মক তল পেলাই ব্ৰাহ্মণ্য ধৰ্ম্মই আকৌ এবাৰ শিৰ তুলি উঠি আৰু তাৰ লগে লগে ভাৰতীয় শিল্প-কলাই নৱ-জীৱন লাভ কৰিছিল।

পুৰাণ আৰু স্মৃতিগ্ৰন্থ সমূহৰ ৰচনা, ৰামায়ণ আৰু মহাভাৰতৰ আধু সংস্কৰণ এই যুগতেই কৰা হয়। এইবোৰক বাদ দিও কাব্য, নাট্য আ কবিতা সাহিত্যাই যি যুগান্তৰ আনিছিল সি সঁচাকৈ চিৰস্মৰণীয়। সাহিত অকণমানো ৰুচি থকা কোন মানুহে কালিদাস আৰু ভৱভূতিৰ অমৰ গ্ৰন্থাৱ কথা পাহৰিব পাৰে? চিৰ-নতুন 'শকুন্তলা' আৰু 'উত্তৰ ৰামৰচিত' নাট সাহিত্যসেৱী মাত্ৰৰে যুগে যুগে আনন্দ জগাই তুলিব। হৰিসেন আ বীৰসেন, শূদ্ৰক আৰু বিশাখা দত্ত সম্ভৱতঃ গুপ্ত যুগৰে শেহভাগৰ লিখ আৰ্য্যভট্ট আৰু বৰাহমিহিৰৰ যত্নত জ্যোতিষ-বিদ্যাই অপূৰ্ব্ব উন্নতি আ কৰিছিল। ৰসায়নশাস্ত্ৰ, পদাৰ্থ-বিদ্যা আৰু চিকিৎসা-শাস্ত্ৰৰো এই যুগত যথে উন্নতি হৈছিল।

**হুনসকল**—হুনবিলাক পোনতে মধ্য-এচিয়াত বাস কৰা এটি অস জাতি আছিল। তেওঁলোকে গুপ্তযুগৰ শেহভাগত মালৱা, ৰাজপুতনা আ পঞ্জাবৰ অধিপতি আছিল। তেওঁলোকৰ নেতা 'তোৰামন' এজন সাহ যোদ্ধা আছিল ; তোৰামনৰ পুতেক মিহিৰগুল যুদ্ধবিদ্যাত বাপেকতকৈ এখোপ চৰা আছিল। হুনসকল অতি নিষ্ঠুৰ আৰু ৰক্তপিপাসু জাতি আছি অৱশেষত যশোধৰ্ম্মনৰ হাতত হুনজাতি পৰাস্ত হয় (খৃঃ ৫৩০) আৰু সিইঁত অগ্ৰগতি সিমানতে বন্ধ হয়।

**যশোধৰ্ম্মন**—গুপ্ত সাম্ৰাজ্যৰ ধ্বংসাৱশেষৰ মাজৰপৰা যশোধৰ্ম্মনে এ স্বাধীন ৰাজ্য গঢ়ি উলিয়ায়। এওঁৰ ৰাজ্যৰ আৰম্ভণি হয় মালৱাত ; কি তেওঁৰ বিজয়ী বাহুৱে পশ্চিমে আৰৱসাগৰলৈ আৰু পূবে ব্ৰহ্মপুত্ৰলৈকে ৰা



বিস্তাৰ কৰিছিল। তেওঁৰ জীৱনৰ আটাইতকৈ ডাঙৰ সাফল্য হৈছে হুনসকলৰ ক্ষমতা ধ্বংস। তেওঁৰ বংশধৰসকলৰ বিষয়ে একো বিৱৰণ পোৱা নাযায়।

**শশাঙ্ক**—গুপ্ত বংশৰ দুৰ্ব্বল বংশধৰসকলৰ দিনতে বঙ্গদেশত স্বাধীনতাৰ কাৰণে উদ্যোগে দেখা দিয়ে। কিন্তু পশ্চিমে মৌখৰি নামে এটা শক্তিশালী ফৈদে বঙ্গদেশৰ এই আকাঙ্ক্ষাত বাধা দিয়ে। সোনকালে বঙ্গদেশত শশাঙ্ক নামে এজন বীৰৰ অভ্যুদয় হয় ; তেওঁ কৰ্ণ-সুবৰ্ণত ৰাজধানী পাতি দিগ্বিজয় কৰিবলৈ মন মেলে। তেওঁ দক্ষিণে গঞ্জামলৈকে ৰাজ্য বিস্তাৰ কৰিলে আৰু পশ্চিমে মালৱাৰ ৰজা দেৱগুপ্তৰ সহায়ত কনৌজৰ মৌখৰি ৰাজা জয় কৰে। শশাঙ্কৰ এই বিজয়ে অৱশেষত থানেশ্বৰৰ ৰজাৰ লগত সংঘৰ্ষ উপস্থিত কৰায়।

## প্ৰশ্নমালা

১। সম্ৰাট সমুদ্ৰগুপ্ত আৰু তেওঁৰ সাম্ৰাজ্য-বিস্তাৰ সম্পৰ্কে কি জানা লিখা।

(Write what you know about Emperor Samudragupta and the extent of his Empire.)

২। চন্দ্ৰগুপ্ত বিক্ৰমাদিত্য কোন আছিল? তেওঁৰ ৰাজত্ব-কাল কি কাৰণে বিখ্যাত?

(Who was Chandragupta Vikramaditya? Why is his administration famous?

৩। গুপ্তসকলৰ ৰাজত্ব-কালক ভাৰত-বুৰঞ্জীৰ সোণালী যুগ বুলি কিয় কোৱা হয়?

(Why is the period of the Gupta's called the Golden Age in Indian history?)

৪। তলত দিয়াবোৰৰ বিষয়ে চমু টোকা লিখা :—
(ক) কুমাৰগুপ্ত, (খ) স্কন্দগুপ্ত, (গ) ফাহিয়ান, (ঘ) হুনসকল, (ঙ) যশোধৰ্ম্মন, (চ) শশাঙ্ক।

(Write short notes on the following :—
(a) Kumargupta, (b) Skandagupta, (c) Fa-Hien, (d) the Huns, (e) Yasodharman, (f) Sasanka.

———

## ষষ্ঠ অধ্যায়।

# হৰ্ষবৰ্দ্ধনৰ সাম্ৰাজ্য।

**হৰ্ষবৰ্দ্ধন**—(খৃঃ ৬০৬-৬৪৮)—হৰ্ষবৰ্দ্ধনৰ দেউতাক প্ৰভাকৰবৰ্দ্ধন থানেশ্বৰৰ পুষ্যভূতি বংশীয় ৰজা আছিল। কনৌজৰ ৰজা গ্ৰহবৰ্ম্মনৰ লগত এওঁ জীয়েক ৰাজ্যশ্ৰীক বিয়া দিছিল। বঙ্গদেশৰ ৰজা শশাঙ্কই দেৱগুপ্তৰ সহায়েৰে গ্ৰহবৰ্ম্মনক বধ কৰে আৰু ৰাজ্যশ্ৰীক বন্দী কৰে। তেতিয়া প্ৰভাকৰবৰ্দ্ধনৰ ডাঙৰ পুতেক ৰাজ্যবৰ্দ্ধন থানেশ্বৰৰ ৰজা আছিল। বৈণায়েকৰ মৃত্যুত আৰু ভনীয়েক বন্দী হোৱা শুনি শোক আৰু দুখত অভিভূত হৈ ৰাজ্যবৰ্দ্ধনে শশাঙ্কৰ লগত যুদ্ধ কৰে আৰু সেই যুদ্ধতে তেওঁৰ মৃত্যু হয়। ৰাজ্যবৰ্দ্ধনৰ মৃত্যুৰ পাচত (৬০৬ খৃঃ) হৰ্ষবৰ্দ্ধন থানেশ্বৰ আৰু কনৌজৰ সিংহাসনত বহে। শশাঙ্কৰ ওপৰত প্ৰতিশোধ লবলৈ তেওঁ প্ৰবলপ্ৰতাপী কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মাৰ লগত মিত্ৰতা স্থাপন কৰে। ইতিমধ্যে ৰাজ্যশ্ৰীক শত্ৰুপক্ষই মুকলি কৰি দিয়া গম পাই হৰ্ষই তেওঁৰ অনুসন্ধানত ব্যস্ত হৈ পৰে আৰু অৱশেষত বিন্ধ্য পৰ্ব্বতত তেওঁক বিচাৰি পায়।

কিছুদিন পিচত শশাঙ্কৰ মৃত্যু হয় আৰু হৰ্ষবৰ্দ্ধনে দিগ্বিজয় কৰিবলৈ মন মেলে। তেওঁ তেওঁৰ ৰাজধানী কনৌজলৈ তুলি নিয়ে। কালক্ৰমত আৰ্য্যাৱৰ্ত্তৰ অধিকাংশ জয় কৰি তেওঁ এক বিশাল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰে। ৬৪১ খৃঃত মগধ জয় কৰি তেওঁ মগধৰাজ উপাধি গ্ৰহণ কৰে; পশ্চিমত কাথিয়াৱাৰৰ বলভিৰ ৰজা ধ্ৰুৱসেনে এওঁৰ বশ্যতা স্বীকাৰ কৰিছিল। পূবে তেওঁৰ সাম্ৰাজ্য কামৰূপলৈকে বিস্তৃত আছিল। দাক্ষিণাত্য জয় কৰিবলৈও তেওঁ চেষ্টা কৰিছিল কিন্তু চালুক্যৰাজ দ্বিতীয় পুলকেশীৰ হাতত পৰাস্ত হৈ উভতি আহে।



হৰ্ষবৰ্দ্ধন।



**কলাৰ পৃষ্ঠপোষক হৰ্ষবৰ্দ্ধন**—সাধাৰণ ৰাজ্যৰ পৰা হৰ্ষই বিশালায়তন সাম্ৰাজ্য গঠন কৰি লবলৈ সক্ষম হৈছিল। কেৱল ভাল শাসক আৰু দিগ্বিজয়ী




ৰ বুলিয়েই নহয় বৰঞ্চ দানবীৰ, বিদ্যোৎসাহী আৰু গুণগ্ৰাহী বুলি হৰ্ষৰ ৎ-বিয়পা খ্যাতি আছে।

নিজে হিন্দু আৰু শিৱৰ একান্ত ভকত হ'লেও বৌদ্ধ-ধৰ্ম্মৰ প্ৰতি তেওঁৰ

গভীৰ আস্থা আছিল—আনকি হৰ্ষবৰ্দ্ধন হিন্দু নে বৌদ্ধ ধৰ্ম্মাৱলম্বী এক ক খাটাংকৈ কবলৈ টান। শেষ জীৱনত শ্ৰীহৰ্ষই সম্ভৱতঃ বৌদ্ধধ আঁকোৱালি লৈছিল। প্ৰয়াগত প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে প্ৰকাণ্ড সম্মি পাতি মুক্তহস্তে যি দান কৰিছিল তাৰ পৰাই তেওঁৰ দানশীলতা স্প বুজা যায়।

হৰ্ষ নিজেও এজন প্ৰসিদ্ধ কবি আছিল। তেওঁৰ ৰচিত সংস্কৃত না 'ৰত্নাৱলী', 'প্ৰিয়দৰ্শিকা' আৰু 'নাগানন্দ' অতি ওখ খাপৰ গ্ৰন্থ। তে সভাকবি আছিল—প্ৰসিদ্ধ গদ্য কবি শ্ৰীবাণভট্ট। বাণে হৰ্ষচৰিতত শ্ৰী জীৱনৰ অলেখ তথ্য লিখি থৈ গৈছে।

**হিউৱেন চাং**—চীনা পৰিব্ৰাজক হিউৱেন চাং ৬৩০ খৃঃত ভাৰতলৈ আ আৰু ভাৰতত প্ৰায় ১৪ বছৰ কাল কটায়। এই সময়ৰ ভিতৰত তেওঁ স ভাৰতৰ নানা অংশত ভ্ৰমণ কৰে, কিন্তু তেওঁ বেছিকাল কটাইছিল—হৰ্ষ আৰু কামৰূপাধিপতি ভাস্কৰবৰ্ম্মাৰ ৰাজসভাত। আনকি হিউৱেন চাং ৰাজসভাত বেছিদিন থাকিব এই লৈ দুই মিত্ৰৰ ভিতৰত প্ৰায় কা লাগিছিল। হিউৱেন চাঙৰ মতে হৰ্ষ অতি সদাশয়, বিদ্যোৎসাহী, দান আৰু ধৰ্ম্মপ্ৰাণ ৰজা আছিল। প্ৰজাৰ উপকাৰৰ কাৰণে তেওঁ অ চিকিৎসালয় আৰু ধৰ্ম্মশালা স্থাপন কৰি দিছিল। তেওঁ মাজে মাজে ছদ্ম দেশভ্ৰমণ কৰি দেশৰ শাসন-কাৰ্য্য পৰীক্ষা কৰিছিল। মৌৰ্য্য বা গুপ্ত যুগৰ উন্নত নহলেও, তেওঁৰ শাসন-প্ৰণালী উদাৰ আছিল কিন্তু দণ্ডবিধি অ কঠোৰ আছিল।

তেওঁ অনেক হিন্দু আৰু বৌদ্ধ মন্দিৰ নিৰ্ম্মাণ কৰাইছিল। হিউ চাঙৰ সন্মানৰ অৰ্থে তেওঁ কনৌজত এখন প্ৰকাণ্ড ধৰ্ম্ম-সম্মিলন আ কৰিছিল আৰু তাত ২০ জন কৰতলীয়া ৰজা, ৪ হেজাৰ বৌদ্ধ আৰু ৩ হেজাৰ জৈন আৰু ব্ৰাহ্মণ পণ্ডিত উপস্থিত আছিল। তাত এমাহ দানকাৰ্য্য চলিছিল আৰু বুদ্ধৰ সোণৰ মূৰ্ত্তি এটি ওখ স্তম্ভৰ ওপৰত স্থা



হৈছিল। মহাপয়োভৰেৰে সৈতে শাক্যমুনিৰ এটি মূৰ্ত্তি শোভাযাত্ৰা কৰি সভাঘৰলৈকে অনা হৈছিল। বৌদ্ধধৰ্ম্মৰ প্ৰতি এই নিষ্ঠাৰ কাৰণে এই সম্মিলনতে ব্ৰাহ্মণসকলে তেওঁক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। কনৌজৰ পৰা প্ৰয়াগলৈ হিউৱেন চাঙক লৈ গৈ হৰ্ষই তাত ৭৫ দিন জুৰি দান-দক্ষিণা কৰে আৰু ৰাজ্যৰ প্ৰায় সকলো আয় নিঃশেষ কৰে।

**ভাস্কৰবৰ্ম্মা আৰু হৰ্ষবৰ্দ্ধন**—সম্ৰাট সমুদ্ৰগুপ্তৰ দিনত গুপ্তৰাজ্যৰ সীমা কামৰূপ ৰাজ্যৰ ওচৰলৈকে বিস্তৃত হৈছিল। তেওঁৰ এখন লিপিত কামৰূপৰ ৰজাক সীমান্ত ৰজা বুলিছে। গতিকে সেই সময়ৰ অসম সম্ভৱতঃ গুপ্ত-সাম্ৰাজ্যৰ তলতীয়া আছিল। যি সময়ত গুপ্তবংশৰ ৰজাই পাটলিপুত্ৰত ৰাজত্ব কৰিছিল, তেতিয়া কামৰূপত বৰ্ম্মণবংশৰ ৰজাসকলে ৰাজপাট খাইছিল। এই বৰ্ম্মণবংশৰ ভিতৰত আটাইতকৈ ডাঙৰ আৰু নামজলা ৰজা আছিল ভাস্কৰবৰ্ম্মণ। এওঁৰ খ্যাতি সেই সময়ৰ গোটেই ভাৰতবৰ্ষতে বিয়পি পৰিছিল। ভাস্কৰবৰ্ম্মাৰ ৰাজত্বকালত বঙ্গদেশৰ ৰজা আছিল শশাঙ্ক, কাথিয়াৱাৰৰ ৰজা ধ্ৰুবসেন আৰু দাক্ষিণাত্যৰ ৰজা দ্বিতীয় পুলকেশী।

পুলকেশী ইমান প্ৰতাপী আছিল যে তেওঁ সম্ৰাট হৰ্ষবৰ্দ্ধনকো যুদ্ধত জোলোকা-জোলোকে পানী খুৱাইছিল। ধ্ৰুবসেনে সহজেই হৰ্ষৰাজ্যৰ বশ্যতা স্বীকাৰ কৰিছিল। বঙ্গদেশৰ শশাঙ্কক পৰাস্ত কৰিবলৈকে ভাস্কৰবৰ্ম্মা আৰু হৰ্ষবৰ্দ্ধনৰ ভিতৰত প্ৰথমে মিত্ৰতাৰ সূত্ৰপাত হৈছিল যেন লাগে। ৬১৯ খৃঃত দুয়ো লগ লাগি বঙ্গদেশ জয় কৰে। আনবিলাক ৰজাৰ লগত হৰ্ষবৰ্দ্ধনৰ সম্বন্ধ ভালদৰে বুজিব পাৰি কিন্তু কামৰূপৰ-ৰজা ভাস্কৰবৰ্ম্মাৰ লগত তেওঁৰ সম্পৰ্ক অলপ গোলমলীয়া বোধ হয়। ভাস্কৰবৰ্ম্মাই নামত সম্ৰাটৰ আধিপত্য স্বীকাৰ কৰিছিল কিন্তু কাৰ্য্যত দুয়োজনৰ ভিতৰত সমভাৱহে দেখা যায়; যেন কোনো কাৰো তলতীয়া নহয়। হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পিচত ভাস্কৰবৰ্ম্মাই নালন্দালৈকে তেওঁৰ ৰাজ্যৰ সীমা বঢ়াইছিল আৰু উত্তৰ-পূব ভাৰতৰ অদ্বিতীয় নৃপতি হৈ উঠিছিল। তেওঁৰ মৃত্যুৰ পিচত কামৰূপত শালস্তম্ভ বংশৰ ৰজাই ৰাজত্ব কৰে।

**নালন্দা বিশ্ববিদ্যালয়**—বৰ্ত্তমান পাটনা চহৰৰ ওচৰতে নালন্দা বি
বিদ্যালয় আছিল। হৰ্ষবৰ্দ্ধনৰ দিনত মহাপয়োভৱেৰে এই বিশ্ববিদ্যালয় নানা শা
আৰু বিজ্ঞানৰ শিক্ষা দানত ব্যস্ত আছিল। ভাৰত আৰু এচিয়াৰ বিভিন্ন ঠাই



নালন্দা বিশ্ববিদ্যালয়ৰ ধ্বংসাৱশেষ।

পৰা অতি কমপক্ষে দহ হেজাৰ ছাত্ৰ এই সাৰস্বত মন্দিৰত একেলগ হৈছিল
ইয়াত বৌদ্ধ শাস্ত্ৰ, বেদ, সাঙ্খ্য, ন্যায় আদি অলেখ শাস্ত্ৰৰ চৰ্চ্চা হৈছিল আ
ভাৰতৰ ভিতৰত এয়েই আটাইতকৈ ডাঙৰ শিক্ষাকেন্দ্ৰ আছিল। নালন্দা
শিক্ষা মন্দিৰ আৰু ছাত্ৰাবাস আদি যে অতি আধুনিক ধৰণৰ আছিল তা
অলপতে খান্দি উলিওৱা ধ্বংসাৱশেষৰ পৰাই স্পষ্টকৈ বুজিব পাৰি।

**কনৌজৰ পতন**—হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পাচত তেওঁৰ সাম্ৰাজ্য ভাগি-ছি
যায়। অষ্টম শতাব্দীৰ প্ৰথম চোৱাত **যশোবৰ্ম্মণ** নামে এজন ৰজাই কনৌজ
হৃত গৌৰৱ উদ্ধাৰ কৰিবলৈ চেষ্টা কৰে। তেওঁ বঙ্গদেশ আৰু দক্ষিণ বিহাৰৰ এ
অংশ জয় কৰি নিজ সাম্ৰাজ্য স্থাপন কৰে আৰু চীনলৈ নিজৰ দূত পঠিয়া
'গৌড়াবহ' কবিতাৰ ৰচক 'বাক্‌পতিৰাজে' এওঁৰ দিনতে খ্যাতি লাভ কৰে
কাশ্মীৰৰ ৰজা ললিতাদিত্যই এওঁৰ সাম্ৰাজ্য ধ্বংস কৰে।

**দাক্ষিণাত্যৰ চালুক্যসকল**—এওঁলোক ক্ষত্ৰিয় বংশধৰ। খৃষ্টীয়



তিকাত এওঁবিলাক এওঁলোকৰ ৰজা জয়সিংহৰ নেতৃত্বত অযোধ্যাৰ পৰা দাক্ষিণাত্যলৈ আহে, ৰাষ্ট্ৰকূটসকলক পৰাস্ত কৰে আৰু নিজা সাম্ৰাজ্য প্ৰতিষ্ঠা কৰে। প্ৰথমে অন্ধ্ৰ বংশৰ কৰতলীয়া হৈ থাকি অন্ধ্ৰ বংশৰ পতনৰ লগে লগে চালুক্য বংশ স্বাধীন হয়।

ৰজা জয়সিংহৰ নাতিয়েক ১ম পুলকেশীয়েই চালুক্য সাম্ৰাজ্যৰ প্ৰতিষ্ঠাপক। তেওঁ বাতাপিত ৰাজধানী পাতে আৰু অশ্বমেধ যজ্ঞ কৰে কিন্তু এই বংশৰ আটাইতকৈ বিখ্যাত ৰজা হৈছে ১ম পুলকেশীৰ নাতিয়েক দ্বিতীয় পুলকেশী।

এওঁ হৰ্ষবৰ্দ্ধনক যুদ্ধত পৰাস্ত কৰে আৰু চালুক্য সাম্ৰাজ্যৰ গৌৰৱ অক্ষুণ্ণ ৰাখে। তদুপৰি তেওঁ গুজৰাট্, ৰাজপুতনা, মালৱা, চেৰ, চোল, পাণ্ড্য আৰু মালৱ ৰাজ্য জয় কৰি নিজ শক্তিৰ পৰিচয় দিয়ে। তেওঁ হেনো পাৰস্যৰাজ খশ্ৰুৰ সভালৈ কটকী পঠিয়াইছিল। তেওঁ পল্লৱসকলৰ হাতত পৰাস্ত হয় আৰু যুদ্ধত তেওঁৰ মৃত্যু ঘটে। তেওঁৰ পুতেক ১ম বিক্ৰমাদিত্যই ইয়াৰ প্ৰতিশোধ লয়, পল্লৱ বংশৰ ক্ষমতা চূৰ্ণ কৰে আৰু পুনৰ চালুক্য সাম্ৰাজ্যৰ গৌৰৱ উদ্ধাৰ কৰে।

কালক্ৰমত ৰাষ্ট্ৰকূটৰ ৰজা দন্তীদুৰ্গৰ হাতত চালুক্য ৰাজশক্তি বিলোপ হয়, কিন্তু চালুক্যৰাজ তৈলপৰ দিনত আকৌ চালুক্য-সাম্ৰাজ্য প্ৰবল প্ৰতাপী হৈ উঠে। এইবাৰ চালুক্য ৰাজধানী হয় কল্যাণ নগৰত। দ্বাদশ শতাব্দীত কলাচুৰি বংশৰ হাতত চালুক্য ৰাজক্ষমতা ধ্বংস হয়।

প্ৰশ্নমালা

১। কেনেকৈ হৰ্ষবৰ্দ্ধনে কনৌজৰ সিংহাসন লাভ কৰিছিল? তেওঁৰ ৰাজত্বকাল বৰ্ণনা কৰা।

( How Harshavardhan became the king of Kanauj ? Give an account of his administration. )

২। হিউৱেন চাং কোন আছিল? তেওঁৰ লিখিত বিৱৰণৰ পৰা তলত দিয়া বিষয়বোৰৰ সম্পৰ্কে কি জানিব পাৰি?

(ক) মহাৰাজ হৰ্ষবৰ্দ্ধনৰ ৰাজত্ব-কাল। (খ) প্ৰাচীন কামৰূপ।

( Who was Hiuen-TSang ? What can we know about the following from the account written by him ?—

(a) The reign of Maharaj Harshavardhan ; (b) Ancient Kamarupa. )

৩। মহাৰাজ ভাস্কৰবৰ্ম্মাৰ ৰাজত্ব বৰ্ণোৱা আৰু সম্ৰাট হৰ্ষবৰ্দ্ধনৰ লগত তেওঁৰ ৰাজনৈতিক সম্পৰ্কৰ এটি আভাস দিয়া।

( Describe the reign of Vaskarbarman. Give also an idea of his political relations with Emperor Harshavardhan. )

৪। দাক্ষিণাত্যৰ চালুক্যবংশী ৰজাসকলৰ বিষয়ে এটি চমু বিৱৰণ দিয়া।

(Write a brief account of the Chalukya kings of the Deccan.)

———

## সপ্তম অধ্যায়

# ভাৰতৰ উত্তৰ-পূবে পাল-সাম্ৰাজ্য।

অষ্টম শতিকাৰ শেহভাগত ভাৰতৰ তিনি অংশত তিনিটা জাতি অতি প্ৰতাপী হৈ উঠে আৰু প্ৰত্যেকেই কনৌজ অধিকাৰ কৰি তাত নিজৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰে। এই জাতি তিনিটা হৈছে—পূৰ্ব্ব ভাৰতৰ পালবংশ, দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূটসকল আৰু ৰাজপুতনাৰ গুৰজাৰ-প্ৰতিহাৰ বংশ। বাস্তৱতে খৃঃ ৭৫০ৰ পৰা ৯৫০ অব্দলৈ ভাৰতৰ বুৰঞ্জী, এই তিনিটা জাতিৰ বুৰঞ্জীহে মাথোন।

**বঙ্গদেশৰ পালবংশীসকল**—শশাঙ্কৰ মৃত্যুৰ পাচত বঙ্গদেশৰ কোনো পৰাক্ৰান্ত একচ্ছত্ৰী ৰজা নাছিল আৰু কনৌজৰ ৰজা যশোবৰ্ম্মণ আৰু কাশ্মীৰৰ ৰজা ললিতাদিত্যৰ আক্ৰমণত গোটেইখন দেশ উচ্ছন্ন হৈছিল।



দুৰ্ভিক্ষ, অৰাজকতা আৰু দুৰ্ব্বলৰ ওপৰত প্ৰবলৰ অত্যাচাৰে দেশজুৰি অশান্তিৰ সৃষ্টি কৰিছিল। এনে না-জল না-থল অৱস্থাৰ পৰা ৰক্ষা পাবলৈ দেশৰ প্ৰধান লোকসকলে গোপাল নামে এজন শক্তিশালী মানুহক বঙ্গদেশৰ ৰজা পাতে। তেওঁ দেশত শান্তি ফিৰাই আনে। এয়েই পালবংশৰ আৰম্ভণি।

গোপালৰ পুতেক ধৰ্ম্মপাল এই বংশৰ শ্ৰেষ্ঠ ৰজা (৭৭০ খৃঃ—৮১৫ খৃঃ)। ৭৮৩ অব্দৰ ওচৰা ওচৰি কোনো সময়ত ধৰ্ম্মপাল কনৌজৰ ৰজা ইন্দ্ৰায়ুধক পৰাস্ত কৰি নিজৰ মনোনীত ব্যক্তি চক্ৰায়ুধক সেই সিংহাসনত বহুৱায়। নেপালৰ আৰু গান্ধাৰলৈকে পশ্চিমৰ অনেক ৰজাই ধৰ্ম্মপালৰ বশ্যতা স্বীকাৰ কৰিছিল আৰু প্ৰায় গোটেই আৰ্য্যাবৰ্ত্তত তেওঁৰ প্ৰাধান্য স্থাপিত হৈছিল। জীৱনৰ শেহচোৱাত ৰাষ্ট্ৰকূটসকলে তেওঁক গঙ্গা-যমুনাৰ উপত্যকাৰ অধিকাৰৰ পৰা বঞ্চিত কৰে।

ধৰ্ম্মপালৰ পুতেক দেৱপালো (৮১৫-৮৫৪ খৃঃ) বাপেকৰ দৰেই যোদ্ধা আছিল। তেওঁৰ ৰাজ্যৰ সীমা আছিল উত্তৰে কম্বোজ আৰু দক্ষিণে বিন্ধ্যপৰ্ব্বত। কামৰূপ আৰু উৎকল প্ৰদেশো তেওঁ নিজ ৰাজ্যৰ ভিতৰুৱা কৰে। সুমাত্ৰাৰ ৰজা বালপুত্ৰদেৱে হেনো এওঁৰ ৰাজধানীলৈ দূত পঠিয়াইছিল আৰু সুমাত্ৰাধিপতিয়ে নালন্দাত এটি সঙ্ঘৰাম ( monastery ) নিৰ্ম্মাণ কৰি দিছিল। দেৱপালৰ মৃত্যুৰ পাচত পালবংশৰ ক্ষমতা লুপ্ত হয় আৰু বঙ্গদেশৰ কিছু অংশ গুৰজাৰ-প্ৰতিহাৰ বংশৰ অধীন হয়।

**দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূটসকল**—চালুক্য সাম্ৰাজ্যৰ পতনৰ লগে লগে দাক্ষিণাত্যত ৰাষ্ট্ৰকূটসকলে সেই ঠাই অধিকাৰ কৰে ( ৭৫৩ খৃঃ )। তেওঁলোকৰ ৰাজধানী আছিল 'মন্যখেত'। এই বংশৰ ধ্ৰুব নামে ৰজাৰ তলত এই জাতি অতি প্ৰবল পৰাক্ৰান্ত হৈ উঠে। ধ্ৰুৱই আৰ্য্যাৱৰ্ত্ততো তেওঁৰ বিজয়ী অভিযান চলায় আৰু গুৰজাৰসকলক পৰাস্ত কৰে। নৱম শতাব্দীৰ আগ ভাগত ধ্ৰুৱৰ পুতেক তৃতীয় গোবিন্দই পুনৰ গুৰজাৰ বংশৰ ৰাজ্য আক্ৰমণ কৰে আৰু হিমালয়লৈকে দিগ্বিজয় কৰি ফুৰে। পালবংশৰ উত্থানৰ লগে লগে

আৰ্য্যাৱৰ্ত্তত ৰাষ্ট্ৰকূটসকলৰ ক্ষমতা ক্ষুণ্ণ হৈছিল, কিন্তু দশম শতাব্দী মাজভাগলৈকে দাক্ষিণাত্যত তেওঁলোকৰ ক্ষমতা অপ্ৰতিহত আছিল। ত পাচত চালুক্য বংশৰ আন এটা ঠেঙুলি দাক্ষিণাত্যত প্ৰবল হৈ উঠে আ ৰাষ্ট্ৰকূটসকলৰ ৰাজ্য ভাগি যায়।

**ৰাজপুতনাৰ গুৰজাৰ-প্ৰতিহাৰসকল**—হুন, শক আদি বিদে জাতিসকলেই ক্ৰমে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিলত গুৰজাৰ আৰু প্ৰতিহাৰ জাতি উদ্ভৱ হয়। প্ৰতিহাৰ ফৈদটোৱেই তেওঁলোকৰ ভিতৰত অতি প্ৰতাপী হৈ হৈ উঠে আৰু সপ্তম আৰু অষ্টম শতিকাত মালৱ আৰু ৰাজপুতনাত শক্তিশা ৰাজ্য গঢ়ি তোলে। মালৱৰ প্ৰতিহাৰ ৰজা প্ৰথম নাগভটই আৰবদেশীয় ৰজ ভাৰত আক্ৰমণ ব্যৰ্থ কৰি খ্যাতি লাভ কৰে। তেওঁৰ পিচতে বৎস ৰা আৰু দ্বিতীয় 'নাগভট'—এই দুজন ৰজাৰ নাম উল্লেখযোগ্য। দুয়োজনে উত্তৰ ভাৰতৰ বহু ঠাই জয় কৰে কিন্তু ৰাষ্ট্ৰকূটসকলৰ হাতত পৰাস্ত হৈ স্থায় সাম্ৰাজ্য গঠন কৰিব নোৱাৰিলে। আনহাতে পূবে পালবংশীয় ৰজাসকল লগতো তেওঁলোকে যুঁজিবলগীয়া হৈছিল; কিন্তু পালবংশৰ দেৱপাল মৃত্যুৰ পাচত প্ৰতিহাৰ বংশৰ ভোজৰজাই অতি কম আয়াসতে বহল সাম্ৰাজ প্ৰতিষ্ঠা কৰে।

তেওঁ আৰু তেওঁৰ পুতেক মহেন্দ্ৰপালৰ দিনত প্ৰতিহাৰ বংশৰ ৰাজক্ষমত অপ্ৰতিদ্বন্দ্বী হৈ উঠিছিল আৰু তেওঁলোকৰ ৰাজধানী কনৌজ, লোকৰ ম আকৰ্ষণ কৰা মনোৰম নগৰীত পৰিণত হৈছিল। মগধ আৰু বঙ্গদেশৰে এছোৱা প্ৰতিহাৰ ৰাজ্যৰ অন্তৰ্গত হৈছিল—পশ্চিমে সেই ৰাজ্য কাথিয়াৱাৰলৈকে বিয়পি পৰিছিল। মহেন্দ্ৰপালৰ লগে লগে এই বংশৰ গৌৰৱ লোপ পায় আৰু ৰাষ্ট্ৰকূটৰ ৰজা তৃতীয় ইন্দ্ৰই প্ৰতিহাৰ ৰাজ্য জয় কৰি কনৌজ লুটপাট কৰে। ৰজা মহীপালৰ দিনত প্ৰতিহাৰ বংশৰ পুনৰ উত্থান হয় কিন্তু আগৰ ক্ষমত আৰু গৌৰৱ সঞ্জীৱিত নহ'ল।

**বঙ্গদেশৰ সেন বংশীসকল**—দ্বাদশ শতাব্দীৰ আগভাগত পালবংশক



মগধলৈ খেদি দি বিজয় সেনে বঙ্গদেশত সেন বংশৰ প্ৰতিষ্ঠা কৰে। তেওঁ সমগ্ৰ বঙ্গদেশৰ উপৰিও উত্তৰ বিহাৰ আৰু কামৰূপ জয় কৰে। এওঁৰ ৰাজধানী আছিল বিজয়পুৰ।

বিজয় সেনৰ পুতেক বল্লাল সেনে বঙ্গদেশত কৌলীন্য প্ৰথা প্ৰৱৰ্ত্তন কৰে। মিথিলা আৰু মগধৰ কিছু অংশ এওঁৰ ৰাজ্যভুক্ত আছিল। 'দান সাগৰ' আৰু 'অদ্ভুত সাগৰ' নামে দুখন সংস্কৃত গ্ৰন্থ এওঁ ৰচনা কৰিছিল।

বল্লাল সেনৰ পুতেক লক্ষ্মণ সেনৰ ৰাজ্য বেছি বিস্তৃত হৈছিল। এওঁ কামৰূপ আৰু কলিঙ্গ পুনৰায় জয় কৰে। পশ্চিমে কাশী আৰু প্ৰয়াগলৈকে এওঁৰ ৰাজ্য বিস্তাৰ হৈছিল। বহুতে, এওঁৱেই 'লক্ষ্মণ সম্বৎ'ৰ প্ৰৱৰ্ত্তক বুলি ভাবে।

জয়দেৱ, ধোয়ী, উমাপতি আৰু হলায়ুধ আদি কবিসকলে এওঁৰ ৰাজসভা শোভা কৰিছিল। দ্বাদশ শতাব্দীৰ শেহভাগত ইখতিয়াৰউদ্দীন খিল্‌জীৰ হাতত বেয়াকৈ হাৰি লক্ষ্মণ সেন ৰাজধানী এৰি পলায়।

**আজমীৰ আৰু দিল্লীৰ চৌহান ফৈদ**—প্ৰতিহাৰ সাম্ৰাজ্যৰ পতনৰ লগে লগে চৌহানসকল স্বাধীন হয়। এই বংশৰ অজয়দেৱে আজমীৰ নগৰ স্থাপন কৰে। এওঁৰ পিচত বিগ্ৰহৰাজে চৌহান ৰাজ্য বিস্তাৰ কৰে। তৃতীয় পৃথ্বীৰাজ ( Prithviraj III ) এই বংশৰ সৰ্ব্বশ্ৰেষ্ঠ ৰজা।

গাহৰৱাল বংশীয় ৰজা জয়চন্দ্ৰৰ কন্যা সংযুক্তাৰ লগত পৃথ্বীৰাজৰ বিয়া হয়। কথিত আছে যে সংযুক্তাৰ স্বয়ম্বৰত জয়চন্দ্ৰে আন সকলো ৰজাকে নিমন্ত্ৰণ কৰিছিল, মাথোন পৃথ্বীৰাজক তেওঁ শত্ৰুজ্ঞান কৰি নিমন্ত্ৰণ নকৰিলে আৰু ৰাজ দুৱাৰত পৃথ্বীৰাজৰ এটা কাঠৰ মূৰ্ত্তি সাজি দুৱৰী কৰি থৈছিল। সংযুক্তাই সেই কাঠৰ মূৰ্ত্তিকেই পতি বৰণ কৰে আৰু অকস্মাৎ ক'ৰবাৰ পৰা পৃথ্বীৰাজ আহি তেওঁক ঘোঁৰাত তুলি গুচি যায়। ইয়াতে জয়চন্দ্ৰই অত্যন্ত অপমানিত বোধ কৰে আৰু অৱশেষত পোতক তুলিবৰ অইন উপায় নাপাই মহম্মদ ঘোৰীৰ লগত যোগ দি পৃথ্বীৰাজৰ বিৰুদ্ধে যুদ্ধ কৰে। ১১৯১ খৃষ্টাব্দৰ

তৰাইণৰ প্ৰথম যুদ্ধত পৃথ্বীৰাজে চাহাবুদ্দিনক পৰাস্ত কৰে আৰু দ্বিতীয় যুদ্ধত নিজে পৰাস্ত হয় আৰু শত্ৰুৰ তলোৱালৰ আগত তেওঁৰ বীৰত্বপূৰ্ণ জীৱনৰ অন্ত পৰে।



পৃথ্বীৰাজ আৰু সংযুক্তা।

**কনৌজৰ গাহৰৱাল ফৈদ**—চন্দ্ৰদেৱে এই বংশ প্ৰতিষ্ঠা কৰে। গোবিন্দচন্দ্ৰ (১১১৪-১১৫৪ খৃঃ) এই বংশৰ প্ৰসিদ্ধ ৰজা। পূবে মগধ আৰু পশ্চিমে কাশীলৈকে তেওঁ ৰাজ্যৰ সীমা বঢ়াইছিল। কুমাৰদেবী নামে বৌদ্ধ তিৰোতা এগৰাকী তেওঁৰ প্ৰধান মহিষী আছিল। এই বংশৰ পৰৱৰ্ত্তী ৰজা জয়চন্দ্ৰই চৌহানবংশীয় পৃথ্বীৰাজৰ লগত শত্ৰুতাচৰণ কৰিছিল। এওঁ প্ৰথমে পৃথ্বীৰাজৰ বিৰুদ্ধে চাহাবুদ্দিন ঘোৰীৰ লগত মিত্ৰতা কৰে কিন্তু চৌহান পতিৰ



মৃত্যুৰ পাচত ১১৯৪ খৃঃ চন্দ্ৰাবৰৰ যুদ্ধত ঘোৰীয়ে জয়চন্দ্ৰক পৰাস্ত আৰু বধ কৰে। তাৰ পাচত এই বংশৰ নাম একেবাৰে লুপ্ত হয়।

**ৰাজপুত কোন আছিল?**—ৰাজপুতসকলৰ আঁতিগুৰি সঠিককৈ কোৱা টান। ৰাজপুতসকলে কয় যে তেওঁলোক বৈদিক ক্ষত্ৰিয়সকলৰ বংশধৰ; কিন্তু অনেক ঐতিহাসিকে কয় যে খৃষ্টীয় পঞ্চম-ষষ্ঠ শতিকালৈকে শক, হুন, গুৰজাৰ আদি যিবোৰ মধ্য-এচিয়াৰ আক্ৰমণকাৰী ভাৰতলৈ আহিছিল, ৰাজপুতসকল সেইবোৰ জাতিৰ বংশধৰ। ডাক্তৰ ভিনচেণ্ট্ এ, স্মিথৰ মতে ৰাজপুত জাতি ভাৰতৰ কেইটামান আদিম জাতিৰ পৰা উদ্ভূত। উৎপত্তি যেনেকৈয়ে নহওক খৃষ্টীয় সপ্তম শতিকাৰ পৰা দ্বাদশ শতাব্দীত মুছলমানসকলৰ আগমনলৈকে ৰাজপুতসকলেই ভাৰতৰ প্ৰধান শাসক জাতি হৈ আছিল। দ্বাদশ শতাব্দীত বিশেষকৈ এই কেইটা ফৈদ শক্তিশালী হৈ উঠিছিল—(১) কনৌজৰ গুৰজাৰ-প্ৰতিহাৰ বংশ (২) আজমীৰ আৰু দিল্লীৰ চৌহান ফৈদ (৩) জেজাক ভুক্তিৰ চাণ্ডেল বংশ (৪) চেদীৰ কলাচুৰি বংশ (৫) মালৱৰ পৰমাৰ বংশ (৬) গুজৰাটৰ চালুক্যসকল আৰু কনৌজৰ গাহৰৱাল বংশ।

**হিন্দু ৰজাসকলৰ পতনৰ কাৰণ—**

(১) যি সময়ত চাহাবুদ্দিন ঘোৰী ভাৰতলৈ আহে, তেতিয়া ইয়াত বেলেগ বেলেগ ৰাজপুত ফৈদৰ ভিতৰত প্ৰাধান্যৰ কাৰণে ভীষণ সজ্ঘৰ্ষ হয় আৰু ফলত অসংখ্য প্ৰজাৰ প্ৰাণনাশ আৰু ধনহানি হয়।

(২) জাতিভেদ প্ৰথাৰ ফলত ক্ষত্ৰিয় নামধাৰী অকল ৰাজপুতসকলেহে দেশ ৰক্ষাৰ কাৰণে যুদ্ধ কৰিছিল অথচ প্ৰকাণ্ড ভাৰতবৰ্ষৰ তুলনাত ৰাজপুত জাতিৰ জনবল কম আছিল।

(৩) তাতে আকৌ সমগ্ৰ ভাৰতবৰ্ষ হিচাপে নহয়, কেৱল নিজৰ ৰাজ্য আৰু বংশৰ নাম আৰু সুখ্যাতিৰ কাৰণেহে ৰাজপুতসকলে অস্ত্ৰ ধাৰণ কৰিছিল—জন্মভূমি ভাৰতবৰ্ষ বুলি এটা জাতীয়তা বোধ সেই কালত নাছিল।

(৪) কোনো ৰাজপুত সামন্তৰ স্থায়ী আৰু সুশিক্ষিত সেনা-বাহিনী

নাছিল—আৰু যুদ্ধৰ সময়ত, যাকে যতে পায় সৈন্য কৰি লৈছিল। তেওঁ অশিক্ষিত সৈন্য যে অস্ত্ৰ-বিদ্যাত সুনিপুণ পশ্চিমীয়া আক্ৰমণকাৰীৰ আগত তিষ্ঠিব নোৱাৰে, ই নিশ্চিত কথা।

(৫) ৰণ-বিদ্যাতকৈ ৰাজপুতৰজাসকলে কাব্য-গ্ৰন্থ আদিৰ চৰ্চ্চাতহে মনোনিৱেশ কৰিছিল আৰু তাৰ ফলত সমগ্ৰ হিন্দুৰজাৰ মনত এটা অলস আৰু বিলাসিতাৰ ভাব আহি পৰে।

(৬) এই নতুন ধৰ্ম্মত অনুপ্ৰাণিত হৈ মুছলমানসকলে দেশৰ পিচত দেশ জয় কৰি ফুৰিছিল আৰু প্ৰথমে তেওঁলোকে হিন্দু প্ৰজাসকলক অলপো অত্যাচাৰ নকৰাত হিন্দু প্ৰজাসকলে সহজেই বিজেতাসকলৰ শাসন মানি লৈছিল।

### প্ৰশ্নমালা

১। বঙ্গদেশৰ পালবংশী ৰজাসকলৰ বিষয়ে কি জানা লিখা।

(Write what do you know of the Pal kings of Bengal ?)

২। টোকা লিখা :—

(ক) দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূটসকল, (খ) গুৰজাৰ-প্ৰতিহাৰসকল (গ) বঙ্গদেশৰ সেনবংশী ৰজাসকল, (ঘ) চৌহান ফৈদ, (ঙ) গাহৰৱাল ফৈদ (চ) ৰাজপুতসকল।

( Write notes on :—

(a) The Rastrakutas of the Deccan ; (b) the Gurjara-Pratiharas ; (c) the Sen kings of Bengal ; (d) the Chauhans (e) the Garhwals ; (f) the Rajputs. )

৩। মুছলমান আক্ৰমণকাৰীসকলৰ হাতত হিন্দু ৰজাসকলৰ পৰাজয় ঘটিছিল। হিন্দু ৰজাসকলৰ এই পতনৰ কাৰণ কি আছিল ?

(The Hindu kings were defeated by the Muslim invaders. What were the causes of the fall of the Hindu kings ? )

———

## অষ্টম অধ্যায়

# মুছলমানৰ ৰাজ্য জয়।

**ইছলাম ধৰ্ম্মৰ প্ৰৱৰ্ত্তক মহম্মদ**—খৃষ্টীয় সপ্তম শতাব্দীলৈকে আৰব জাতি মূৰ্ত্তিৰ উপাসক আছিল আৰু তেওঁলোকৰ আচাৰ ব্যৱহাৰ কুসংস্কাৰেৰে ভৰা আছিল। সপ্তম শতিকাৰ আগভাগত মহম্মদৰ জন্ম হয়; তেওঁ দুখীয়া কিন্তু সম্ভ্ৰান্ত বংশৰ ল'ৰা আৰু সৰুৰে পৰা চিন্তাশীল আছিল। তেওঁ খাদিজা নামে এগৰাকী চহকী বিধবা মহিলাক বিয়া কৰায়।

মহম্মদে দেখিলে যে মূৰ্ত্তি-পূজাৰ পৰা কোনো উপকাৰ নহয় আৰু ঈশ্বৰ মাথোন একেজন, তেওঁক অসংখ্য নাম দিয়াৰ একো অৰ্থ নাই। এই মতকে ভেটি কৰি তেওঁ এটি নতুন ধৰ্ম্ম উলিয়ালে। এয়েই বিখ্যাত 'ইছ্‌লাম' ধৰ্ম্ম। প্ৰথমে তেওঁ এই ধৰ্ম্ম প্ৰচাৰ কৰোঁতে আৰববাসীসকলৰ পৰা ভীষণ বিৰুদ্ধতা আৰু আনকি অত্যাচাৰ, লাঞ্ছনা সহ কৰিবলগীয়া হৈছিল আৰু তেওঁৰ জীৱননাশ কৰিবলৈকো চেষ্টা চলিছিল। উপায় নাপাই মহম্মদে মক্কাৰ পৰা মদিনালৈ পলাই যায় (৬২২খৃঃ)। এই তাৰিখৰ পৰাই 'হিজৰা' চনৰ আৰম্ভণ।

লাহে লাহে মহম্মদৰ ধৰ্ম্মই মধ্য-এচিয়াত আধিপত্য বিস্তাৰ কৰিলে। ৬৩২ খৃষ্টাব্দত মহম্মদৰ পৰলোক হয়। নতুন ধৰ্ম্মত দীক্ষিত হৈ মুছলমানসকলে এক নতুন অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হ'ল আৰু তেওঁলোকৰ ধৰ্ম্ম আৰু ৰাষ্ট্ৰীয় গুৰু খলিফাৰ তলত বিৰাট দিগ্বিজয় কৰিবলৈ মন মেলিলে। সোনকালে পাৰস্য, চিৰিয়া আৰু ইজিপ্ত খলিফাৰ হাতলৈ আহিল; উত্তৰ আফ্ৰিকা আৰু স্পেনো মুছলমানসকলে অধিকাৰ কৰিলে। অষ্টম শতিকাৰ আৰম্ভণিৰ লগে লগে এখন প্ৰকাণ্ড মুছলমান সাম্ৰাজ্য স্থাপিত হ'ল।

**ভাৰতত প্ৰথম মুছলমান আক্ৰমণ**—সপ্তম শতাব্দীৰ মাজভাগৰ পৰাই আৰবীয়সকলে ভাৰতলৈ লোলুপ দৃষ্টিৰে চাই আছিল কিন্তু তেওঁলোকৰ আশা নানা কাৰণত সফল হোৱাগৈ নাছিল। অষ্টম শতিকাৰ আগভাগত এটি

অঘটন ঘটে। তেতিয়া সিন্ধুৰ ৰজা আছিল ডাহিৰ ( Dahar or Dahir ) সিন্ধুৰ দেৱল নামে বন্দৰৰ ওচৰত এখন আৰবীয় জাহাজ ভাৰতীয় জলদ কিছুমানে লুটপাট কৰে। খলিফাৰ সাম্রাজ্যৰ পূর্ব্ব অংশৰ শাসনকর্তা হাজ্জা ডাহিৰক ইয়াৰ অনুসন্ধান লবলৈ কয়। ডাহিৰে অতি উদাসীন সুৰত উত্ত দি পঠিয়ালে যে জলদস্যুৰ ওপৰত তেওঁৰ কোনো হাত নাই।

খঙত জলি-পকি হাজাজে এদল সৈন্য পঠিয়ালে। দেৱলৰ ওচৰত ডাহিৰ পুতেকে সেই আৰবীয় সৈন্যদলক পৰাস্ত কৰে। পিচত মহম্মদ-ইব্‌ন্ কাচি তলত এটা প্রকাণ্ড ফৌজে ডাহিৰক আক্রমণ কৰে। মহাপৰাক্রমেৰে যুঁজি শত্রুৰ হাতত ডাহিৰ পৰাস্ত হয় আৰু যুদ্ধতে তেওঁৰ মৃত্যু হয় ( প্রায় ৭১২ খৃঃ )

ডাহিৰৰ বীৰাঙ্গনা মহিষীয়ে 'ৰাওৰ' দুর্গ অতি কৌশল আৰু বিক্রমেৰে শত্রুৰ হাতৰ পৰা ৰক্ষা কৰি আছিল। কিন্তু অৱশেষত খাদ্যদ্রব্যৰ অভাৱ টিকিব নোৱাৰি সহচৰীসকলেৰে সৈতে জুই জ্বলাই আত্মহত্যা কৰে। সিন্ধুদে মুছলমান সাম্রাজ্যৰ অন্তর্ভুক্ত হয়। কিন্তু গুৰজাৰ-প্রতিহাৰ বংশই প্রব প্রতাপে বহুদিনলৈ মুছলমানৰ অগ্রগতি বন্ধ কৰে।

**গজনিৰ মুছলমান ৰাজ্য**—আৰবক কেন্দ্র কৰি অষ্টম শতিকাত যি মুছলমান সাম্রাজ্য গঢ়ি উঠিছিল, সি ভাগি-ছিগি গ'লত প্রায় ৯৬২ খৃষ্টাব্দত গজনিৰ চৌপাশে এখন ৰাজ্য স্থাপিত হয়। আলপ্‌তগিন নামে এজন তুর্কীয়েই ইয়াৰ স্থাপনকর্তা। এওঁৰ মৃত্যু হ'লত সেই ৰাজ্য চবুক্তগিন নামে তেওঁৰ এজন তুর্কী চাকৰে শাসন কৰে। পিচত তেওঁ আলপ্‌তগিনৰ জীয়েকক বিয়া কৰাইছিল। প্রায় ৯৭৭ খৃষ্টাব্দত চবুক্তগিনে ভাৰতৰ বিৰুদ্ধে কেবাবাৰো আক্রমণ চলায়। তেতিয়া উত্তৰ ভাৰতৰ ৰজা আছিল জয়পাল।

চাহীবংশীয় ৰজা জয়পালে পঞ্জাব আৰু আফগানিস্থান শাসন কৰিছিল আৰু ভৱিষ্যতে অমঙ্গল আশঙ্কা কৰি নিজেই আগুৱাই আহি চবুক্তগিনক আক্রমণ কৰে। যুদ্ধক্ষেত্রত উপস্থিত হওঁতেই ভীষণ ধুমুহা আৰম্ভ হ'লত দুয়ো পক্ষই সন্ধি কৰি নিজ নিজ ৰাজ্যলৈ উভতি যায় কিন্তু ঘৰ পায়েই জয়পালে



সন্ধিৰ চৰ্ত্ত মানিবলৈ অনিচ্ছুক হ'ল। দুয়ো পক্ষৰ আকৌ যুদ্ধ হ'ল সিন্ধু নদৰ সিপাৰে। এই যুদ্ধৰ বাবে জয়পাল আগৰপৰাই প্রস্তুত আছিল আৰু তেওঁ কনৌজপতি, চৌহান, চাণ্ডেল আৰু অন্যান্য বংশীয় ৰাজপুত ৰজাৰপৰা সহায় পাইছিল। ভাৰতীয় সৈন্যই মাতৃভূমি ৰক্ষাৰ অর্থে প্রাণপণে যুঁজিও অৱশেষত মুছলমান সৈন্যৰ হাতত পৰাস্ত হয় আৰু ফলত চবুক্তগিনে সিন্ধুলৈকে নিজ ৰাজ্যৰ সীমা বিস্তাৰ কৰে।

**চুলতান মামুদ**—৯৯৭ খৃষ্টাব্দত চবুক্তগিনৰ মৃত্যু হয়। তেওঁৰ পিচত বৰ পুতেক মামুদে সিংহাসন অধিকাৰ কৰে ( ৯৯৮ খৃঃ )।

মামুদ সেই সময়ৰ আটাইতকৈ কৌশলী যোদ্ধা আছিল। সিন্ধুনদৰ পৰা পাৰস্যৰ মাজভাগলৈকে তেওঁৰ ৰাজ্য বিস্তৃত হৈছিল, আৰু ভাৰতবর্ষ সম্পর্কে বাপেকৰ নীতিৰেই তেওঁৰো নীতি আছিল। ১০০১ খৃষ্টাব্দত দহ হেজাৰ অশ্বাৰোহী সৈন্যেৰে তেওঁ বাপেকৰ শত্রু জয়পালক আক্রমণ কৰে। পেচোৱাৰত জয়পাল শত্রুৰ সন্মুখীন হয়; যুদ্ধত জয়পাল হাৰে আৰু বন্দী হয়। পৰাজয়ৰ অপমান অসহ্য বোধ কৰাত মুক্তি পায়ো জয়পালে আত্মহত্যা কৰে।

ইয়াৰ পাচত প্রায় প্রতি বছৰেই মামুদে ভাৰত আক্রমণ কৰে। প্রসিদ্ধ মঠ, মন্দিৰ উপলক্ষ কৰিয়ে তেওঁ যাত্রা কৰে আৰু তাৰ বিগ্রহ আৰু মন্দিৰ ভাঙি চুৰমাৰ কৰে। সোণ-ৰূপ আদি মন্দিৰৰ সম্পত্তি হস্তগত কৰি যাকে য'তে পায় স্ত্রী-পুৰুষ-শিশু নির্ব্বিশেষে নির্ম্মমভাবে হত্যা কৰাটোৱেই তেওঁৰ স্বভাব আছিল।

শেষত যেতিয়া মামুদে মুলতানৰ ৰজাক আক্রমণ কৰে, তেতিয়া তেওঁ ( মুলতানৰ ৰজাই ) জয়পালৰ পুত্র আনন্দপালৰ সহায় ভিক্ষা কৰিলে। পিতৃবৈৰী মামুদৰ প্রতি আনন্দপালৰ প্রতিহিংসাৰ জুইকুৰা আগৰপৰাই জ্বলি আছিল। তেওঁ এই সুবিধা গ্রহণ কৰিলে। মধ্য আৰু পশ্চিম ভাৰতৰ প্রায় সকলো ৰাজপুত ৰজাই এইবাৰ অতি আগ্রহেৰে লগ লাগিল। তেওঁলোকে এইখন ধর্ম্মযুদ্ধৰ ৰূপান্তৰ বুলিহে ধৰি ললে। তিৰোতাসকলে

নিজৰ অলঙ্কাৰ বেচিও এই যুদ্ধৰ খৰচ যোগাইছিল। হিন্দু ৰজাসকলৰ এই বিপুল আয়োজন দেখি চুলতান মামুদে প্ৰমাদ গণিলে। দ থাৰৈ থানি সুৰক্ষিত হৈ তেওঁ শত্ৰুবধতকৈ আত্মৰক্ষাৰ কাৰণেহে বেছি সচেষ্ট হ'ল।

ভাৰতীয় সমবেত সৈন্যদল ধুমুহাৰ কাল-বেগেৰে তেওঁৰ শিবিৰৰ ওপৰত জপিয়াই পৰিল (১০০৮ খৃঃ)। মামুদৰ তিনি-চাৰি হেজাৰ সৈন্যই নিমিষতে ৰাজপুত তলোৱাৰৰ আগত প্ৰাণ শোধালে কিন্তু ৰাজপুতৰ ভাগ্যলক্ষ্মীয়ে অলক্ষিতে কুটিল হাঁহি মাৰিলে। অকস্মাৎ সেনাপতি আনন্দপালৰ হাতী ভয় খাই যুদ্ধক্ষেত্ৰৰ পৰা পলাল; হিন্দুসেনাৰ ভ্ৰম হ'ল। হাতীৰ ভয়ক তেওঁলোকে সেনাপতিৰ ভীৰুতা বুলি ভুল কৰি চৌদিশে ছত্ৰভঙ্গ হৈ পলাল। মামুদে বিদ্যুৎবেগেৰে পলোৱা হিন্দু সেনাক আগচি ধৰিলে আৰু যাকে য'তে পালে নৃশংসভাৱে হত্যা কৰিলে। নিশ্চিন্ত জয়লাভকে ভুল কৰি যমযেন দেখি ৰাজপুত সেনাই ৰণাঙ্গন ত্যাগ কৰিলে। তাৰ গুৰিত আছিল কঠোৰ সৈনিক শিক্ষা আৰু উপযুক্ত সেনানায়কৰ অভাৱ। চঞ্চলা বিজয়-লক্ষ্মীয়ে আকৌ এবাৰ মামুদক পতি বৰণ কৰিলে।

**সোমনাথ আক্ৰমণ**—ইয়াৰ পাচত মামুদে ১০১৮ খৃঃৰ লগে লগে মুলতান আৰু থানেশ্বৰ জয় কৰে আৰু ১০২৬ খৃঃত পঞ্জাব দখল কৰে।

সকলো আক্ৰমণতকৈ সোমনাথৰ মন্দিৰ আক্ৰমণেই আটাইতকৈ ভীষণ আছিল। ১০২৫ খৃষ্টাব্দত মামুদে এটি বিপুল বাহিনী লৈ সোমনাথৰ মন্দিৰ অভিমুখে যাত্ৰা কৰে। এই মন্দিৰ গুজৰাটত অৱস্থিত। গুজৰাটৰ ৰজা ১ম ভীমে সসৈন্যে মামুদক আগচি ধৰে; তৃতীয় দিনৰ দিনা সোমনাথ দুৰ্গ মামুদৰ হাতত পৰে। চুলতানৰ সুশিক্ষিত সৈন্যৰ লগত ৰাজপুত সৈন্য তিষ্ঠিব নোৱাৰিলে।

মন্দিৰত প্ৰৱেশ কৰি, তাৰ বিচিত্ৰ কাৰুকাৰ্য্য, শিল্প আৰু ভাস্কৰ্য্য দেখি মামুদ স্তম্ভিত হৈছিল; মন্দিৰৰ পূজাৰীসকলে ভগৱানৰ বিগ্ৰহ অপবিত্ৰ নকৰিবলৈ চুলতানক প্ৰাৰ্থনা কৰিছিল আৰু যথেষ্ট ধন-সোণ দিবৰ প্ৰতিশ্ৰুতি



দিছিল। মামুদে উত্তৰ দিলে যে হিন্দুসকলে তেওঁক মূৰ্ত্তি বেচোঁতা হিচাপে মনত ৰখাতকৈ মূৰ্ত্তি ভাঙোতা হিচাবে মনত ৰখাটোকে তেওঁ ইচ্ছা কৰে। তেওঁ নিজ হাতেৰেই মন্দিৰৰ মূৰ্ত্তি চূৰ্ণ-বিচূৰ্ণ কৰিলে। যিমানবোৰ ধন-সোণ, মণি-মুকুতা এই মন্দিৰৰ পৰা মামুদে লৈ গ'ল, সি গণনাৰ অতীত, আন কোনো আক্ৰমণে তেওঁক ইমান চহকী কৰা নাছিল। ১০৩০ খৃষ্টাব্দত চুলতান মামুদৰ মৃত্যু হয়।

**চুলতান মামুদৰ চৰিত্ৰ**—পৃথিৱীৰ বিখ্যাত সেনা-পৰিচালকসকলৰ ভিতৰত চুলতান মামুদ অন্যতম। তেওঁৰ প্ৰতিভা, সাহস, দূৰদৃষ্টি, সেনা-পৰিচালনা আৰু অন্যান্য গুণাৱলীয়ে তেওঁৰ প্ৰতি সমগ্ৰ জগতৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। ভাৰতবৰ্ষই অৱশ্যে তেওঁৰ অকল এটা মূৰ্ত্তিহে সদায় মনত ৰাখি আহিছে আৰু সেয়ে হৈছে ধ্বংসৰ প্ৰতিমূৰ্ত্তি। ভাৰতৰ লাখ লাখ অধিবাসীৰ ওপৰত কি অকথ্য দুখ-যাতনাই তেওঁ জাপি নিদিছিল! অসংখ্য মঠ-মন্দিৰ, দৌল-দেৱালয় আৰু মূৰ্ত্তি ধ্বংস কৰি তেওঁ ধৰ্ম্মপ্ৰাণ হিন্দুজাতিৰ প্ৰাণত অতি দাৰুণ আঘাত দিছিল।

চুলতান মামুদ অতিশয় অৰ্থ-লোলুপ আছিল। তেওঁ ভাৰত আক্ৰমণ কৰিছিল বিজয় গৌৰৱৰ কাৰণে বা সাম্ৰাজ্যৰ লিপ্সাত নহয়, তেওঁৰ প্ৰধান আৰু প্ৰথম উদ্দেশ্য আছিল ধন-সোণ, মণি-মুকুতা আৰু ৰত্ন-অলঙ্কাৰ। নিজ ৰাজ্যত তেওঁ শিল্প আৰু সুকুমাৰ কলাৰ পৃষ্ঠপোষক আছিল কিন্তু তেওঁৰ নিষ্ঠুৰ আক্ৰমণে ভাৰতত মুছলমান সভ্যতাৰ পোহৰ অথবা ইছলাম ধৰ্ম্মৰ শান্তিময় বাণী দান কৰিব নোৱাৰিলে।

**ঘোৰ ৰাজ্য**—হিৰাটৰ পুবফালে ঘোৰ নামে পাৰ্ব্বত্য ৰাজ্য দ্বাদশ শতাব্দীৰ মাজভাগত পৰাক্ৰমী হৈ উঠে। চুলতান মামুদে এই ৰাজ্য আগতে গজনিৰ তলতীয়া কৰিছিল। গজনি আৰু ঘোৰ ৰাজ্যৰ ভিতৰত প্ৰবল প্ৰতিদ্বন্দ্বিতা চলিবলৈ ধৰিলে। শেষত গিয়াচউদ্দিন ঘোৰীয়ে গজনি অধিকাৰ কৰি ভায়েক মহম্মদ ঘোৰীক (চাহাবুদ্দিন) গজনি আৰু কাবুলৰ শাসনকৰ্ত্তা পাতে আৰু

চুলতান উপাধিৰে ভূষিত কৰে। অতি সোনকালেই চাহাবুদ্দিনে মুলতা অধিকাৰ কৰে কিন্তু গুজৰাট অভিযানত চালুক্য ৰাজৰ হাতত পৰাস্ত হয় সিন্ধু জয় কৰোঁতে ঘোৰীৰ বেছি কষ্ট নহ'ল ; প্ৰায় ১১৮৬ খৃষ্টাব্দত তেওঁ খস্ৰু মালিকৰ পৰা পঞ্জাবো কাঢ়ি লয়।

**তৰাইণৰ ( থানেশ্বৰ ) ১ম যুদ্ধ**—পঞ্জাৱ, চৌহান-ৰাজ পৃথ্বীৰাজৰ সীমা ৰাজ্য আৰু তাৰ অধিকাৰ লগে লগে পৃথ্বীৰাজ আৰু মহম্মদ ঘোৰীৰ মাজত যুদ্ধ অনিবাৰ্য্য হৈ পৰিল। হিন্দুৰজাসকলৰ এটা সম্মিলিত ফৌজ গঠন কৰি পৃথ্বীৰাজ সমৰক্ষেত্ৰলৈ আগুৱান হ'ল। তৰাইণ বা তলোৱাৰিত ( থানেশ্বৰৰ পৰা ১৬ কিলোমিটাৰ দক্ষিণে ) দুয়ো পক্ষৰ তুমুল যুদ্ধ হয় (১১৯১ খৃঃ); যুদ্ধত চাহাবুদ্দিন আহত হ'ল আৰু তেওঁক যুদ্ধক্ষেত্ৰৰ পৰা কঢ়িয়াই অনা হ'ল। মুছলমান সৈন্যসকল হতাশ হ'ল আৰু চাৰিওফালে পলাবলৈ ধৰিলে। পৃথ্বীৰাজে চাহাবুদ্দিনৰ ফৌজৰ কঁকাল ভাঙিলে।

**তৰাইণৰ ২য় যুদ্ধ**—এই অপমান পাহৰিব পৰা বিধৰ মানুহ চাহাবুদ্দিন নাছিল। প্ৰতিহিংসাৰ জুইত আধাপোৰা হৈ ঘোৰীয়ে মধ্য-এচিয়াৰ পৰা কঠোৰ পৰিশ্ৰমী পাহাৰী ফৌজ এটা গঠন কৰিলে আৰু পিচ বছৰতে আকৌ ভাৰত আক্ৰমণ কৰিলে। আগৰ যুদ্ধক্ষেত্ৰতেই পুনৰ যুদ্ধ হয়। পৃথ্বীৰাজেও আগৰ দৰেই হিন্দু ৰজাসকলৰ সমৰ-শক্তি সমবেত কৰি শিবিৰ পাতিলেহি আৰু ঘোৰীক ভাৰতবৰ্ষ পৰিত্যাগ কৰি গজনিলৈ উভতি যাবলৈ লিখি পঠিয়ালে। ধূৰ্ত্ত চাহাববুদ্দিনে কৈ পঠিয়ালে যে এই সম্পৰ্কে তেওঁ ভায়েক গিয়াচউদ্দিনক সুধি পঠিয়াব। এইদৰে মুছলমানৰ আক্ৰমণৰ ভয় হিন্দু সৈন্যৰ মনৰ পৰা ভালেখিনি আঁতৰিল।

ৰাতি শেষ নৌহওঁতেই চাহাবুদ্দিনে সসৈন্যে পৃথ্বীৰাজৰ শিবিৰৰ ওপৰত জুমুৰি দি পৰিলহি। এই অতৰ্কিত আক্ৰমণত হিন্দু সৈন্য ছত্ৰভঙ্গ হ'ল। অতি কষ্ট আৰু দক্ষতাৰে পৃথ্বীৰাজে হিন্দু সৈন্য শৃঙ্খলাবদ্ধ কৰিলে আৰু আকৌ এবাৰ ভাৰতীয় সৈন্যই শ্ৰেণীবদ্ধভাৱে আক্ৰমণকাৰীৰ সম্মুখীন হ'ল।



ৰীয়ে তেওঁৰ সৈন্যসমূহ পাঁচ-ছয় দলত ভাগ কৰি হিন্দু সৈন্যক আগুৰি ধৰিলে আৰু পিচত হঠাতে পিচ-হুঁহকি পৰিল। ভাৰতীয় সেনা আগবাঢ়ি গোটেই দিনটো যুঁজি যুঁজি অৱশেষত যেতিয়া ভাগৰি পৰিল, ঘোৰীয়ে বাচকবনীয়া ১২ হেজাৰ অশ্বাৰোহী সৈন্যেৰে আহি শত্ৰুৰ মাজত সোমাই হিন্দু সৈন্যক যমে ধৰাদি ধৰিলে। যুদ্ধত পৃথ্বীৰাজ নিজেই বন্দী হ'ল আৰু তেওঁৰ শিৰশ্চেদ কৰা হ'ল। এইদৰে সেই সময়ৰ শ্ৰেষ্ঠ ৰাজপুতবীৰৰ জীৱন সমাধি হ'ল আৰু লগে লগে ভাৰতবৰ্ষই আন এটি বিদেশী জাতিৰ শাসন মানি লব লগাত পৰিল।

**ঘোৰীৰ উত্তৰ ভাৰত জয়**—ইয়াৰ পিচত ঘোৰীয়ে আজমীৰৰ ৰজাক কৰতলীয়া কৰে। ১১৯৪ খৃষ্টাব্দত তেওঁ কনৌজৰ জয়চন্দ্ৰক পৰাস্ত কৰে আৰু বেনাৰচলৈ আগবাঢ়ে। তেওঁৰ সেনাপতি বখ্‌তিয়াৰ খিল্‌জিয়ে বঙ্গ আৰু বিহাৰ জয় কৰে। সেনাপতি কুতুবউদ্দিন গুজৰাট অভিযানত পৰাস্ত হয় কিন্তু তেওঁ কলাচুৰি আৰু চাণ্ডেল বংশৰ স্বাধীনতা হৰণ কৰে। মধ্য ভাৰতৰ মালৱৰ পৰমাৰ বংশত বাহিৰে, তৰাইণৰ যুদ্ধৰ ১৫ বছৰৰ ভিতৰতে প্ৰায় সমগ্ৰ উত্তৰ ভাৰত ঘোৰীৰ অধীনলৈ আহিল ; বাকী থাকিল পশ্চিমে গুজৰাট আৰু উত্তৰে কাশ্মীৰ। ভায়েকৰ মৃত্যুৰ পাচত চাহাবুদ্দিন ঘোৰ ৰাজ্যৰ সিংহাসনত উঠে কিন্তু ১২০৬ খৃষ্টাব্দত পৰ্ব্বতীয়া জাতিৰ কোনো মানুহে তেওঁক গুপ্তভাৱে হত্যা কৰে। তেওঁৰ মৃত্যুৰ পাচত ভাৰতীয় সাম্ৰাজ্য কুতুবউদ্দিনৰ হাতলৈ যায়।

**প্ৰাচীন ভাৰতীয়সকলৰ বিদেশত উপনিবেশ স্থাপন**—সামুদ্ৰিক অভিযান আৰু উপনিবেশ স্থাপনৰ কাৰণে প্ৰাচীন ভাৰতীয় জাতি বিখ্যাত আছিল। পাশ্চাত্য দেশ, যেনে—আফ্ৰিকা আৰু ইউৰোপ আদিৰে সৈতে ভাৰতৰ বেহা-বেপাৰ চলিছিল। অসংখ্য বিলাসৰ সামগ্ৰী বেচি ৰোমান সাম্ৰাজ্যৰ পৰা ভাৰতে অনেক ধন-সোণ লাভ কৰিছিল। আজিকালিও ভাৰতৰ অনেক ঠাইত যথেষ্ট ৰোমান মুদ্ৰা পোৱাৰ কাৰণো এয়ে। ভাৰতৰ পূবে যি

দ্বীপপুঞ্জ আছে, যেনে সুমাত্ৰা, যাভা, বোৰ্ণিও, ফিলিপাইন আৰু তহ আনাম, কাম্বোডিয়া, শ্যাম, বৰ্ম্মা আৰু মালয় আদি দেশত ভাৰ উপনিবেশ স্থাপন হৈছিল। বেপাৰৰ লগে লগে মধ্য এচিয়াৰ খোটান অ ঠাইত ভাৰতীয় লোকে ৰাজ্য স্থাপন কৰিছিল ; চীনৰ প্ৰান্তদেশ ইউ আদি ঠাই একসময়ত ভাৰতীয় উপনিবেশ আছিল।

চীন, জাপান আৰু কোৰিয়াত বৌদ্ধ ধৰ্ম্ম বিস্তাৰ হোৱাৰ লগে ভাৰতীয় সভ্যতাৰ পোহৰ সেই ঠাইবোৰত পৰিছিল। মুঠতে কবলৈ প্ৰাচীন গ্ৰীচে যেনেকৈ সমগ্ৰ ইউৰোপত শিক্ষা-দীক্ষা আৰু সভ্যতা বি কৰিছিল প্ৰাচীন ভাৰতেও তেনেকৈ সমগ্ৰ এচিয়াত নিজৰ সভ্যতাৰ গৌ বিস্তাৰ কৰিছিল।

**হিন্দু সভ্যতা** ( পৌৰাণিক যুগ )—জৈন আৰু বৌদ্ধ ধৰ্ম্মৰ অভ্যুত্থা পিচৰ হিন্দু-সভ্যতাই, বৈদিক যুগৰ সভ্যতাতকৈ সম্পূৰ্ণ বেলেগ এটা লৈছিল, তাৰ এটি চমু বিৱৰণ দিয়া হ'ল।

**ধৰ্ম্ম**—বৌদ্ধ ধৰ্ম্মৰ আধিপত্য অশোকৰ ৰাজত্বৰ পাঁচশমান বছৰ পিচলৈ আছিল। অশোক, কণিষ্ক আৰু হৰ্ষবৰ্দ্ধনৰ দিনত এই ধৰ্ম্মই যথেষ্ট ৰজা ঘৰ আপডাল্ পাইছিল কিন্তু গুপ্ত সম্ৰাটসকলৰ দিনত ব্ৰাহ্মণ্য ধৰ্ম্মৰ পুনৰ জাগ আহে আৰু বৌদ্ধ ধৰ্ম্মই ইয়াৰ জন্মভূমিৰ পৰা প্ৰায় বিদায় লবলগীয়া আনহাতে জৈন ধৰ্ম্মৰ উপাসক এতিয়াও অনেক আছে, তাৰ কাৰণ— ধৰ্ম্মৰ প্ৰতিক্ৰিয়া আৰম্ভ নহ'ল—আৰু হিন্দু ধৰ্ম্মৰ লগত ইয়াৰ যথেষ্ট মি আছে। হিন্দু ধৰ্ম্মই কিন্তু বৈদিক ধৰ্ম্মৰ মোট সলালে। বৈদিক দেৱতা প্ৰায়বোৰবেই নামৰ সলনি হ'ল আৰু নতুন নতুন দেৱতাৰ সৃষ্টি হ'ল ত্ৰিমূৰ্ত্তিৰ (ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ) পূজা প্ৰায় সাৰ্ব্বজনীন হৈ পৰিল। অসং দেৱ-দেৱীৰ মন্দিৰ নিৰ্ম্মাণ হ'ল। বৈদিক যুগত মন্দিৰ আৰু মূৰ্ত্তিপূজা নাছিল

**পুৰাণ**—হিন্দু ধৰ্ম্মৰ এই পৰিবৰ্ত্তনৰ বাহন হৈ পৰিল এটি নতুন সাহিত্য তাৰ নামেই পৌৰাণিক সাহিত্য আৰু নতুন হিন্দু ধৰ্ম্মৰ নামো হ'ল পৌৰাণি



ৰ্ম্ম। অসংখ্য পুৰাণ আৰু উপপুৰাণৰ ভিতৰত ওঠৰখন পুৰাণ অতি প্ৰসিদ্ধ। ই গ্ৰন্থবোৰত নতুন দেৱ-দেৱী আৰু সিবিলাকৰ স্বৰূপ আৰু মাহাত্ম্য সম্পৰ্কে না আখ্যান সন্নিবিষ্ট হ'ল।

**ৰামায়ণ** আৰু **মহাভাৰতৰ** কথা আগেয়ে কৈ অহা হৈছে। এই দুই হাকাব্যই সমগ্ৰ হিন্দু সমাজৰ, আচাৰ-পদ্ধতি,আদৰ্শ আৰু সাহিত্যৰ ওপৰত অতুলনীয় প্ৰভাৱ বিস্তাৰ কৰিছে আনকি বেদৰ প্ৰভাৱো তাতকৈ কম। ৰামচন্দ্ৰৰ পিতৃ-ভক্তি ; ভৰত, লক্ষ্মণ আৰু পাণ্ডু-পুত্ৰসকলৰ ভ্ৰাতৃ-স্নেহ, তাৰ সতীত্ব, যুধিষ্ঠিৰ আৰু ভীষ্মৰ সত্যনিষ্ঠা আৰু কৰ্ণৰ মুক্তহস্তে দান— কান হিন্দুৰ শ্ৰদ্ধা আৰু আদৰ্শৰ বস্তু নহয় ?

লগে লগে সমাজৰ আচাৰ-ব্যৱহাৰ শৃঙ্খলাবদ্ধ কৰিবলৈ—একপ্ৰকাৰ তুন শ্ৰেণীৰ আইন-গ্ৰন্থৰ প্ৰণয়ন হ'ল। সেয়ে স্মৃতি। বৌধায়ন, যাজ্ঞবল্ক্য, ৰাশৰ, বৃহস্পতি, শুক্ৰাচাৰ্য্য আৰু মনুৰ স্মৃতি শাস্ত্ৰই এই জাতীয় গ্ৰন্থৰ ভিতৰত লেখত লবলগীয়া।

**সমাজ**—হিন্দু সমাজ পোনতে উদাৰ আৰু প্ৰসাৰণশীল আছিল। গ্ৰীক, পাৰ্থিয়ান, শক, কুশান, হুন আৰু প্ৰতিহাৰ বংশৰ ভাৰত আক্ৰমণকাৰীসকলৰ কীয়া অস্তিত্ব আছিল নে? কালক্ৰমত সিবিলাক সকলোৱেই হিন্দু ধৰ্ম্মৰ বিশাল কোলাত আশ্ৰয় নললে নে? কিন্তু স্মৃতি-সমূহ ৰচনাৰ পিচত হিন্দুধৰ্ম্ম ক্ৰমে সঙ্কীৰ্ণ হৈ আহিল। জাতিভেদ প্ৰথা অতি কঠোৰ আৰু অসহনীয় হৈ পৰিল অথচ তাক দলিয়াই স্বাধীন হবলৈও সমাজ কুণ্ঠিত হ'ল। ইজাতি সিজাতিৰ মাজত ব্যৱধান বেছি হৈ আহিল আৰু পিচত যি সকল আক্ৰমণকাৰী আহিল, হিন্দুসকলে সিবিলাকক নিজতকৈ হীন অস্পৃশ্য বুলি ভাবিবলৈ ধৰিলে। সমাজত নাৰীৰ স্থান আগতকৈ বহুত তললৈ আহিল। যাগ-যজ্ঞ আদি কৰাত তেওঁলোকে পুৰুষৰ সমান হৈতো নাথাকিলেই আনকি শিক্ষা, দীক্ষা আৰু বেদপাঠ আদিৰ পৰাও বঞ্চিত হ'ল। হিন্দুৰ এই আত্মম্ভৰিতাও এই জাতিৰ অধঃপতনৰ এটি প্ৰধান কাৰণ।

**সাহিত্য**—পুৰাণ, স্মৃতি আৰু মহাকাব্যৰ বাহিৰেও কাব্য, কবিতা, নাট
চম্পূ আৰু অনুপম গদ্য সাহিত্যৰ সৃষ্টি এই যুগতে হয়। সংস্কৃত সাহি
সকলো বিষয়তে পৰিপুষ্টি লাভ কৰিছিল। নাট্য সাহিত্যৰ কৰ্ণধাৰসক
ভিতৰত কালিদাস, ভৱভূতি, ভাস, শ্ৰীহৰ্ষ, শূদ্ৰক, বিশাখদত্ত আৰু নাৰ
ভট্ট, কাব্যকাৰসকলৰ ভিতৰত মাঘ, কালিদাস, ভাৰবি, ভট্টি আৰু গদ্য-সাহি
সৃষ্টিকৰ্ত্তাসকলৰ ভিতৰত বাণভট্ট আৰু দণ্ডী চিৰস্মৰণীয় হৈ থাকিব।

উপনিষদত বৈদিক দৰ্শনৰ চৰম পৰিপুষ্টি সাধন হয়। পৰৱৰ্ত্তী কা
দৰ্শন শাস্ত্ৰৰ এই ছয়টি পৃথক বিভাগ সৃষ্টি হয়—কপিলৰ সাংখ্য, কণ
বৈশেষিক, গৌতমৰ ন্যায়, পাতঞ্জলিৰ যোগ, জৈমিনিৰ পূৰ্ব্বমীমাংসা আ
ব্যাসৰ উত্তৰ মীমাংসা বা বেদান্ত। প্ৰধান দাৰ্শনিকসকলৰ ভিত
শঙ্কৰাচাৰ্য্য, কুমাৰিল ভট্ট আৰু ৰামানুজৰ নাম উল্লেখযোগ্য। শঙ্কৰাচ
অষ্টম শতাব্দীৰ দাৰ্শনিক। তেওঁ বেদান্ত দৰ্শনৰ অদ্বৈতবাদ প্ৰচাৰ ক
তেওঁৰ মতবাদ প্ৰচাৰৰ অৰ্থে তেওঁ গোটেই ভাৰতবৰ্ষ ভ্ৰমণ কৰি ফুৰিছি
পুৰী, মহীশূৰৰ শৃঙ্গেৰী, দ্বাৰকা আৰু হিমালয়ৰ অন্তৰ্গত যোশী—এই চা
মঠ এওঁ স্থাপন কৰে। "ব্ৰহ্ম অদ্বিতীয়"—এয়েই তেওঁৰ মূল শিক্ষা আছি
কুমাৰিল ভট্টই বৈদিক ধৰ্ম্মৰ মহিমা প্ৰচাৰ কৰিছিল। ৰামানুজে জ্ঞা
পৰিবৰ্ত্তে ভক্তিয়েহে মোক্ষলাভৰ শ্ৰেষ্ঠ উপায় বুলি ভাবিছিল আৰু ভ
প্ৰধান বৈষ্ণৱ সম্প্ৰদায়ৰ এওঁৱেই প্ৰবৰ্ত্তক।

**ইতিহাস**—প্ৰাচীন ভাৰতত বুৰঞ্জী সাহিত্যৰ অভাৱ। দ্বাদশ শতি
ৰচিত কলহনৰ কাশ্মীৰ বুৰঞ্জীয়েই একমাত্ৰ ঐতিহাসিক গ্ৰন্থ। অৱশ্যে
চৰিতত শ্ৰীহৰ্ষৰ, বিক্ৰমদেৱচৰিতত চালুক্যৰাজ দ্বিতীয় বিক্ৰমাদিত্যৰ আ
ৰামচৰিতত পালবংশীয় ৰজা ৰামপালৰ জীৱনৰ অনেক কথা জানিব পৰা যা

ৰাজনীতিমূলক সাহিত্যৰ ভিতৰত কৌটিল্যৰ অৰ্থশাস্ত্ৰ, কামন্দকৰ নীতিস
শুক্ৰ-নীতি, মহাভাৰত (শান্তিপৰ্ব্ব) আৰু মনুৰ স্মৃতিয়েই প্ৰধান। এইবো
অনুকৰণ কৰি অনেক ৰাজনৈতিক গ্ৰন্থ পিচৰ যুগত লিখা হৈছিল।



অঙ্ক, পদাৰ্থবিদ্যা, জ্যোতিষ আৰু ৰসায়ন বিদ্যাবো যথেষ্ট উন্নতি হৈছিল। অঙ্কৰ দশমিক প্ৰণালী হিন্দু জাতিৰ উদ্ভাৱন। জ্যোতিৰ্ব্বিদসকলৰ ভিতৰত আৰ্য্যভট্ট, বৰাহমিহিৰ আৰু ভাস্কৰাচাৰ্য্যই প্ৰধান আছিল।

চিকিৎসাবিদ্যাত চৰক আৰু সুশ্ৰুতে যুগান্তৰ আনিছিল।

## বাণিজ্য আৰু উপনিবেশ স্থাপন।

**অৰ্থনৈতিক অৱস্থা**—ভাৰতৰ ধন-সোণ ইউৰোপীয় জাতিসকলৰ প্ৰলোভনৰ বস্তু হৈ উঠিছিল। মহম্মদ বিন কাচিম, চুলতান মামুদ আৰু আলাউদ্দিনে হিন্দুৰজা আৰু মঠ-মন্দিৰৰ পৰা যিমান ধন-সোণ, মণি-মুকুতা নিছিল, সি বৰ্ণনাৰ অতীত। তাৰ পৰাই সেই সময়ৰ ভাৰতবৰ্ষৰ অৰ্থনৈতিক অৱস্থাৰ কথা কল্পনা কৰিব পাৰি। হিন্দু জাতিয়ে সমগ্ৰ এচিয়াত উপনিবেশ স্থাপন কৰিছিল আৰু আফ্ৰিকা আৰু ইউৰোপৰ লগত বেহা-বেপাৰ চলাইছিল, আৰু নানা ব্যৱসায়ৰ সহায়ত ভাৰতলৈ ধন আহৰণ কৰিছিল।

**শিল্প-কলা**—হিন্দু সভ্যতাৰ শ্ৰেষ্ঠ অৱদান হৈছে শিল্প, সুকুমাৰ কলা আৰু ভাস্কৰ্য্যৰ অভাৱনীয় উৎকৰ্ষ। অশোকৰ দিনৰ একোটি শিলত কাটি উলিওৱা (monolithic pillars) যিবোৰ স্তম্ভ আছে, সি গোটেই জগতৰ প্ৰশংসা লাভ কৰিছে। সাঁচীৰ বিৰাট স্তূপ এটি চাবলগীয়া বস্তু। কণিষ্কও শিল্পকলাৰ পৃষ্ঠপোষক আছিল। বুদ্ধৰ অস্থিৰ ওপৰত নিৰ্ম্মাণ কৰোৱা তেওঁৰ পেচোৱাৰৰ স্তম্ভ এচিয়াৰ ভিতৰতে এটি আশ্চৰ্য্যৰ বস্তু। গোটেই দেশতে নানা কাৰুকাৰ্য্যেৰে শোভিত মঠ-মন্দিৰ নিৰ্ম্মাণ কৰা হৈছিল। চিত্ৰবিদ্যাৰ চৰম পৰিণতি অজন্তা গুহাৰ চিত্ৰাৱলীত ফুটি উঠিছে। ৰাষ্ট্ৰকূট ৰজা কৃষ্ণই একোটি প্ৰকাণ্ড শিলৰ পৰা 'ইলোৰা'ৰ যি মন্দিৰ প্ৰস্তুত কৰাইছিল, পৃথিবীত আজিলৈ তেনে পৰিকল্পনা কোনেও কৰিব পৰা নাই। চোলবংশীয় ৰজা-

সকলেও দাক্ষিণাত্যত অনেক ধুনীয়া মন্দিৰ সজাইছিল। আবু পৰ্ব্বত মাৰ্ব্বল-পাথৰৰ জৈন মন্দিৰ ৰাজপুতনাদেশীয় কলাৰ উৎকৃষ্ট নিদৰ্শন। মথুৰা



শিলৰ পৰা কাটি উলিওৱা ইলোৰাৰ মন্দিৰ।

মন্দিৰ দেখি মন্দিৰ ধ্বংসকাৰী চুলতান মামুদ নিজেই বিস্ময়ান্বিত হৈছিল। বিদেশী আক্ৰমণকাৰীৰ হাতত প্ৰাচীন ভাৰতৰ কত যে আপুৰুগীয়া সম্পত্তি চুৰমাৰ হৈ গৈছে তাৰ লেখ-জোখ নাই।



## প্ৰশ্নমালা

১। হজৰত মহম্মদ কোন আছিল? কেতিয়া আৰু কেনেকৈ তেওঁ ইছ্‌লাম ধৰ্ম্ম প্ৰচাৰ কৰিছিল—চমুকৈ লিখা।

( Who was Hajarat Muhammad ? Write briefly how and when he spread Islam. )

২। কেতিয়া আৰু কেনেকৈ মুছলমানসকলে প্ৰথমবাৰ ভাৰত আক্ৰমণ কৰিছিল?

(When and how the Muslims invade India for the first time?)

৩। চুলতান মামুদৰ ভাৰত আক্ৰমণ বৰ্ণনা কৰা।

( Describe the invasion of India by Sultan Mahmud. )

৪। চুলতান মামুদৰ চৰিত্ৰ সমালোচনা কৰা।

(Give an estimate of Sultan Mahmud's character. )

৫। কেনেকৈ মহম্মদ ঘোৰীয়ে ভাৰতত মুছলমান ৰাজ্য স্থাপন কৰিছিল—বিবৰি কোৱা।

(Give a detailed account how Muhammad Ghori founded a Muslim kingdom in India.)

৬। টোকা লিখা—(ক) তৰাইনৰ প্ৰথম যুদ্ধ। (খ) তৰাইনৰ দ্বিতীয় যুদ্ধ। (গ) ভাৰতীয় লোকৰ দ্বাৰা বিদেশত উপনিবেশ স্থাপন। (ঘ) পৌৰাণিক হিন্দু ধৰ্ম্ম।

( Write short notes on :—
(a) First battle of Tarain ; (b) Second battle of Tarain; (c) Colonisation of Indians in foreign lands ; (d) Ancient Hindu religion. )

৭। বাৰ শতিকাত হিন্দু সমাজৰ অৱস্থা কেনে আছিল আৰু সেই যুগৰ ভাৰতীয় সাহিত্যৰ কেনেকুৱা বিকাশ হৈছিল?

( What was the condition of the Hindu society in the Twelfth Century ? )

৮। বাৰ শতিকাত ভাৰতবৰ্ষৰ শিল্প, কলা আৰু অৰ্থনৈতিক অৱস্থাৰ চমু আভাস দিয়া।

( Give a brief idea of Arts, Industries and Economic conditions of the Twelfth Century. )

---

# মধ্যযুগ

## প্ৰথম অধ্যায়

## দিল্লীৰ তুৰ্কী চুলতানসকল।

(দাস বংশ)

**কুতুবউদ্দিন**—মহম্মদ ঘোৰীৰ মৃত্যুৰ পিচত কুতুবউদ্দিনেই ভাৰতীয় সাম্ৰাজ্যৰ অধিকাৰী হয়; লাহোৰ নগৰত তেওঁৰ ৰাজ্যাভিষেক সম্পন্ন হয় (১২০৬ খৃঃ)। এওঁৰেই দিল্লীৰ প্ৰথম চুলতান।

**চৰিত্ৰ**—কুতুব, মহম্মদ ঘোৰীৰ দাস আছিল কিন্তু নিজ কাৰ্য্যৰ গুণত



কুতুবমিনাৰ।

তেওঁ চুলতানৰ অনুগ্ৰহ ভাজন হয়। ঘোৰীৰ অধীনত তেওঁৰ ভাৰত অভিযানৰ কথা আগেয়ে কোৱা হৈছে। তেওঁ নিৰ্ভীক আৰু ৰক্তপিপাসু আছিল। তেওঁৰ



দানবো যেনেকৈ আদি-অন্ত নাছিল, হত্যা-কাণ্ডৰো তেনেকৈ সীমা নাছিল। নিষ্ঠুৰ সৈনিক প্ৰবৃত্তিৰে তেওঁ হিন্দু-প্ৰজাবৰ্গৰ কণ্ঠ ৰোধ কৰিছিল আৰু ভাৰতত মুছলমান শাসনৰ ভেটি দৃঢ়ভাবে স্থাপন কৰিছিল। দিল্লীৰ কুতুব মিনাৰৰ প্ৰথম সোপান তেওঁ সজায়। পোলো খেলিবলৈ ধৰোঁতে ঘোঁৰাৰ পৰা পৰি কুতুবউদ্দিনৰ মৃত্যু হয় (১২১০খৃঃ)। তেওঁৰ পিচত তেওঁৰ ল'ৰা আৰাম চুলতান হয়; কিন্তু তেওঁক কাষৰকৈ থৈ ডা-ডাঙৰীয়সকলে 'ইলতুৎমিচ'ক চুলতান পাতে।

**ইল্‌তুৎমিচ** (১২১০—৩৬ খৃঃ)—চুলতান আৰাম ছাহক সিংহাসনৰ পৰা নমাই, ১২১০ খৃষ্টাব্দত এওঁ দিল্লীৰ ৰাজপাট গ্ৰহণ কৰে। দাস বংশৰ এওঁৱেই শ্ৰেষ্ঠ ৰজা। কুতুবৰ দৰে এৱোঁ প্ৰথম জীৱনত দাস আছিল আৰু (গৰাকী) কুতুবৰ অনুগ্ৰহতেই উচ্চ বিষয়াৰ পদ লাভ কৰি তেওঁৰে জীয়েকক বিয়া কৰায়। দাসবংশীয় প্ৰতাপী সামন্তসকলক তেওঁ দমন কৰে। তেওঁ গোৱালিয়ৰ দুৰ্গ বিধ্বস্ত কৰে আৰু মালৱৰ বিৰুদ্ধে অভিযান চলাই উজ্জয়িনীৰ মহাকাল মন্দিৰ ধ্বংস কৰে। সিন্ধু আৰু বঙ্গৰ শাসনকৰ্ত্তাই দিল্লীৰ অধীনতা অস্বীকাৰ কৰিছিল। কিন্তু ইল্‌তুৎমিচে তেওঁলোকক পৰাস্ত কৰি সেই দুই প্ৰদেশত নিজৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিলে।

তেওঁৰ ৰাজত্ব কালত ভাৰতত আন এটা বিদেশী আক্ৰমণ হোৱাৰ ভীষণ আশঙ্কা আছিল। এজন পলৰীয়া ৰজাক খেদি মোগলসকলৰ অধিপতি দুৰ্দ্দান্ত চেঙ্গিজ খাঁ সিন্ধু নদ পাইছিলহি। তেওঁৰ সৈন্যসকলে পঞ্জাব লুটপাট আৰম্ভ কৰিছিলেই। কিন্তু সৌভাগ্যক্ৰমে সেই পলাতক ৰজা পাৰস্যলৈ গুচি যোৱাত তেওঁৰ অনুসৰণকাৰী চেঙ্গিজ খাঁয়ো ভাৰত ত্যাগ কৰিলে।

**ইল্‌তুৎমিচ্ শিক্ষা-দীক্ষাৰ পৃষ্ঠপোষক**—সাহসী যোদ্ধা হিচাপেই নহয় বিদ্বান লোকৰ পৃষ্ঠপোষক হিচাপেও ইল্‌তুৎমিচ্ ডাঙৰ ৰজা আছিল। এচিয়াৰ নানা ঠাইৰ পৰা বিদ্বান লোক আহি তেওঁৰ সভা ভৰি পৰিছিলহি আৰু সকলোকে তেওঁ আদৰি নিছিল। বাগ্‌দাদৰ খলিফাই তেওঁৰ গুণৰ মোল

বুজি তেওঁক 'চুলতান' উপাধিৰে ভূষিত কৰিছিল আৰু সন্মানসূচক ৰাজকীয় পোছাক এটি পুৰস্কাৰ পঠিয়াইছিল। তেওঁ কুতুবমিনাৰৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ তলা নিৰ্ম্মাণ কৰাইছিল আৰু 'জামি' বা কুতুব মচ্‌জিদৰ অধিকাংশ সজাইছিল।

**ৰেজিয়া** ( ১২৩৬-৪০ খৃঃ )—১২৩৬ খৃষ্টাব্দত ইলতুৎমিচৰ মৃত্যু হ'লত চুলতানৰ ইচ্ছামতে জীয়েক ৰেজিয়াক সিংহাসন নিদি ওমৰাহসকলে তেওঁৰ ভায়েক ৰুকনউদ্দিনক চুলতান পাতিলে। সাতমাহ পিচত ৰেজিয়াই ভায়েকক নমাই নিজে সিংহাসনত আৰোহণ কৰিলে।

ৰেজিয়া কৰ্ম্মক্ষম আৰু বুদ্ধিমতী আছিল। পৰ্দ্দা প্ৰথা আঁতৰাই থৈ প্ৰকাশ্য ৰাজসভাত তেওঁ ৰাজকাৰ্য্যৰ তদাৰক কৰিছিল কিন্তু বিদ্ৰোহী ডাঙৰীয়াসকলক দমন কৰাটো তেওঁৰ পক্ষে বৰ কঠিন হৈ উঠিছিল। ভাৰতীয় প্ৰজাৰ বিদ্ৰোহ আৰু ওমৰাহসকলৰ ষড়যন্ত্ৰৰ বিৰুদ্ধে তেওঁ সদায় সজাগ থাকিবলগীয়া হৈছিল। কেতিয়াবা তেওঁ নিজেই যুদ্ধলৈ সেনা পৰিচালনা কৰিছিল। অৱশেষত তেওঁ ইখ্‌তিয়াৰ উদ্দিন আল্টুনিয়া নামে এজন ওমৰাহক বিয়া কৰি তেওঁৰ সহায় পোৱা সত্ত্বেও টিকিব নোৱাৰি, শত্ৰুৰ হাতত স্বামী-স্ত্ৰী উভয়ে নিহত হয় ( ১২৪০ খৃঃ )।



ৰেজিয়া

চৰিত্ৰ—দিল্লীৰ সিংহাসন অধিকাৰ কৰা মহিলা তেওঁৱেই প্ৰথম আৰু তেওঁৱেই শেষ। তথাপি ঐতিহাসিকসকলে তেওঁৰ সামৰ্থ্য আৰু চৰিত্ৰৰ বিষয়ে অতি উচ্চ মত ধাৰণ কৰিছিল। ৰেজিয়া আছিল "ভাল শাসন কৰ্ত্ৰী, তীক্ষ্ণ-দৃষ্টিযুক্তা, ন্যায়পৰায়ণা, পৰোপকাৰী, বিজ্ঞমণ্ডলীৰ পৃষ্ঠপোষক, ন্যায়-



বিহোঁতা, প্ৰজা-পালন কৰ্ত্ৰী, সামৰিক প্ৰতিভা সম্পন্না আৰু শাসনকৰ্ত্তাৰ উপযোগী সকলো প্ৰশংসনীয় গুণ আৰু শক্তিৰে ভূষিতা" ; কিন্তু সেই সময়ত নাৰী বিদ্বেষৰ ভাৱ পুৰুষৰ মনত এনে প্ৰবল আছিল যে ইমানবোৰ গুণৰ অধিকাৰী হৈ তেওঁ ওমৰাহসকলৰ তুষ্টি সাধন কৰিব নোৱাৰিলে।

ৰেজিয়াৰ পিচত ইল্‌তুৎমিচৰ এজন পুতেক আৰু এজন নাতিয়েক ইজনৰ পিচত সিজনকৈ দিল্লীৰ ৰাজপাটত উঠে। কিন্তু পিচৰ জনক ১২৪৬ খৃষ্টাব্দত সিংহাসনৰ পৰা নমাই থৈ ইল্‌তুৎমিচৰ কনিষ্ঠ পুত্ৰ নাচিৰউদ্দিনক চুলতান পতা হয়। উপৰোক্ত চুলতান দুজনৰ এই চুটি ৰাজত্বকালত মোগলসকলৰ আক্ৰমণ হয়। তেওঁলোকে লাহোৰ অধিকাৰ কৰে ( ১২৪১ খৃঃ ) আৰু সিন্ধু আক্ৰমণ কৰে ( ১২৪৫ খৃঃ ) কিন্তু পিচত যুদ্ধত হাৰি পলায়।

**নাচিৰউদ্দিন মহম্মদ** ( ১২৪৬-৬৬ খৃঃ)—নাচিৰউদ্দিন ইল্‌তুৎমিচৰ কনিষ্ঠ পুত্ৰ আছিল। এওঁ অতি সৰল স্বভাৱৰ, সৎ আৰু ধৰ্ম্মপ্ৰাণ আছিল। কথিত আছে যে, নিজহাতে কোৰাণ নকল কৰি তেওঁ জীৱিকা উপাৰ্জ্জন কৰিছিল। অতি বিচক্ষণ মন্ত্ৰী এজনৰ সাহায্যত ( এওঁৱেই পৰৱৰ্ত্তী চুলতান গিয়াচউদ্দিন বল্‌বন্ ) তেওঁ ৰাজ্য চলাইছিল আৰু মোগল আক্ৰমণ ব্যৰ্থ কৰিছিল। তেওঁ বিদ্যোৎসাহী আছিল।

**গিয়াচউদ্দিন বল্‌বন্** ( ১২৬৬-৮৬ খৃঃ )—চুলতান গিয়াচউদ্দিন বল্‌বন্ নাচিৰউদ্দিনৰ মন্ত্ৰী আছিল আৰু তেওঁৰ কাৰণেই ৰাজ্যত শান্তি আৰু শৃঙ্খলা স্থাপিত হৈছিল। ৰজা হৈ তেওঁ এজন সুশাসকৰ পৰিচয় দিছিল। আগৰ ৰজাসকলৰ দুৰ্ব্বলতাৰ কাৰণে ৰাজ-কৰ্ত্তৃত্বৰ সন্মান ভালেখিনি তললৈ গৈছিল—তেওঁ শাসকৰ ক্ষমতা আৰু সন্মান ফিৰাই আনিলে।

চুলতানৰ দ্বিতীয় কাৰ্য্য হ'ল সৈন্যদলৰ গঠন আৰু শিক্ষাদান। অসংখ্য বিৰুদ্ধবাদী দল আৰু প্ৰজাৰ ওপৰত কৰ্ত্তৃত্ব চলাবলৈ হ'লে অতি ওখ ধৰণৰ সামৰিক শক্তিৰ নিতান্ত আৱশ্যক। উপযুক্ত সেনাদল গঠনৰ পিচত তেওঁ শাসন সংস্কাৰত মনোযোগ দিলে। জাকজমকতা আৰু আত্ম-সন্মানৰ ফালে

তেওঁ বিশেষ চকু ৰাখিছিল ; ৰাজদৰবাৰৰ এনে আড়ম্বৰ তেওঁৰ আগৰ দিল্লীৰ কোনো ৰজাই দেখুৱাব পৰা নাছিল।

ৰাজপাটত উঠিয়েই বল্‌বনে 'মেৱাটি' ৰাজপুতসকলৰ দমনৰ আৱশ্যকতা ভালকৈ উপলব্ধি কৰিছিল। 'মেৱাটি' ৰাজপুতসকল আছিল পাহাৰী জাতী লোক ; বাটকৰাক লুটপুটি নি জীৱিকা নিৰ্ব্বাহ কৰাটো তেওঁলোকৰ এটা ব্যৱসায় হৈ উঠিছিল। তেও সিইঁতক এনে কঠোৰ হাতেৰে দমন কৰিছি যে প্ৰায় ষাঠি বছৰলৈকে তেওঁলোকৰ উপদ্ৰৱ লোপ পাইছিল।

চুলতান অনাহকত কোনো যুদ্ধত লিপ্ত নহৈছিল। ডা-ডাঙৰীয়াসকলে আচৰিত মানিছিল যে এনে সুশিক্ষিত বিৰাট সৈন্যবাহিনী সাজু ৰাখিও ৰজাই কিয় দিগ্বিজয়লৈ আকাঙ্ক্ষা নকৰিছিল। ইয়াৰ কাৰণ, চুলতানে মোগল সকলৰ ভাৰত আক্ৰমণ প্ৰতি মুহূৰ্ত্ততে আশঙ্কা কৰিছিল। তেওঁ নিজে কৈছে "নগৰসমূহত সোমাবলৈ আৰু গোটেই দোৱাব ধ্বংস কৰিবলৈ সিইঁতে কোনো দূৰবৰ্ত্তী অভিযান উপলক্ষে মোৰ গমনৰ সুযোগ প্ৰতীক্ষা কৰিছে। সিইঁতে আনকি জয়লাত আৰু দিল্লী লুণ্ঠন বিষয়ে কোৱা-কুই কৰে। মই মোৰ ৰাজ্য সকলো ৰাজহ, সৈন্যদলক সুসজ্জিত কৰাত খটাইছোঁ আৰু সিইঁতৰ সম্মুখীন হবলৈ মোৰ সমগ্ৰ সামৰিক শক্তি প্ৰস্তুত ৰাখিছোঁ। মই কেতিয়াও মোৰ ৰাজ পৰিত্যাগ নকৰোঁ, অথবা ইয়াৰ পৰা কোনো দূৰবৰ্ত্তী ঠাইলৈ নাযাওঁ"।

অকাৰণত কোনো যুদ্ধ নকৰিছিল বুলিও ৰাজ্যৰ ভিতৰত বিশৃঙ্খল বিদ্ৰোহ উমাবলৈ তেওঁ কোনো সুযোগ নিদিছিল। বঙ্গদেশৰ শাসনকৰ্ত্তা তুগ্ৰিল খাঁ বিদ্ৰোহী হৈ দুবাৰো চুলতানৰ সৈন্যক পৰাস্ত কৰি পঠিয়াইছিল অৱশেষত সত্তৰ বছৰীয়া চুলতানে নিজে গৈ বিদ্ৰোহীক পৰাস্ত কৰে আৰু তেওঁৰ শিৰশ্ছেদ কৰে। বিদ্ৰোহীদলৰ আটাইবোৰৰে কটামূৰ বঙ্গৰ ৰাজধানী লক্ষ্মাৱতীৰ (গৌৰ) ৰাস্তাৰ দুয়োফালৰ দেৱালত আৰি থোৱা হৈছিল— যাতে সকলোৱে বুজি পায় ৰাজদ্ৰোহীৰ শাস্তি কি ভীষণ।

চুলতানৰ ডাঙৰ পুতেক মুলতানৰ শাসনকৰ্ত্তা আছিল আৰু বল্‌বনে তেওঁৰ



নিজতকৈও বেছি ভাল পাইছিল। তেওঁৰ অকস্মাৎ মৃত্যুত চুলতানৰ অন্তৰত শোকৰ জুই জ্বলিল।

বল্‌বন্ বিদ্যোৎসাহী আছিল। বিখ্যাত কবি আমিৰ খশ্ৰু পাঁচ বছৰ কাল তেওঁৰ সভাত আছিল। আশী বছৰ বয়সত চুলতানৰ মৃত্যু হয় (১২৮৬ খৃঃ)।

**বল্‌বনৰ চৰিত্ৰ**—ভাৰতৰ শ্ৰেষ্ঠ মুছলমান শাসনকৰ্ত্তাসকলৰ ভিতৰত বল্‌বন্ অন্যতম। বিদ্ৰোহীৰ প্ৰতি তেওঁ কঠোৰ, অসহিষ্ণু আৰু নিষ্ঠুৰ আছিল সঁচা কিন্তু নিজৰ প্ৰজাৰ প্ৰতি অতি ন্যায়-পৰায়ণ আছিল। বিচাৰ কাৰ্য্যত তেওঁ অতি নিৰপেক্ষ আছিল আৰু আনকি নিজৰ ভায়েক বা পুতেকেও সেই বিষয়ত ন্যায্য শাস্তিবিধানৰ পৰা অব্যাহতি নাপাইছিল।

এসময়ত এজন ডাঙৰীয়াই হেনো তেওঁৰ চাকৰক শাস্তি দি হত্যা কৰিছিল। সেই কথা চাকৰজনৰ বিধবা পত্নীয়ে চুলতানক জনালত তেওঁ এই আদেশ দিলে যে বিধবাজনীৰ সম্মুখত সেই ডাঙৰীয়াজনক শাস্তি দি বধ কৰিব লাগে।

বল্‌বনৰ সুখ্যাতি গোটেই এচিয়াত ৰাষ্ট্ৰ হৈ পৰিছিল আৰু মোগলৰ আক্ৰমণত নিৰাশ্ৰয় হোৱা অন্ততঃ পোন্ধৰজন কোঁৱৰে চুলতানৰ সভাত আশ্ৰয় লৈছিলহি। ৰাজ্যবিস্তাৰৰ সলনি ৰাজ্যত শাসনৰ সুবন্দবস্ত কৰি বল্‌বনে সঁচাকৈ দূৰদৰ্শিতাৰ পৰিচয় দিছিল।

**দাসবংশৰ ৰাজত্বৰ অৱসান**—এই বংশৰ শেষ ৰজা কৈকোবাদ অতি এলেহুৱা আৰু অকৰ্ম্মণ্য আছিল। প্ৰধান সেনাপতি জালালুদ্দিন ফিৰোজে খিল্‌জিসকলৰ সাহায্যত কৈকোবাদক হত্যা কৰি খিল্‌জি বংশক দিল্লীৰ সিংহাসনত প্ৰতিষ্ঠা কৰে (১২৯০ খৃষ্টাব্দত)।

**প্ৰশ্নমালা**

১। চুলতান কুতুবউদ্দিনৰ চৰিত্ৰ বৰ্ণনা কৰা।

(Describe the character of Sultan Kutub-Uddin.)

২। কি কাৰণে ইল্‌তুৎমিচক দাসবংশৰ শ্ৰেষ্ঠ ৰজা বোলা হয় ?

(Why was Iltutmish called the greatest king of the Sla dynasty ?)

৩। চুলতানা ৰেজিয়া শিক্ষা-দীক্ষাৰ পৃষ্ঠপোষক, ন্যায়-পৰায়ণা অ উপযুক্ত শাসন-কৰ্ত্ৰী আছিল ; তথাপি তেওঁ সুখ-শান্তিৰে ৰাজ্য শাসন কৰিব নেপালে। কিয় বাৰু ?

(Sultana Rezia was a great patron of Education, just a fit Ruler ; yet she could not reign in peace and happine What was the reason ?)

৪। চুলতান গিয়াচউদ্দিন বল্‌বনৰ ৰাজত্ব-কালৰ প্ৰধান ঘটনাবে বৰ্ণোৱা।

(Describe the principal events of Ghyasuddin Bulba reign.)

———

## দ্বিতীয় অধ্যায়

# খিল্‌জি চুলতানসকল।

**জালালুদ্দিন ফিৰোজ খিল্‌জি** (১২৯০-৯৬ খৃঃ)—ৰাজপাটত সময়ত জালালুদ্দিন সত্তৰ বছৰীয়া বুঢ়া আছিল। ৰজাক হত্যা কৰি সিংহা অধিকাৰ কৰিছিল যদিও জালাল নিৰীহ, দয়ালু আৰু শান্ত আছিল। প্ৰ দিল্লীৰ ডাঙৰীয়াসকলে তেওঁক ভাল নাপাইছিল। সঁচাকৈ তেওঁ এনে আৰু সৰল অন্তঃকৰণৰ আছিল যে ৰাজত্বকালৰ অৱস্থালৈ চাই তে গুণবোৰক দোষ বুলিহে ধৰিব লাগে।

বল্‌বনৰ এজন ভতিজাকে বিদ্ৰোহ কৰিলত তেওঁ সদলবলে বিদ্ৰোহ ক্ষমাতো কৰিলেই বৰঞ্চ সন্মানেৰে আপ্যায়িত কৰিলে। কিছুমান ডকা বন্দী কৰা হ'লত চুলতানে সিহঁতক ক্ষমা কৰি স্বাধীনভাৱেজীৱন যাপন কৰিব



বঙ্গদেশলৈ পঠিয়াই দিলে। মাথোন চিদি মৌলা নামে মুছলমান সাধুক ৰাজদ্ৰোহৰ অপৰাধত চুলতানে হাতীৰে গচকাই মাৰিছিল।

১২৯২ খৃষ্টাব্দত মোগল জাতিয়ে ভাৰত আক্ৰমণ কৰে কিন্তু অৱশেষত চুলতানৰ সেনাৰ লগত হাৰি পলায়। আক্ৰমণকাৰী মোগলবিলাকৰ কিছুমানে ভাৰতত স্থায়ী ভাবে বাস কৰিবলৈ ইচ্ছা কৰাত জালালুদ্দিনে সিহঁতক দিল্লীৰ ওচৰত থকা-মিলাৰ ব্যৱস্থা কৰি দিলে। ইহঁতৰ অনেকে 'ইছলাম' ধৰ্ম্ম গ্ৰহণ কৰিলে আৰু 'নতুন মুছলমান' নাম পালে।

চুলতানৰ ভায়েকৰ ল'ৰা আৰু জোঁৱায়েক আলাউদ্দিন কোৰা আৰু অযোধ্যাৰ শাসনকৰ্ত্তা আছিল। দেৱগিৰিৰ যাদৱৰাজ্য আক্ৰমণ কৰি তেওঁ অজস্ৰ ধন-সম্পত্তি লুটি নিছিল। চুলতানে আলাউদ্দিনৰ এই সাফল্যত আনন্দ প্ৰকাশ কৰি চুমা খাব ধৰোঁতেই আলাউদ্দিনৰ ইঙ্গিতত গুপ্ত-ঘাতকে তেওঁক পাচ ফালৰ পৰা আক্ৰমণ কৰি হত্যা কৰে। ৰজাক বধ কৰি নিজে ৰাজপাট লাভ কৰাৰ অপৰাধৰ শাস্তি জালালে এই জীৱনতেই ভোগ কৰিলে।

**আলাউদ্দিন খিল্‌জি**—(১২৯৬-১৩১৫ খৃঃ)—শহুৰেকক বধ কৰায়েই আলাউদ্দিন ৰাজপাটত উঠে (১২৯৬ খৃঃ)। মুক্তহস্তে ধন-দৌলত আৰু সন্মান বিতৰণ কৰি তেওঁ অসন্তুষ্ট প্ৰজাবৰ্গৰ অনুগ্ৰহ লাভ কৰিবলৈ বিচাৰিছিল আৰু ভালেখিনি কৃতকাৰ্য্যতাও লাভ কৰিছিল। আগৰ চুলতানৰ নাতি-পুতি বধ বা অন্ধ কৰি তেওঁ সিংহাসন নিষ্কণ্টক কৰিলে। জালালৰ বিশ্বাস-ঘাতকতা কৰি যি সকল আমীৰ ওমৰাহে আলাউদ্দিনক সহায় কৰিছিল তেওঁ সিবিলাকক হত্যা কৰালে।



আলাউদ্দিন খিল্‌জি।

তেওঁৰ ৰাজত্বৰ প্ৰথম দহ বছৰ কাল মোগলবিলাকে বাৰে বাৰে ভা আক্ৰমণ কৰিছিল কিন্তু এবাৰো সিইঁত কৃতকাৰ্য্য হব পৰা নাছিল। হেজ হেজাৰ বন্দী মোগলক বলি দিয়া হৈছিল, সিইঁতৰ সেনাপতি আৰু সৈন্যবো হাতীৰে গচকাইছিল আৰু সিইঁতৰ কটা মূৰৰ দ'ম বান্ধি টিলা পাহাৰ দেখা হৈছিল। "নতুন মুছলমান" সকলে তেওঁৰ জীৱন নাশ কৰিবলৈ চে কৰাত চুলতানে সিইঁতৰ বিশৰ পৰা ত্ৰিশ হাজাৰলৈকে লোক একে দি হত্যা কৰাইছিল।

**আলাউদ্দিনৰ দিগ্বিজয়**—সাম্ৰাজ্য বিস্তাৰৰ কাৰণেই আলাউদ্দি ৰাজত্ব অতি প্ৰখ্যাত। তেওঁ ১২৯৭ খৃষ্টাব্দত গুজৰাটৰ বিৰুদ্ধে এদল সৈ পঠিয়ায় আৰু গুজৰাট প্ৰদেশ দখল কৰে। ৰাণী কমলাদেবী বন্দিনী হয় আ তেওঁ পিচত চুলতানৰ অতি সোহাগী ৰাণী হয়।

১২৯৯ খৃষ্টাব্দত আলাউদ্দিনে ৰন্থাম্ভৰ দুৰ্গ অবৰোধ কৰে। ৰাণা হাম্বি দেৱে অতি দক্ষতাৰে দুৰ্গ ৰক্ষা কৰে আৰু চুলতানৰ সৈন্য ৰণত হাৰি পলা এই দুৰ্ঘটনাৰ পাচত চুলতানে নিজে সৈন্য পৰিচালনা কৰে আৰু সেনাপ দুজনৰ দোষত ৰাণা যুদ্ধত পৰাস্ত হয়; ১৩০১ খৃষ্টাব্দত এই দুৰ্গ চুলতা হস্তগত হয়।

চিতোৰৰ ৰাণা ৰতনসিংহৰ পত্নী পদ্মিনীৰ ৰূপত চুলতান মুগ্ধ হয় আ চিতোৰ অধিকাৰ কৰিবলৈ অতি শক্তিশালী সেনা এদল পঠিয়ায় (১৩০৩ খৃ গোৰা, বাদল আৰু আন আন ৰাজপুত বীৰৰ অসীম সাহস আৰু বী সত্ত্বেও চিতোৰ চুলতানৰ হাতত পৰে। পদ্মিনী কিন্তু আলাউদ্দিনৰ হাত নপৰিল। জহৰ ব্ৰত কৰি সকলো ৰাজপুত ৰমণীৰে সৈতে তেওঁ অগ্নি আত্ম-সমৰ্পণ কৰে।

ইয়াৰ পাচত মালৱৰ অধিকাংশই আলাউদ্দিনৰ অধীন হয় আৰু ১৩০ খৃষ্টাব্দত প্ৰায় সমগ্ৰ আৰ্য্যাবৰ্ত্ত চুলতানৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়।

**দাক্ষিণাত্য অভিযান**—দাক্ষিণাত্যতো আলাউদ্দিনৰ আধিপত্য স্থা



। সুদক্ষ সেনাপতি মালিক কাফুৰৰ তলত দাক্ষিণাত্য অভিযান অতি ল হয়।

১৩০৭ খৃষ্টাব্দত কাফুৰে দেৱগিৰিৰ ৰজা ৰামচন্দ্ৰক চুলতানক কৰ িবলৈ বাধ্য কৰে। ইয়াৰ পিচ বছৰ (১৩০৮ খৃঃ) ৱৰঙ্গলৰ কাকতী ৰজাও লতানৰ কৰতলীয়া হয়। দুবছৰ পিচত (১৩১০ খৃঃ) হোয়চল বংশৰ তৃতীয় ৰ বল্লালে আলাউদ্দিনৰ বশ্যতা স্বীকাৰ কৰে আৰু পাণ্ড্য ৰাজ্যৰ ৰাজধানী ৰাও অধিকাৰ কৰা হয়। দেৱগিৰিৰ ৰজা ৰামচন্দ্ৰৰ মৃত্যু হ'লত তেওঁৰ তেক শঙ্কৰে চুলতানৰ বশ্যতা অস্বীকাৰ কৰে। কাফুৰে যুদ্ধত শঙ্কৰক ৰাস্ত আৰু হত্যা কৰে। দেৱগিৰি চুলতানৰ সাম্ৰাজ্যৰ লগত যোগ দিয়া (১৩১২ খৃঃ)। প্ৰায় গোটেই ভাৰতবৰ্ষ এতিয়া চুলতানৰ সাম্ৰাজ্যৰ অন্তৰ্গত ল। ভাৰতৰ মুছলমান ৰাজত্বৰ বুৰঞ্জীত ই এটা নতুন অধ্যায়। ১৩১৬ ব্দত আলাউদ্দিনৰ মৃত্যু হয়।

**আলাউদ্দিনৰ ৰাজনীতি আৰু শাসন-প্ৰণালী**—আলাউদ্দিনক এটি ৰ কুকুৰা বুলি কব পাৰি। দৃঢ় মুষ্টিৰে সকলো বাধা-বিপত্তি আৰু ষড়যন্ত্ৰ ন কৰাটোৱে তেওঁৰ নীতি আছিল। ৰাজ্য শাসনত ধৰ্ম্ম আৰু শাস্ত্ৰৰ দেশ তেওঁ সহ্য নকৰিছিল। "এইটো আইন সম্মত হয় নে নহয় মই নাজানো।" আলাউদ্দিনে কৈছিল, "যিটোকেই ৰাজ্যৰ কাৰণে মঙ্গলজনক ক উপস্থিত ক্ষেত্ৰত উপযোগী বুলি ভাবোঁ তাকেই মই সিদ্ধান্ত কৰোঁ।" ৰাজত্বৰ আদিচোৱাতে অনেক বিদ্ৰোহ আৰু ষড়যন্ত্ৰৰ সন্মুখীন হৈ তেওঁ ঝিছিল সকলো ৰাজ-কাৰ্য্য খড়্গহস্ত হৈ চলোৱাটোৱেই শ্ৰেষ্ঠ উপায়। কলো পেন্সন আৰু ভূমিদান তেওঁ বন্ধ কৰিলে। যি কোনো উপায়ে—সৎ হওক, অসৎ হওক—ধন-সম্পত্তি আদায় কৰি প্ৰজাক শোচনীয় আৰ্থিক অবস্থাত পেলোৱাটো তেওঁৰ উদ্দেশ্য আছিল। যাতে নিপীড়িত প্ৰজাবৰ্গই ৰাজ-দ্ৰোহত লিপ্ত হবৰ সময় বা অনুপ্ৰেৰণা নাপায়। অতি সুগঠিত গুপ্তচৰ বিভাগৰ দ্বাৰা তেওঁ ৰাজ্যৰ সকলো ভিতৰুৱা খবৰ লৈছিল। সভা-সমিতি

বা ক্লাব-ঘৰ আদি উঠাই দিয়া হৈছিল কাৰণ সেইবোৰেই ষড়যন্ত্ৰ উত্থাৰ মন্ত্ৰণাঘৰ। তেওঁ মোগল আক্ৰমণৰ পৰা ৰাজ্য ৰক্ষা কৰিবলৈ প্ৰকাণ্ড সে প্ৰস্তুত ৰাখিছিল। কিন্তু সিহঁতৰ খোৱা-লোৱা খৰচ কমাবলৈ তেওঁ তে স্বভাৱ-সুলভ অদ্ভুত বুদ্ধিৰে ৰাজ্যত সকলো বস্তুৰে এটি নিৰ্দ্দিষ্ট কম নিৰ্দ্ধাৰিত কৰিলে। তেওঁৰ আইন-পাতি অতি আচৰিত হলেও তে অভীষ্ট সিদ্ধ হৈছিল।

হিন্দুসকলক তেওঁ এনে বজ্ৰ-মুঠিৰে শাসন কৰিছিল যে সাধাৰণ ভা কাপোৰৰ কাৰণেও তেওঁলোকে হাবাথুৰি খাইছিল। উৎপন্ন বস্তুৰ ছয়ভা এভাগহে ৰাজহ আছিল যদিও হিন্দু প্ৰজাই সমানে আধা ভৰিব লাগিছিল

**আলাউদ্দিনৰ চৰিত্ৰ**—উগ্ৰ আৰু অত্যাচাৰী যদিও আলাউদ্দিন আৰু সামৰ্থ্যবান শাসনকৰ্ত্তা আছিল। তেওঁ যিহকে কৰিছিল তাক ঠিক আৰু সম্পূৰ্ণৰূপে সম্পন্ন কৰিছিল আৰু তেওঁৰ সকলো কাৰ্য্যতে এটি গঠনমূল প্ৰচেষ্টা দেখা গৈছিল। তেওঁ স্বভাৱ-সিদ্ধ পদ্ধতিৰে সকলো উপস্থিত কা শীঘ্ৰতাৰে আৰু দৃঢ়তাৰে হাতত লৈছিল। নীতি-নিয়ম ঠৰঙ্গা আৰু নি হলেও তেওঁৰ উদ্দেশ্য সদায় সফল হৈছিল আৰু অত্যাচাৰী আৰু বিৰক্তিক হলেও ৰাজ্যত সুখ-স্বচ্ছন্দতা বিৰাজ কৰিছিল। তেওঁ সাহসী, যোদ্ধা আ সুদক্ষ সেনাপতি আছিল, দাক্ষিণাত্য বিজয় তেওঁৰ ৰাজত্বকালৰ এটি অম কীৰ্ত্তি। আলাউদ্দিন অতি দুৰাকাঙ্ক্ষী আছিল। গোটেই পৃথিৱী জু দিগ্বিজয়ৰ তেওঁ সপোন দেখিছিল আৰু নিজক দ্বিতীয় আলেকজেন্দাৰ বু কল্পনা কৰিছিল। তেওঁ এটি নতুন ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিবলৈকো ইচ্ছা কৰিছি কিন্তু তেওঁৰ সপোন বাস্তৱত পৰিণত নহব বুলি জানি সেই আকাঙ্ক্ষাৰ প বিৰত হৈছিল। তেওঁৰ পৰৱৰ্ত্তী চুলতান মহম্মদ টোগলকৰ দৰে উচ্চাভিলাষ আছিল যদিও আলাউদ্দিনে কাৰ্য্য-ক্ষেত্ৰত ক'ত ৰব লাগে সেইটো বে উপলব্ধি কৰিব পাৰিছিল।

**খিল্‌জি বংশৰ অৱসান**—আলাউদ্দিনৰ মৃত্যুৰ (বা হত্যাৰ) পিচত তেওঁ



মল বয়সীয়া ল'ৰাক সিংহাসনত বহুৱাই কাফুৰে যথেচ্ছাচাৰ আৰম্ভ ৰিলে। অৱশেষত কাফুৰক হত্যা কৰি আলাউদ্দিনৰ তৃতীয় পুতেক তুবউদ্দিন মুবাৰক চুলতান হয় (১৩১৬-২০ খৃঃ)। তেওঁ বিলাসী আৰু পাপী ল উঠিলত তেওঁৰেই আশ্ৰিত খশ্‌ৰুৱে ১৩২০ খৃষ্টাব্দত মুবাৰকক হত্যা কৰি চিৰউদ্দিন নাম লৈ সিংহাসনত উঠে। এওঁ আগেয়ে হিন্দু আছিল গুণে লতান হৈ হিন্দুক বেছি অনুগ্ৰহ দেখুৱাব ধৰিলে। তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ ম্ভ হ'লত দীপালপুৰৰ শাসনকৰ্ত্তা গাজী মালিকে খশ্‌ৰুক হত্যা কৰি গিয়াচউদ্দিন টোগলক্ ছাহ" নাম লৈ চুলতান হয় (১৩২০ খৃঃ)।

## প্ৰশ্নমালা

১। জালালুদ্দিন খিল্‌জিয়ে কেনেকৈ দিল্লীৰ চুলতানৰ গাদী অধিকাৰ কৰিছিল? শাসক হিচাপে তেওঁৰ কৃতকাৰ্য্যতা বৰ্ণনা কৰা।

(How did Jalaluddin Khilji ascend the Sultan's throne of Delhi? Describe his achievements as an administrator.)

২। সাম্ৰাজ্য স্থাপনকাৰী, যোদ্ধা আৰু বীৰ হিচাপে আলাউদ্দিন খিল্‌জিৰ জীৱনী বৰ্ণোৱা।

(Describe the career of Alauddin Khilji as a warrior, hero and founder of empire.)

৩। আলাউদ্দিনৰ চৰিত্ৰ সমালোচনা কৰা।

( Criticise the character of Alauddin. )

৪। আলাউদ্দিনৰ ৰাজনীতি আৰু শাসন-প্ৰণালী সম্পৰ্কে বহলাই লিখা!

( Write in details the policy and mode of administration of Alauddin.)

———

## তৃতীয় অধ্যায়

# টোগলক্ বংশী চুলতান।

**গিয়াচউদ্দিন টোগলক্ ছাহ** (১৩২০—২৫ খৃঃ)—গিয়াচউদ্দিন, বলু
এটা তুৰ্কী চাকৰৰ সন্তান আছিল ; এওঁৰ মাক হেনো "জাট্" বংশীয়
তিৰোতা আছিল। তেওঁ এজন ভাল শাসক বুলি পৰিচয় দিলে ; ৰা
শান্তি আৰু শৃঙ্খলা পুনৰ স্থাপিত হ'ল আৰু কৃষি আৰু ডাক-বিভাগৰ উ
সাধন হয়। তেওঁ দিল্লীৰ ওচৰত 'টোগলক্ বাদ' নামে দুৰ্জ্জয় দুৰ্গ
নিৰ্ম্মাণ কৰাইছিল। তেওঁ জ্যেষ্ঠপুত্ৰ জুনাখাঁক দাক্ষিণাত্য জয় কৰি
পঠিয়ালে কাৰণ তাৰ ৰাজ্যবোৰে দিল্লীৰ চুলতানৰ বশ্যতা অস্বীকাৰ ক
ছিল। প্ৰথমে ওৱাৰঙ্গলত জুনাখাঁ পৰাস্ত হয় কিন্তু তেওঁৰ দ্বিতীয় চেষ্টা স
হয় আৰু 'বিদৰ' আৰু ওৱাৰঙ্গল চুলতানৰ অধীন হয়। ইফালে বঙ্গ
দুজন প্ৰতিদ্বন্দ্বী শাসনকৰ্ত্তা ওলালত চুলতান নিজে গৈ তাত তেওঁৰ
স্থাপন কৰে আৰু ফিৰি আহোঁতে বাটত ত্ৰিহুত জয় কৰে।

চুলতানক অভ্যৰ্থনা জনাবলৈ জুনাখাঁই এটি কাঠৰ ধুনীয়া মণ্ডপ স
থৈছিল আৰু চুলতান মণ্ডপত সোমাওতেই তেওঁৰ ওপৰতে মণ্ডপ ভাঙি প
আৰু চুলতানৰ মৃত্যু হ'ল (১৩২৫ খৃঃ)। এই সকলো জুনাখাঁৰ ষড়যন্ত্ৰ
অনুমান হয়।

**মহম্মদ বিন্ টোগলক্** (১৩২৫—১৩৫১ খৃঃ)—বাপেকৰ মৃত্যুত (হত্যা
জুনাখাঁই (মহম্মদ বিন্ টোগলক্) ৰাজপাট গ্ৰহণ কৰে (১৩২৫ খৃঃ)। ৰাজ
প্ৰাৰম্ভতে এওঁ দিল্লী সাম্ৰাজ্যৰ ভালেখিনি উন্নতি কৰে। তেওঁৰ ৰা
বঙ্গদেশৰ পৰা আৰবসাগৰ আৰু হিমালয়ৰ পৰা কৰমণ্ডল উপকূললৈকে বি
আছিল। কিন্তু মৃত্যুৰ পূৰ্ব্বেই তেওঁৰ সাম্ৰাজ্যৰ পতন আৰম্ভ হয়। তু



সাম্ৰাজ্যৰ পতনৰ বাবে মহম্মদ টোগলক্ যে বহুখিনি দায়ী তাত সন্দেহ নাই। তেওঁৰ শাসন নীতিৰ পৰাই এই কথা স্পষ্ট হৈ পৰে।



মহম্মদ্ বিন্ টোগলক।

**মহম্মদ টোগলকৰ বলিয়া ৰাজনীতি**—তেওঁ প্ৰথমে প্ৰজাসকলৰ ওপৰত অসম্ভৱ ৰকমে কৰ লগায় ; লগে লগে দুৰ্ভিক্ষৰ প্ৰবল প্ৰকোপ হয়। ফলত খেতিয়কবোৰে খেতি-বাতি এৰি হাবি-জঙ্গলত আশ্ৰয় ললেগৈ। প্ৰজাসকলক তাতে আগুৰি ধৰি বনৰীয়া পশুৰ দৰে হত্যা কৰা হয়।

মহম্মদ টোগলকে দেখিলে যে দিল্লী, তেওঁৰ বিশাল সাম্ৰাজ্যৰ কেন্দ্ৰস্থান নহয় আৰু সেই বাবেই ৰাজধানীৰ অনুপযোগী। দেৱগিৰিকেই মাজ ঠাই বুলি ভাবি তেওঁ তালৈকে ৰাজধানী তুলি নিবলৈ মনস্থ কৰিলে। দেৱগিৰিৰ নাম ৰখা হ'ল দৌলতাবাদ। ৰাজধানী পৰিবৰ্ত্তন কৰাটো একো অদ্ভুত কথা নহ'লহেঁতেন কিন্তু চুলতানে আদেশ দিলে যে দিল্লীতে যাতে এটা কুকুৰ বা মেকুৰীও নাথাকে। বাটতে যাওঁতে হেজাৰ হেজাৰ মানুহৰ মৃত্যু হ'ল ; যি বিলাকে গৈ কোনোৰকমে দৌলতাবাদ পাইছিলগৈ সিবিলাকক আকৌ দিল্লীলৈ উভতিবলৈ আদেশ দিয়া হ'ল; অতি কম সংখ্যক মানুহহে দিল্লী আহি পালে।

ইয়াৰ পিচত আহিল মুদ্ৰা-সংস্কাৰৰ পাল। ৰাজ-ভঁড়াল প্ৰায় উদং হোৱাত অসংখ্য তামৰ মুদ্ৰা প্ৰস্তুত কৰাই চুলতানে আদেশ জাৰী কৰিলে যে সেই তামৰ মুদ্ৰাৰ মূল্য সমান ওজনৰ ৰূপৰ মুদ্ৰাৰে সৈতে একে বুলি ধৰিব লাগিব। আনহাতে উপযুক্ত প্ৰতিবিধান নোহোৱাত প্ৰতিঘৰতেই জাল মুদ্ৰা তৈয়াৰ হব ধৰিলে ; আকৌ আনদেশৰ বেপাৰীয়ে তামৰ মুদ্ৰাৰ অতিৰিক্ত মূল্য

মানি নোলোৱাত বেহা-বেপাৰ প্ৰায় বন্ধ হ'বলগীয়া হ'ল। উপায় নাপাই চুলতানে মুদ্ৰা-বিধি প্ৰত্যাহাৰ কৰিলে।

এসময়ত চুলতানৰ দিগ্বিজয় কৰিবলৈ মন হ'ল আৰু পাৰস্য বিজয়ৰ কাৰণে এটা প্ৰকাণ্ড ফৌজ গঠন কৰিলে। এবছৰ সকলো খৰচ পাতি যোগাই হঠাৎ তেওঁ সেই সঙ্কল্প ত্যাগ কৰিলে। ভাৰতবৰ্ষ আৰু চীন দেশৰ মধ্যৱৰ্তী 'কোৰাচল' নামে এটি পাৰ্ব্বত্য জাতি দমন কৰিবলৈ চুলতানে এটি বিৰাট বাহিনী পঠিয়ালে। কিন্তু বাটত তেওঁৰ প্ৰায় সকলোবোৰ সৈন্যই ধ্বংস হ'ল।

উপযুক্ত কাৰ্য্যকৰী বুদ্ধিৰ অভাৱত মহম্মদ টোগলকৰ প্ৰায়বোৰ কল্পনাই কাৰ্য্যত পৰিণত নহৈছিল। আনহাতে সেইবিলাকে প্ৰজাসকলৰ মন বিদ্ৰোহী কৰি তুলিছিল। প্ৰথমে অনেক বিদ্ৰোহ তেওঁ দমন কৰিছিল কিন্তু অত্যাচাৰ, অৰাজকতাত জন-সাধাৰণ ক্ষুব্ধ হৈ উঠিল। মাদুৰা, ওৱাৰঙ্গল আৰু বঙ্গদেশৰ শাসনকৰ্ত্তাসকল স্বাধীন হৈ উঠিল আৰু দাক্ষিণাত্যত বিজয়নগৰ আৰু বাহমনী ৰাজ্য নামে দুখন প্ৰবল প্ৰতাপী স্বাধীন ৰাজ্য ক্ৰমান্বয়ে ১৩৩৬ আৰু ১৩৪৭ খৃষ্টাব্দত প্ৰতিষ্ঠিত হয়। সিন্ধুদেশৰ বিদ্ৰোহ দমন কৰিবলৈ যাওঁতে চুলতানৰ মৃত্যু হয় (১৩৫১ খৃঃ)।

**মহম্মদ টোগলকৰ চৰিত্ৰ**—ইবন্ বেটুটাৰ মতে, মহম্মদ টোগলকৰ চৰিত্ৰ বিৰুদ্ধ প্ৰকৃতিৰ অদ্ভুত সমন্বয় আছিল। তেওঁ আকৌ কৈছে "দান বিতৰণ কৰি আৰু ৰক্তপাত কৰি চুলতানে সকলো মানুহতকৈ বেছি ভাল পাইছিল। তেওঁৰ ৰাজদ্বাৰত সদায় দেখিবা এটি মগনীয়া যাৰ দুখ তেওঁ মোচন কৰিছে আৰু লগতে এটি মৰাশ, যাক তেওঁ হত্যা কৰিছে"। পৃথিবীৰ ইতিহাসত বৰ্ণিত সকলো ৰজাৰ ভিতৰতে মহম্মদ টোগলক্ এটি আশ্চৰ্য্যজনক দৃষ্টান্ত। "প্ৰাৰ্থনাত তেওঁ নিয়মীয়া আছিল, সুৰাপানৰ পৰা আঁতৰত আছিল আৰু ঘৰুৱা জীৱনত ইছ্লাম ধৰ্ম্মৰ সকলো নৈতিক উপদেশ অনুসাৰে চলিছিল"। তেওঁ আছিল এজন অগাধ পণ্ডিত, খ্যাতিমান কবি, সাহসী যোদ্ধা আৰু নৈষ্ঠিক মুছলমান। ইমানবোৰ গুণ থকা সত্ত্বেও বিচাৰ শক্তিৰ অভাৱত আৰু জন-



সাধাৰণ দুখ-যন্ত্ৰণাৰ প্ৰতি উদাসীনতাৰ কাৰণে তেওঁৰ ৰাজত্ব এটি বিফলতাৰ সমাধিত পৰিণত হৈছিল।

তেওঁৰ কিছুমান কাৰ্য্য অতি ওখ খাপৰ আছিল; দাক্ষিণাত্য বিজয় কৰি আনকি অতি এমূৰীয়া প্ৰদেশবোৰৰো শাসন কাৰ্য্য তেওঁ অতি সুচাৰুৰূপে সংগঠন কৰিছিল। তেওঁ অতিথিশালা আৰু চিকিৎসালয় স্থাপন কৰিছিল; মানুহেৰে আৰু ঘোঁৰাৰে ডাক নিয়া শৃঙ্খলাৰে চলাইছিল আৰু সকলো বিদ্বান্ মুছলমান লোককে যথেষ্ট পুৰস্কাৰ দিছিল। আচল কথা চুলতানৰ মনৰ গতিৰ স্থিৰতা নাছিল। তদুপৰি তেওঁ আছিল এজন গোঙ্গোৰা খঙৰ মানুহ; তেওঁ কল্পিত কাৰ্য্যৰ ফল চাবলৈ ইমান অধীৰ আছিল যে তাত কোনো বাধা-বিপত্তি উপস্থিত হলেই পাগলৰ দৰে ক্ষিপ্ত হৈ উঠিছিল।

**ইবন্ বেটুটা**—ইবন্ বেটুটা এজন "মুৰজাতীয়" (আফ্ৰিকাৰ এটা জাতি) ভ্ৰমণকাৰী আছিল; তেওঁ মহম্মদ টোগলকৰ সভাত বহুদিন আছিল আৰু পাঁচবছৰ কাল ৰাজকাৰ্য্যত নিযুক্ত হৈ আছিল। অৱশেষত তেওঁক চীনৰ সম্ৰাটৰ ওচৰলৈ চুলতানৰ কটকী নিযুক্ত কৰি পঠোৱা হয় কিন্তু কালিকটৰ ওচৰত জাহাজৰ দুৰ্ঘটনা হোৱাত তেওঁ উত্তৰ আফ্ৰিকাৰ ফেজ লৈ (ফেজ—এখন ঠাইৰ নাম, তাতে তেওঁৰ নিজ ঘৰ আছিল) উভতি আহিল। তেওঁ মহম্মদ টোগলকৰ এটি বিৱৰণী থৈ যায়। যিহেতু তেওঁৰ বিৱৰণ নিজা অভিজ্ঞতাৰ পৰা লিখা আৰু বস্তুতঃ তেওঁৰ সম-সাময়িক ঐতিহাসিক জিয়াউদ্দিন বোৰানীৰ বিৱৰণৰ লগত প্ৰায় মিলে, আমি তাক বিশ্বাস কৰিব পাৰোঁ।

**ফিৰোজ ছাহ টোগলক্** (১৩৫১-১৩৮৮ খৃঃ)—মোহম্মদ টোগলকৰ মৃত্যুৰ পাচত তেওঁৰে ল'ৰা এজনক সিংহাসনত বহুৱাবলৈ যত্ন কৰা হৈছিল যদিও হিন্দু আৰু মুছলমান ডাঙৰীয়াসকলে মৃত চুলতানৰ খুৰাকৰ পুতেক ফিৰোজ ছাহক হে নিজৰ অনিচ্ছাসত্ত্বেও সিংহাসনত জোৰকৈ বহুৱালে।

হত্যাকাণ্ড, নৃশংসতাৰে ভৰা সুদীৰ্ঘ চুলতান-ৰাজত্বৰ মৰুভূমি অতিক্ৰম

কৰি ফিৰোজ ছাহৰ শাসন, শান্তিৰ ওৱেচিচ যেন লাগে। জয়লাভৰ গৌৰৱতকৈ শান্তিময় ৰাজ্য শাসন হে ফিৰোজ ছাহে বেছি ভাল পাইছিল।

বঙ্গদেশত বিদ্ৰোহী হোৱাত তেওঁ দুবাৰো সেই বিদ্ৰোহ দমন কৰিবলৈ চেষ্টা কৰি অৱশেষত সেই প্ৰদেশৰ স্বাধীনতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল (১৩৬০ খৃঃ)। বাহমনী ৰাজ্যৰ দূত তেওঁৰ ৰাজ সভালৈ পঠিওৱা হৈছিল আৰু চুলতানে প্ৰকাৰান্তৰে সেই ৰাজ্যৰো স্বাধীনতা সমৰ্থন কৰিলে। প্ৰথমে বিফল হৈ শেষ চেষ্টাত তেওঁ সিন্ধুৰ ৰজাক আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য কৰাইছিল; তথাপি সিন্ধুদেশ তেওঁৰ অন্তৰ্ভুক্ত কৰা নহ'ল।

**ফিৰোজ ছাহৰ শাসন**—মহম্মদ টোগলকৰ কুশাসনৰ ফলত যিবোৰ মানুহৰ দুৰ্গতিৰ সীমা নোহোৱা হৈছিল, ফিৰোজে সেই সকলোবোৰকে অনুসন্ধান কৰি মাতি আনি উপযুক্ত ক্ষতিপূৰণ দিছিল।

অমানুষিক অত্যাচাৰৰ ফলত দেশত কৃষি বাণিজ্য প্ৰায় বন্ধ হৈ গৈছিল। তেওঁ অত্যধিক ৰাজ-কৰ কমাই কোৰাণৰ উপদেশ মতে কৰৰ হাৰ নিৰ্দ্ধাৰিত কৰি দিলে। ৰাজহ আদায় কৰোঁতে যি জুলুম আৰু অত্যাচাৰ চলিছিল, তাক সম্পূৰ্ণ ৰকমে দমন কৰা হ'ল। খেতি নকৰা মাটিত পুনৰ কৃষিকাম আৰম্ভ কৰালে আৰু নলা আদি খান্দি পানীৰ অভাৱ পূৰণ কৰি দিলে।

সৈন্য বিভাগৰ উচ্চ কৰ্ম্মচাৰীক দৰমহা নিদি পুনৰ জায়গীৰ দিয়া প্ৰথা প্ৰৱৰ্ত্তন কৰিলে। এই প্ৰথা আলাউদ্দিন খিল্‌জিয়ে উঠাই দিছিল।

**প্ৰজাহিতকৰ কাৰ্য্য**—অনেক সংগঠনমূলক কাম ফিৰোজ ছাহে হাতত ললে। তেওঁ অসংখ্য নগৰ, মচ্‌জিদ, কলেজ, চিকিৎসালয়, মথাউৰি (নদীৰ পাৰত ওখ বান্ধ, যাতে বান-পানীয়ে অনিষ্ট নকৰে), আৰু নলা প্ৰণালী সুচাৰুৰূপে কৰাইছিল। দিল্লীত এখন নতুন ৰাজধানী পাতি তেওঁ তাৰ নাম ফিৰোজাবাদ ৰাখিলে। তেওঁ হিচৰ ফিৰোজা, ফতেবাদ আৰু জৌনপুৰ নগৰ সজালে। প্ৰথমখন নগৰত পানী যোগাবলৈ তেওঁ যমুনা আৰু শতদ্ৰুৰ



পৰা যি প্ৰকাণ্ড নলা খন্দাইছিল তাৰ পৰা প্ৰজাৰ যথেষ্ট উপকাৰ হৈছিল। যমুনা খাল আজিলৈও আছে।

তেওঁ দাসত্ব প্ৰথা নতুন ভাৱে গঠন কৰিলে। যুদ্ধত যতবোৰ মানুহ বন্দী হয় তেওঁ সিহঁতক শিক্ষা দিছিল আৰু তাৰে কিছুমানক সৈন্য, কিছুমানক শৰীৰ ৰক্ষক আৰু কেতবোৰক শিল্প-কলা আদি বিষয়ত খটুৱাই সিহঁতক অকথ্য অত্যাচাৰৰ পৰা উদ্ধাৰ কৰিছিল।

ইমানবোৰ সুকৃতি-সত্ত্বেও তেওঁৰ এটি দোষৰ কথা মনত পৰে; সেয়ে হৈছে তেওঁৰ ধৰ্ম্মবিদ্বেষ। তেওঁ আছিল গোৰা 'চুন্নি'; আৰু চিয়া সম্প্ৰদায়ৰ মুছলমানক দেখিব নোৱাৰিছিল। হিন্দুৰ মঠ মন্দিৰত তেওঁ মচ্‌জিদ পাতিছিল আৰু হিন্দুৰ ওপৰত পুনৰ 'জিজিয়া' কৰ লগাইছিল কিন্তু হিন্দুৰ প্ৰতি তেওঁৰ এই বিদ্বেষ অকল তেওঁৰে নুবুলি তাক সেইদিনৰ যুগধৰ্ম্ম বুলি কলেহে সঁচা কোৱা হব। আনহাতে তেওঁ বিদ্যানুৰাগী আছিল; অনেক সংস্কৃত গ্ৰন্থ তেওঁৰ দিনতে পাৰ্চীলৈ অনুবাদ কৰা হয়। জিয়াউদ্দিন বোৰানীৰ বিখ্যাত ইতিহাসো তেওঁৰে দিনতে ৰচিত হয়।

**ফিৰোজ ছাহৰ বংশধৰসকল**—১৩৮৮ খৃষ্টাব্দত ৭৯ বছৰীয়া বুঢ়া চুলতানৰ মৃত্যু হয়। ফিৰোজৰ পিচত দ্বিতীয় গিয়াচউদ্দিন টোগলক ছাহ, আবুবকৰ, মুহম্মদ ছাহ, আলাউদ্দিন ছেকেন্দাৰ ছাহ আৰু মহমুদ ছাহে ৰাজত্ব কৰে। মাত্ৰ দহ বছৰৰ ভিতৰত ইমানবোৰ চুলতানে ৰাজত্ব কৰে। এওঁলোকৰ প্ৰত্যেকেই অকৰ্ম্মণ্য আছিল আৰু সেইকাৰণে দিল্লী সাম্ৰাজ্য ভাগি সৰু ৰাজ্য এখনত পৰিণত হয়। মুহম্মদ ছাহৰ দিনত টাইমুৰে ভাৰত আক্ৰমণ কৰে (১৩৯৮ খৃঃ)।

**টাইমুৰৰ ভাৰত আক্ৰমণ (১৩৯৮ খৃঃ)**—টাইমুৰ (টাইমুৰলঙ্) তুৰ্কী জাতীয় লোক আছিল। ১৩৬৯ খৃষ্টাব্দত তেওঁ চমৰখন্দৰ ৰজা হয়। তাৰ পাচত তেওঁ দিগ্বিজয় কৰিবলৈ মন মেলে। তেওঁ মধ্য এচিয়াৰ পৰা সৈন্য গোটাই এটা প্ৰকাণ্ড ফৌজ গঠন কৰি পাৰস্য, মেচোপটেমিয়া আৰু ৰাচিয়াৰ অনেক অংশ জয় কৰিলে। ১৩৯৮ খৃষ্টাব্দত, টাইমুৰে ভাৰত অভিমুখে যাত্ৰা কৰে।

উদ্দেশ্য আছিল বিধৰ্ম্মীসকলক (যাৰ ধৰ্ম্ম তেওঁৰ ধৰ্ম্মতকৈ বেলেগ) হত্যা কৰা। নীতি-বিগৰ্হিত হলেও এনে কাম সেই সময়ৰ এক শ্ৰেণীৰ মুছলমানে, পুণ্যৰ কথা বুলিহে ভাবিছিল।

তেওঁ অহাৰ আগতে তেওঁৰ নাতিয়েক পীৰ মহম্মদৰ তলত এদল সৈন্যই মুলতান আক্ৰমণ কৰে আৰু ছমাহৰ পিচত সেই ঠাই অধিকাৰ কৰে। টাইমুৰে নিজে সিন্ধুনদ পাৰ হৈ 'তুলম্ব' লুটপাট্ কৰে আৰু তাৰ অধিবাসীসকলক হত্যা কৰে। দিল্লীৰ চুলতান মহ্‌মুদ ছাহ হাৰি গুজৰাটলৈ পলাল। টাইমুৰে তেতিয়া কোনো প্ৰতিবন্ধক নোপোৱাকৈয়ে নিজক দিল্লীৰ চুলতান বুলি ঘোষণা কৰিলে। উপযুক্ত ভেটি পালে তেওঁ মানুহৰ একো অপকাৰ নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিছিল; কিন্তু টকা গোটাওঁতে কিবা কাৰণত কাজিয়া লগাত টাইমুৰ খঙত জ্বলি উঠিল আৰু ভীষণ হত্যাকাণ্ড আৰম্ভ কৰিলে। তিনি দিন জুৰি তেওঁ দিল্লী নগৰ লুট; আৰু জুই লগাই দি উপান্ত কৰিলে আৰু সৈন্যসকলৰ মোনা ধন-সোণেৰে ভৰি পৰিল।



টাইমুৰলঙ।

টাইমুৰ যেনিবা সাক্ষাৎ যম আছিল। দিল্লী পোৱাৰ লগে লগেই তেওঁ একলাখ বন্দী বধ কৰে। দিল্লীত "যেতিয়া লুটপাট্ আৰম্ভ হ'ল, অসন্মানৰ পৰা ৰক্ষা কৰিবলৈ মানুহে নিজ হাতে স্ত্ৰী আৰু সন্তান হত্যা কৰিছিল আৰু টাইমুৰৰ সৈন্যৰ হাতত নিজ দশা শোধাবলৈ দৌৰি বাহিৰ হৈছিল; কিন্তু



সোনকালে এই বাধাৰ অন্ত পৰিল আৰু মানুহক পশুৰ দৰে বধ কৰা হ'ল। নিৰ্দ্দোষী নগৰবাসীৰ তেজেৰে দিল্লীৰ ৰাজপথ ৰাঙলী হ'ল।" মিৰাট চহৰতো সেই একে নাটকৰেই পুনৰ অভিনয় হৈছিল। টাইমুৰে যেতিয়া ভাৰত ত্যাগ কৰিলে তেতিয়া তেওঁ এৰি থৈ গ'ল অৰাজকতা, দুৰ্ভিক্ষ আৰু মহামাৰী।

**চৈয়দ বংশ**—টাইমুৰ চমৰখন্দলৈ উভতি যোৱাত মহ্‌মুদ ছাহ আকৌ দিল্লীলৈ আহে আৰু কিছুদিন ৰাজ্য শাসন কৰে। ১৪১২ খ্ৰষ্টাব্দত তেওঁৰ মৃত্যু হয়। ইয়াৰ পাচত দেশৰ ধৰণী নোহোৱা হয়; তেতিয়া টাইমুৰৰ প্ৰতিনিধি আৰু মুলতানৰ শাসনকৰ্ত্তা খিজিৰ খাঁই দিল্লী অধিকাৰ কৰে (১৪১৪ খৃঃ)। খিজিৰ খাঁ আৰু তেওঁৰ তিনিজন উত্তৰাধিকাৰীয়ে ৩৬ বছৰ কাল শাসন চলায় (১৪১৪-১৪৫০ খৃঃ)। এই বংশৰ (চৈয়দ) শেষ ৰজা আলাউদ্দিন আলম ছাহক খেদি বাহলুল্ লোদিয়ে ৰাজপাট অধিকাৰ কৰে (১৪৫০ খৃঃ) আৰু লোদিবংশ প্ৰতিষ্ঠা কৰে।

## লোদি বংশ।

**বাহ্‌লুল্ লোদি** (১৪৫০-১৪৮৮ খৃঃ)—বাহ্‌লুল্ লোদি পাঠান আছিল, দাস বংশৰ পৰা চৈয়দ বংশলৈ,আটাইকেইটা তুৰ্কী জাতীয় বংশহে,পাঠান নহয় কিন্তু সাধাৰণতে সকলো কেইটি বংশকেই পাঠান বংশ বোলা হয়।

বাহ্‌লুলে জৌনপুৰৰ ৰজাক পৰাস্ত কৰি নিজৰ ল'ৰা বাৰবক্ ছাহক তাৰ প্ৰতিনিধি পাতে। তেওঁ সিন্ধু নদৰ পৰা বেনাৰচলৈকে ৰাজ্য বিস্তাৰ কৰিছিল।

**ছেকেন্দৰ লোদি** (১৪৮৯-১৫১৭ খৃঃ)—বাহ্‌লুলৰ পাচত তেওঁৰ পুতেক ছেকেন্দৰ ছাহ চুলতান হয় (১৪৮৯ খৃঃ)। তেওঁ তেওঁৰ ভায়েকৰ হাতৰ পৰা জৌনপুৰ কাঢ়ি ললে। ছেকেন্দৰে বিহাৰ জয় কৰে আৰু ত্ৰিহুতৰ পৰা কৰ আদায় কৰে। গোড়া মুছলমান আছিল গুণে মুছলমান ঐতিহাসিকসকলে

ছেকেন্দৰ লোদিক প্ৰশংসা কৰে। তেওঁ হিন্দুৰ কাৰণে অপমানজনক আইন প্ৰবৰ্ত্তন কৰিছিল আৰু মথুৰাৰ মন্দিৰ ধ্বংস কৰিছিল। তেওঁ নিজে কবি আছিল আৰু বিদ্বান্ লোকৰ অনুৰাগী আছিল।

**ইব্ৰাহিম লোদি** (১৫১৭-১৫২৬ খৃঃ)—১৫১৭ খৃষ্টাব্দত ছেকেন্দৰ লোদিৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক ইব্ৰাহিম ৰাজপাটত উঠে। ইব্ৰাহিমৰ ভায়েকে জৌনপুৰ অধিকাৰ কৰিছিল কিন্তু চুলতানে তেওঁক দমন কৰে।

ক্ৰমান্বয়ে আফগান ডাঙৰীয়াসকলৰ লগত ইব্ৰাহিম লোদিৰ মতান্তৰ ঘটে আৰু তেওঁলোকে সুবিধা বুজি প্ৰকাশ্যে বিদ্ৰোহ আৰম্ভ কৰিলে। অৱশেষত চুলতানৰ খুৰাক আলম খাঁ আৰু পঞ্জাৱৰ শাসনকৰ্ত্তা দৌলত খাঁ লোদিয়ে কাবুলৰ মোগল বংশীয় ৰজা বাবৰক, ভাৰত আক্ৰমণ কৰি আলম খাঁক দিল্লীৰ সিংহাসন দিবলৈ নিমন্ত্ৰণ কৰিলে। বাবৰে দেখিলে এয়ে সুবৰ্ণ সুযোগ। তেওঁ হেলাৰঙে ইব্ৰাহিমৰ সৈন্য পৰাস্ত কৰি লাহোৰ আৰু দীপালপুৰ অধিকাৰ কৰিলে। তেতিয়া দৌলত খাঁ লোদিৰ পৰা আক্ৰমণ আশঙ্কা কৰি বাবৰ কাবুললৈ উভতিল আৰু তাৰে পৰা আলম খাঁৰ লগত এই চৰ্ত্তত সন্ধি কৰিলে যে যদি লাহোৰ আৰু তাৰ পশ্চিমৰ কিছু অংশ ৰাজ্য বাবৰক এৰি দিয়া হয় তেন্তে তেওঁ আলম খাঁক দিল্লীৰ সিংহাসনত বহুৱাব। ১৫২৫ খৃষ্টাব্দত বাবৰে দ্বিতীয়বাৰ ভাৰত আক্ৰমণ কৰিলে; আলম খাঁই সন্ধিৰ চৰ্ত্ত ভঙ্গ কৰি দৌলত খাঁ লোদিৰ লগ লাগিল কিন্তু যুদ্ধত হাৰি তেওঁলোকে আত্ম-সমৰ্পণ কৰিলে।

তাৰপৰা আগবাঢ়ি বাবৰে পাণিপথত ইব্ৰাহিম লোদিৰ সৈন্যৰ সম্মুখীন হয়। দুৰ্দ্দমনীয় সাহস, সুদক্ষ সৈন্য পৰিচালনা আৰু শত্ৰুৰ অপৰিচিত নতুন অস্ত্ৰ বন্দুকৰ সহায়ত, বাবৰে যুদ্ধত জয়লাভ কৰিলে। ইব্ৰাহিম লোদি পৰাস্ত হ'ল আৰু যুদ্ধত তেওঁৰ মৃত্যু হ'ল ( এপ্ৰিল ২১, ১৫২৬ খৃঃ )। বিদ্ৰোহী আলম খাঁৰ চুলতান হোৱা ৰঙীণ সপোন ভাগিল আৰু ফলত আন এটি বিদেশী মুছলমান বংশই ভাৰতত সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে।



### প্ৰশ্নমালা

১। চুলতান মহম্মদ টোগলকক "বলিয়া ৰজা" বুলিও কোৱা হয়। তেওঁৰ বলিয়া ৰাজনীতিৰ উদাহৰণ দিব পাৰানে?

( Sultan Muhammad Tughluq was also named 'whimsical king'. Can you give examples of his whimsical policy ? )

২। মহম্মদ টোগলকৰ চৰিত্ৰ বৰ্ণনা কৰা।

( Describe the character of Muhammad Tughluq. )

৩। চমু টোকা লিখা--(১) গিয়াচউদ্দিন টোগলক্ ছাহ (খ) ইবন্ বেটুটা।

( Write short notes on :—
(a) Ghaysuddin Tughluq Shah, (b) Ibn Batuta. )

৪। ফিৰোজ ছাহ টোগলকৰ শাসনকাল বৰ্ণোৱা।

( Describe the rule of Feroze Shah Tughluq. )

৫। টাইমুৰলেনৰ ভাৰত আক্ৰমণৰ বিৱৰণ দিয়া।

(Give an account of the invasion of India by Taimur Lang.)

৬। পাণিপথৰ প্ৰথম যুদ্ধ আৰু তাৰ ফলাফল বৰ্ণনা কৰা।

( Describe the First Battle of Panipath and its consequences. )

---

## চতুৰ্থ অধ্যায়

# উত্তৰ আৰু দক্ষিণ ভাৰতৰ স্বাধীন ৰাজ্যসমূহ।

**মালৱা**—১৩০৫ খৃষ্টাব্দত আলাউদ্দিন খিলজিয়ে মালৱা জয় কৰে। এই প্ৰদেশ ১৪০১ খৃষ্টাব্দলৈ দিল্লীৰ চুলতানৰ তলত আছিল। তাৰ পাচত মহম্মদ ঘোৰীৰ এজন বংশধৰে দিলৱাৰ খাঁ ঘোৰী নাম লৈ স্বাধীন হয়। এই বংশৰ তৃতীয় ৰজা মহম্মদ ঘোৰীক তেওঁৰ মন্ত্ৰী **মামুদ খাঁই** বিষ খুৱাই হত্যা

কৰে আৰু নিজে খিলজি বংশ প্ৰতিষ্ঠা কৰে (১৪৩৬ খৃঃ)। এওঁ বিনয়, সাহস
ন্যায়পৰায়ণ আৰু বিদ্বান আছিল আৰু হিন্দু আৰু মুছলমান সকলোৱে এও
ৰাজত্বত শান্তিৰে বাস কৰিছিল। পূবে বুন্দেলখণ্ড, দক্ষিণে সাতপূৰা পৰ্ব্ব
আৰু উত্তৰে মেৱাৰ আৰু গুজৰাটলৈ তেওঁৰ ৰাজ্য বিস্তৃত আছিল। তে
বাহ্‌মনী ৰাজ্যৰ ৰজাক পৰাস্ত কৰে কিন্তু মেৱাৰৰ মহাৰাণা কুম্ভৰ হাত
পৰাস্ত হয়। তেওঁৰ পুতেক গিয়াচউদ্দিন ৰজা হয় ১৪৬৯ খৃষ্টাব্দত; কিন্তু পি
বছৰতে নিজৰ ল'ৰাই তেওঁক বিষ খুৱাই বধ কৰে। গিয়াচউদ্দিনৰ নাতিয়ে
দ্বিতীয় মামুদ এই বংশৰ শেষ ৰজা। তেওঁক ৰাজ্যৰ পৰা খেদি দিয়া হৈছি
কিন্তু সেনাপতি মেদিনী ৰায়ৰ অনুগ্ৰহত আকৌ ৰাজপাট লাভ কৰে। অকৃত
মামুদে তেওঁৰ উপকাৰী সেনাপতিক বধ কৰিবলৈ চেষ্টা কৰিলত মেৱাৰ
ৰাণা সংগ্ৰাম সিংহৰ সহায়ত মেদিনী ৰায়ে মামুদক বন্দী কৰে। ৰাণা
অনুগ্ৰহত মুক্তি পাইছিল যদিও গুজৰাটৰ চুলতান বাহাদুৰ ছাহৰ লগত তে
যুদ্ধত লিপ্ত হয় আৰু তাতে তেওঁৰ মৃত্যু হয়।

**উৰিষ্যা**—বহুদিন ধৰি গঙ্গ বংশই উৰিষ্যাত ৰাজত্ব কৰে। এই বংশৰ শ্ৰে
ৰজা অনন্তবৰ্ম্মন চোড়গঙ্গই উত্তৰে গঙ্গা আৰু দক্ষিণে গোদাবৰীলৈকে ৰাজ
বিস্তাৰ কৰে। তেওঁ পুৰীৰ বিখ্যাত জগন্নাথৰ মন্দিৰ স্থাপন কৰে আৰু সুদী
কাল ৰাজত্ব কৰে (১০৭৬-১১৪৭ খৃঃ)। তেওঁৰ মৃত্যুৰ প্ৰায় এশ বছৰ পাছত
নৃসিংহদেৱে ব্ৰহ্মদেশৰ মুছলমান শাসনকৰ্ত্তাৰে সৈতে যুঁজ কৰি তাৰ ৰাজধানী
লক্ষ্মাৱতীলৈকে আগবাঢ়িল। কণাৰকৰ প্ৰখ্যাত সূৰ্য্যমন্দিৰ তেৱেঁই নিৰ্ম্মাণ
কৰায়। যুৱৰাজ জুনা খাঁই (পিচত মহম্মদ টোগলক) উৰিষ্যা আক্ৰমণ কৰিছিল
আৰু ফিৰোজ টোগলকে ইয়াক কৰতলীয়া কৰিছিল। পঞ্চদশ শতিকাৰ
মাজভাগত এই ৰাজ্য সূৰ্য্যবংশীয় কপিলেন্দ্ৰ দেৱৰ হাতত পৰে; কিন্তু ১৫৬৮
খৃষ্টাব্দত কালাপাহাৰে এই দেশ জয় কৰে।

**গুজৰাট**—১৪০১ খৃষ্টাব্দত জাফৰ খাঁই দিল্লীৰ অধীনতা অস্বীকাৰ কৰে।
তেওঁক বন্দী কৰি পুতেকে ৰাজপাটত (১৪০৩ খৃঃ) উঠে। কিন্তু ১৪০৭ খৃষ্টাব্দত



ষ খুৱাই তেওঁক বধ কৰা হ'লত আকৌ বাপেকেই মুজাফৰ ছাহ নাম লৈ
লতান হয়। চাৰি বছৰ পিছত নাতিয়েক আহমদ ছাহে তেওঁক বিষ



জগন্নাথ দেৱৰ মন্দিৰ।

প্ৰয়োগেৰে হত্যা কৰি ৰাজপাট লাভ কৰে আৰু একত্ৰিশ বছৰ ৰাজত্ব কৰে
(১৪১১-১৪৪২ খৃঃ)। তেওঁ মালৱা আৰু ওচৰৰ ৰাজপুত ৰাজ্যবোৰ জয়

কৰি নিজ ৰাজ্যৰ সীমা বহলায়। এওঁৰেই আহমদাবাদ নগৰৰ প্ৰতিষ্ঠা আহমদ ছাহৰ নাতিয়েক মামুদ বিগৰা ( ১৪৫৮-১৫১১ খৃঃ ) এই বংশৰ



কণাৰকৰ সূৰ্য্য মন্দিৰ।

ৰজা। তেওঁৰ কৃতকাৰ্য্যতা আৰু ব্যক্তিগত গুণ এনে মনোমোহা আছিল ইউৰোপৰ ভ্ৰমণকাৰীসকলে পৌৰাণিক আখ্যানৰ দৰে তেওঁৰ যশস্যা দে



দেশত গাই ফুৰিছিল। তেওঁ জুনাগৰ, কচ্ছ আৰু চম্পানীৰ জয় কৰিছিল কিন্তু মহাৰাণা কুম্ভৰ হাতত পৰাস্ত হয়। তুৰ্কীৰ চুলতানেৰে সৈতে লগ লাগি তেওঁ ভাৰতৰ পৰা পৰ্তুগীজসকলক খেদিবলৈ আয়োজন কৰি সিবিলাকৰ সৈতে কৃতকাৰ্য্যতাৰে যুদ্ধ কৰে ( ১৫০৭ খৃঃ ) কিন্তু দুবছৰ পিচত নৌযুদ্ধত পৰাস্ত হয় আৰু পৰ্তুগীজৰ নৌশক্তিয়ে ভাৰতত প্ৰাধান্য লাভ কৰে।

এওঁৰ পাচত দ্বিতীয় মুজাফৰ আৰু মুজাফৰৰ তিনি পুতেক ক্ৰমান্বয়ে ৰজা হয়। ইবিলাকৰ শেষৰ জনৰ নাম বাহাদুৰ আছিল। তেওঁ চিতোৰ দুৰ্গ ধ্বংস কৰে ( ১৫৩৪ খৃঃ )।

**মেৱাৰ**—সকলো জাতিৰ ভিতৰত ৰাজপুতসকলেই মুছলমান বিজয়ৰ লগে লগে আটাইতকৈ প্ৰবল হৈ উঠে। এওঁলোকৰ বৃত্তান্ত আগেয়ে অলপ-মিচৰপ কোৱা হৈছে। এই সময়ৰ প্ৰখ্যাত ৰাজপুত ৰাজ্য হৈছে মেৱাৰ—শিশোদীয় বা গুহিলট্ বংশৰ লীলাভূমি। ৭২৮ খৃষ্টাব্দত চিতোৰ জয় কৰি বাপ্পাৰাৱে এই বংশ প্ৰতিষ্ঠা কৰে। কিন্তু ত্ৰয়োদশ শতিকাৰ শেষ ভাগত ৰাণা সমৰ সিংহই এই বংশৰ মহিমা অমৰ কৰি থৈ যায়। চতুৰ্দ্দশ শতিকাত আলাউদ্দিন খিল্‌জিয়ে ( মেৱাৰ ) চিতোৰ জয় কৰে; কিন্তু উক্ত শতাব্দীৰ শেষ অংশত ৰাণা হামিৰে আকৌ চিতোৰৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰে। হামিৰৰ পাচত দুজন উত্তৰাধিকাৰী চিতোৰৰ ৰাণা হৈছিল, তাৰ পিচৰ জন আছিল ৰাণা কুম্ভ ( ১৪৩৩-১৪৬৮ খৃঃ )। তেওঁ এজন বিখ্যাত যোদ্ধা আছিল আৰু মালৱা, গুজৰাট আৰু নাগোৰৰ মুছলমান শাসনকৰ্ত্তাসকলক প্ৰায়েই ব্যতিব্যস্ত কৰি তুলিছিল। ১৪৬৮ খৃষ্টাব্দত নিজৰ পুতেকে মহাৰাণা কুম্ভক হত্যা কৰে। কুম্ভৰ নাতিয়েক সংগ্ৰাম বা সঙ্গ সিংহ অন্যতম বিখ্যাত ৰজা। তেওঁৰ দিনত ৰাজপুত শক্তিয়ে চৰম সীমা পাইছিলগৈ। মালৱা আৰু দিল্লীৰ ৰজাৰ বিৰুদ্ধে অন্ততঃ ওঠৰবাৰ তেওঁ সফলতাৰে অভিযান চলাইছিল আৰু সেই সময়ৰ সমগ্ৰ ভাৰতত তেৱেঁই যে শ্ৰেষ্ঠতম ৰজা আছিল তাত সন্দেহ নাই। বাবৰৰ হাতত যেতিয়া ইব্ৰাহিম লোদি পানিপথৰ যুদ্ধত পৰাস্ত হ'ল, তেওঁ মুছলমানৰ হাতৰ পৰা দেশ উদ্ধাৰ কৰিবলৈ সকলো ৰাজপুত শক্তি একগোট

খুৱালে। যদিও "এটা চকু কণা, এখন হাত ভঙা আৰু এখন ভৰি কে আছিল আৰু যাঠি বা তৰোৱালৰ আঘাতত হয়তো বা আশী ডোখৰ হৈছিল", তথাপি সাগৰ-সদৃশ ৰাজপুত সেনাদলৰ তেৱেঁই সেনানায়ক আ বাবৰেও এই ৰিপদৰ গুৰুত্ব উপযুক্ত ৰকমে উপলব্ধি কৰিছিল। 'ফতে চিকৰি'ৰ ওচৰৰ 'খানুৱা' নামে ঠাইত ৰাণা সংগ্ৰাম, ৰাবৰৰ সম্মুখীন (১৫২৭ খৃঃ)। উচ্চতৰ সৈন্য পৰিচালনা আৰু বন্দুকৰ সহায়ত যুদ্ধত বাবৰ জয় লাভ হ'ল। ৰাণা সঙ্গই যুদ্ধত নিষ্কৃতি পালে যদিও অলপ দিন পি তেওঁৰ মৃত্যু হয়; আৰু তেওঁৰ লগে লগেই ৰাজপুত শক্তিৰ আশা-ভ চিৰদিনলৈ লুপ্ত হ'ল।

**জৌনপুৰ**—ফিৰোজ টোগলকে, গোমতী নদীৰ পাৰত এই নগৰ প্ৰতি কৰে। ১৩৯৪ খৃষ্টাব্দত মহমুদ টোগলকে খাজা জোহানক কনৌজ আ বিহাৰৰ মধ্যবৰ্ত্তী ঠাইখণ্ডৰ শাসনভাৰ দিছিল। টাইমুৰৰ ভাৰত আক্ৰম সুবিধা লৈ তেওঁ নিজক স্বাধীন বুলি ঘোষণা কৰিলে। এই প্ৰতিষ্ঠাপিত বং চাৰ্কী বংশ বোলে। তৃতীয় ৰজা চামচুদ্দিন ইব্ৰাহিম শিল্প-কলা অ বিদ্যাৰ পৃষ্ঠপোষক আছিল। তেওঁ অসংখ্য অট্টালিকা নিৰ্ম্মাণ কৰাইছি তেওঁৰ দ্বাৰা নিৰ্ম্মিত 'আটল' মচজিদে আজিও চাৰ্কী বংশৰ শিল্প-ৰুচিৰ পৰিচয় দিয়ে। বাহ্লুল্ লোদিয়ে বহু যুদ্ধৰ পিচত জৌনপুৰ নিজ ৰাজ চামিল কৰে।

**অসম**—তেৰ শতিকাত 'চান' বা 'টাই' নামে এটি পাৰ্ব্বত্য জাতি ফালেদি অসমত সোমাই তাত স্বাধীন ৰাজ্য স্থাপন কৰে; এই ৰাজ 'আহোম' নামেৰে প্ৰসিদ্ধ। এই বংশৰ ভিতৰত গদাধৰ সিংহ, ৰুদ্ৰসিং প্ৰতাপসিংহ আৰু চক্ৰধ্বজ সিংহ অতি পৰাক্ৰমী ৰজা আছিল। আহো সকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে আৰু ইয়াৰ উন্নতি কল্পে বহুতো মঠ-মন্দিৰ নিৰ্ম্ কৰে। জয়সাগৰ আৰু শিৱসাগৰ পুখুৰী আহোম ৰজাৰ অক্ষয় কীৰ্ত্তি। ব বিজেতা ৰখ্তিয়াৰ খিলজি, গিয়াচউদ্দিন আৰু তুঘ্ৰিল খাঁ আদিৰ প্ৰতো অনেকবাৰ অসম জয়কৰিবলৈ চেষ্টা কৰি বিফল মনোৰথ হয়। ঔৰংজে



ত্বত বঙ্গদেশৰ শাসনকৰ্ত্তা মিৰজুম্লাই আহোম ৰজাক কৰ দিবলৈ সম্মত ৰাইছিল যদিও, অলপ দিন পিচতে আহোমে মোগলৰ অধীনতা অস্বীকাৰ ৰে আৰু ১৮২৬ খৃষ্টাব্দত বৃটিছৰ অধীনলৈ অহাৰ আগলৈকে এই সুদীৰ্ঘ ০০ বছৰ কাল অসম স্বাধীন ৰাজ্য আছিল। মোগলৰ বিখ্যাত সেনাপতি মসিংহই শৰাইঘাটৰ যুদ্ধত আহোম ৰজা চক্ৰধ্বজ সিংহৰ হাতত যিদৰে ৰাস্ত হৈ উভতি আহিছিল সি সঁচাকৈ আহোমৰ বীৰত্বৰ পৰিচয় দিয়ে।



কামাখ্যাদেৱীৰ মন্দিৰ।

**বাহ্মনী ৰাজ্য**—মহম্মদ টোগলকৰ শাসনকালৰ বিশৃঙ্খলাৰ সুযোগ লৈ দাক্ষিণাত্যৰ বিদ্ৰোহী আমীৰসকলে হাচান নামে এজন বিখ্যাত যোদ্ধাক, তেওঁলোকৰ স্থাপিত স্বাধীন ৰাজ্যৰ শাসনকৰ্ত্তা পাতিলে (১৩৪৭ খৃঃ)। সিংহাসনত উঠিয়েই হাচানে 'আলাউদ্দিন হাচান বাহ্মন্ ছাহ' উপাধি ললে। পাৰস্যৰ ৰজা 'বাহমন চাহ'ৰ পৰাই সেই শব্দৰ উৎপত্তি বুলি বিশ্বাস হয়। নতুন চুলতানে তীব্ৰ বেগেৰে নিজ ৰাজ্য বিস্তাৰ কৰিলে আৰু ১৩৫৮ খৃষ্টাব্দত তেওঁৰ মৃত্যু হোৱাৰ লগে লগে উত্তৰে পেনগঙ্গা আৰু দক্ষিণে কৃষ্ণা নদীলৈকে

তেওঁৰ ৰাজ্য বিস্তৃত হৈছিল। এই বিশাল ৰাজ্যৰ ৰাজধানী স্থাপিত হ'ল গুলবৰ্গত আৰু ৰজাৰ নাম অনুসাৰে তাৰ নাম ৰখা হ'ল 'আহছানবাদ' বা 'হাছানবাদ'।

১৩৪৭ খৃঃৰ পৰা ১৫১৮ খৃষ্টাব্দলৈকে চৈধ্যজন ৰজাই এই ৰাজ্যত ৰাজত্ব কৰিছিল। এই সুদীৰ্ঘ কালৰ ভিতৰত ৰক্তপাত, হিন্দু ৰাজ্যসমূহ, বিশেষকৈ বিজয়নগৰৰ লগত পাশৱিক যুদ্ধ, হিন্দুপ্ৰজাৰ প্ৰতি অকথ্য অত্যাচাৰ আৰু ৰাজ-সভাৰ ডাঙৰীয়াসকলৰ ভিতৰত পৰস্পৰ ঈৰ্ষা আৰু ষড়যন্ত্ৰত বাহিৰে বৰ্ণাবলগীয়া বিশেষ ঘটনা নাই।

এই বংশৰ শ্ৰেষ্ঠ ৰজা ফিৰোজ ছাহক (১৩৯৭—১৪২২ খৃঃ) দাক্ষিণাত্যৰ 'আকবৰ' বুলি কোৱা হয়। দুইবাৰ বিজয়নগৰক যুদ্ধত ঘটুৱাই তৃতীয়বাৰ তেওঁ নিজে পৰাস্ত হয়। ফিৰোজে বিজয়নগৰৰ ৰজাৰ জীয়েক এজনীক বিয়া কৰাইছিল। তেওঁ অনেক ধুনীয়া অট্টালিকা নিৰ্ম্মাণ কৰি গুলবৰ্গ চহৰ সুশোভিত কৰি তুলিছিল।

তেওঁৰ পাচত ভায়েক আহমদ ছাহ ৰজা হয়; তেওঁ ১৪২৪ খৃষ্টাব্দত ওৱাৰঙ্গল জয় কৰে আৰু বিদৰ নগৰ স্থাপন কৰে। পিচত বিদৰলৈকে ৰাজধানী স্থানান্তৰ কৰা হয়। বিজয়নগৰৰ প্ৰতিদ্বন্দ্বিতাৰ কাৰণে তেওঁ দক্ষিণত ৰাজ্যৰ সীমা বহলাব নোৱাৰিলে। এই বংশৰ চৈধ্যজন ৰজাৰ ভিতৰত চাৰিজনক হত্যা কৰা হয়, আন দুজনক অন্ধ কৰি সিংহাসনচ্যুত কৰা হয় আৰু পঞ্চম জনা চুলতানৰ বাহিৰে আটাইকেইজন ৰজাই ৰক্ত-পিপাসু নৰ পশু আছিল।

চুলতান তৃতীয় মহম্মদ ছাহৰ প্ৰধান মন্ত্ৰী মামুদ গাৱান এজন সুদক্ষ ৰাজনীতিবিদ লোক আছিল। এওঁ প্ৰায় পঁচিশ বছৰ কাল মন্ত্ৰিত্ব কৰিছিল আৰু ৰাজ্যৰ অনেক উন্নতি সাধিছিল! তেওঁ ৰাজহ আৰু বিচাৰ বিভাগৰ সংস্কাৰ কৰিছিল। যুদ্ধ-বিদ্যাতো মামুদ পাৰদৰ্শী আছিল আৰু তেওঁৰ কাৰণেই কঙ্কন আৰু উৰিষ্যাত বাহ্‌মনী ৰাজ্যৰ প্ৰাধান্য স্থাপিত হৈছিল বুলিব লাগে।



কিন্তু সেই সময়ত দাক্ষিণাত্যৰ মুছলমানসকলৰ দুটি দল আছিল; এটি স্বদেশী আৰু আনটি বিদেশী। মামুদ গাৱান পাৰস্য দেশৰ লোক আছিল আৰু স্বদেশী মুছলমানৰ দলৰ প্ৰৰোচনাত মহম্মদ ছাহে বিনা দোষতে গাৱানক হত্যা কৰাত বাহ্‌মনী ৰাজ্যৰ ধৰণী নোহোৱা হ'ল।

১৫২৭ খৃষ্টাব্দত বাহ্‌মনী বংশৰ চুলতানৰ মৃত্যু হোৱাত মন্ত্ৰী আমিৰ বাৰিদেই চুলতানৰ গদী অধিকাৰ কৰে। কালক্ৰমত বিশাল বাহ্‌মনী ৰাজ্য ভাগি পাঁচখন সৰু সৰু ৰাজ্যত বিভক্ত হ'ল। সেই ৰাজ্যবোৰ হৈছে (১) বেৰাৰ—ইমাদ ছাহী ৰাজবংশৰ, (২) আহমদনগৰ—নিজাম ছাহী বংশৰ, (৩) বিজাপুৰ—আদিল ছাহী বংশৰ, (৪) গোলকুণ্ডা—কুতুবছাহী বংশৰ আৰু (৫) বিদৰ—বাৰিদ ছাহী বংশৰ। এই পাঁচোখন ৰাজ্য পৰস্পৰে কন্দলত লিপ্ত আছিল আৰু পিচত মোগলৰ ৰাজত্বত মোগল সাম্ৰাজ্যৰ অন্তৰ্গত হয়। ৰুচ ভ্ৰমণকাৰী নিকিটিনৰ (Nikitin) বিৱৰণৰ পৰা বাহ্‌মনী ৰাজ্যৰ অনেক তথ্য জানিব পৰা যায়।

**বিজয়নগৰ ৰাজ্য**—বিজয়নগৰ ৰাজ্যৰ উৎপত্তি সঠিককৈ জনা নাযায়। কথিত আছে দাক্ষিণাত্যত মুছলমানৰ আধিপত্য ধ্বংস কৰিবলৈ সঙ্গম নামে এজন মানুহৰ হৰিহৰ, বুক্ক আদি পাঁচজন পুতেকে এই ৰাজ্য স্থাপন কৰে (১৩৩৬ খৃঃ)। কোনো কোনো ঐতিহাসিকৰ মতে হোয়চল বংশৰ তৃতীয় বল্লালে মুছলমানৰ আক্ৰমণ প্ৰতিৰোধ কৰিবৰ কাৰণে তুঙ্গভদ্ৰা নদীৰ পাৰত যি দুৰ্গ নিৰ্ম্মাণ কৰিছিল, সেয়েই বিজয়নগৰ ৰাজ্যৰ আৰম্ভণ।

বিজয়নগৰৰ প্ৰথম ৰাজবংশৰ নাম সঙ্গম আৰু হৰিহৰ আৰু বুক্ক এই দুই ভায়েই ইয়াৰ আদি শাসনকৰ্ত্তা। ১৩৭৮ খৃষ্টাব্দত যেতিয়া বুক্কৰ মৃত্যু হয়, কৃষ্ণা নদীৰ দক্ষিণে থকা সকলো ৰাজ্য বিজয়নগৰৰ অন্তৰ্ভুক্ত হয়। ইয়াৰ পাচত খ্যাতনামা ৰজা আছিল দ্বিতীয় হৰিহৰ (১৩৭৮-১৪০৪ খৃঃ)। তেওঁ প্ৰায় গোটেই দাক্ষিণাত্যত নিজৰ প্ৰাধান্য স্থাপিত কৰে।

দেৱৰায় (১৪০৬-১৪১২ খৃঃ) এই বংশৰ আন এজন লব্ধ-প্ৰতিষ্ঠ ৰজা।

বিজয়নগৰৰ প্ৰতিষ্ঠাৰ পৰাই বাহ্‌মনী ৰাজ্যই ইয়াক ঈৰ্ষাৰ চকুৰে চ আহিছিল আৰু দুয়ো ৰাজ্যৰ ভিতৰত সদায় ৰাম-ৰাৱণৰ যুদ্ধ চলি আছি দেৱৰায়ে যদিও তেওঁৰ জীয়েকক বাহ্‌মনী ৰাজ্যৰ চুলতানলৈ বিয়া দিছি তথাপি শত্ৰুতাৰ অন্ত নপৰিল।

১৪৮৬ খৃষ্টাব্দত চন্দ্ৰগিৰিৰ শাসনকৰ্ত্তা নৰসিংহই বিজয়নগৰৰ ৰাজ অধিকাৰ কৰে। তেওঁ এজন সুদক্ষ শাসনকৰ্ত্তা আছিল আৰু তামিল ৰা জয় কৰিছিল। বাহ্‌মনী ৰাজ্য ভাগি পাঁচখন সৰু সৰু ৰাজ্যত বিভ হৈছিল যদিও বিজয়নগৰৰ লগত যুদ্ধ চলিয়েই আছিল।

১৫০৫ খৃষ্টাব্দত তুলুববংশীয় নৰস নায়কে এই ৰাজ্যৰ সিংহাসন অধিক কৰি নতুন ৰাজবংশ স্থাপন কৰে। এই বংশৰ শ্ৰেষ্ঠ ৰজা কৃষ্ণদেৱৰায়ে সু ২১ বছৰ কাল ৰাজত্ব কৰে (১৫০৯-১৫৩০ খৃঃ)। এওঁৰ ৰাজত্ব এটি গৌৰৱ যুগ। তেওঁ বাৰে বাৰে বিজাপুৰৰ চুলতানক পৰাস্ত কৰে আৰু আন বিজাপুৰ কিছুদিনৰ কাৰণে নিজ ৰাজ্যৰ চামিলো কৰিছিল। গুলবৰ্গৰ তেওঁ ধ্বংস কৰিলে। যেনেকৈ বিদ্যাত, তেনেকৈ শান্তি স্থাপনতো কৃষ্ণদেৱৰ অদ্বিতীয় পুৰুষ আছিল। হিন্দু-মুছলমানৰ পৰস্পৰ বিদ্বেষ আৰু নিষ্ঠুৰতা যুগৰ ধৰ্ম্ম সেই দিনতো তেওঁ তেওঁৰ উদাৰতাৰ কাৰণে বিখ্যাত আছিল বিজিত শত্ৰুৰ প্ৰতিও তেওঁ সদয় ব্যৱহাৰ কৰিছিল। শিক্ষা, ধৰ্ম্ম আ বদান্যতাৰ উপাসক বুলি তেওঁৰ খ্যাতি আছিল। তেওঁৰ ৰাজ্যৰ ভিতৰ মাদ্ৰাজ, মহীশূৰ আৰু দাঁতি-কাষৰীয়া কেইবাখনো ৰাজ্য পৰিছিল।

কৃষ্ণদেৱৰায়ৰ উত্তৰাধিকাৰীসকল দুৰ্ব্বল আৰু কুচক্ৰী আছিল। সদাশিৱ ৰায়ৰ দিনত বিজাপুৰ, আহমদনগৰ, গোলকুণ্ডা আৰু বিদৰ ৰাজ্যৰ সম্মিলি সৈন্যদল কৃষ্ণানৈৰ উত্তৰে **তালিকোট** নামে ঠাইৰ প্ৰায় ত্ৰিশ মাইল দূৰ শিবিৰ স্থাপন কৰি ৰ'ল (১৫৬৫ খৃঃ)। সদাশিৱ ৰাওৰ মন্ত্ৰী 'ৰামৰাজা'ই যুদ্ধ জয়লাভ অনিবাৰ্য্য বুলি ভাবি বিজয়নগৰৰ সকলোখিনি সৈন্যদল লৈ মুছলমা সৈন্যৰ সন্মুখীন হ'ল। প্ৰথমে যুদ্ধৰ গতি হিন্দুসকলৰ অনুকূল হলেও যুদ্ধ



ৰামৰাজা নিহত হ'ল আৰু প্ৰায় এক লাখ হিন্দুসৈন্য মৃত্যুৰ মুখত পৰে। সৈন্যৰ তেজেৰে কৃষ্ণা নৈয়ে বৰণ সলালে। পাশৱিক বৰ্ব্বৰতাৰে বিজয়নগৰৰ অপূৰ্ব্ব সৌন্দৰ্য্য আৰু সৌষ্ঠৱ ধ্বংস কৰা হ'ল। ইয়াৰ পিচত, ১৫৭০ খৃষ্টাব্দত ৰামৰাজাৰ ভায়েক চন্দ্ৰগিৰিত ৰাজধানী পাতি এটি নতুন ৰাজবংশ স্থাপন কৰিছিল; কিন্তু বিজয়নগৰৰ গৌৰৱ চিৰদিনলৈকে লুপ্ত হৈছিল, তাক পুনৰ প্ৰতিষ্ঠা কৰা অসম্ভৱ হ'ল।

**বিদেশী ভ্ৰমণকাৰীৰ বিৱৰণ**—বিদেশী ভ্ৰমণকাৰীসকলৰ বিৱৰণৰ পৰা বিজয়নগৰৰ অনেক কথা জানিব পাৰি। তেওঁলোকে এই ৰাজ্যৰ ৰাজধানী নগৰৰ অপূৰ্ব্ব আড়ম্বৰ আৰু ৰজাৰ ক্ষমতা দেখি বিস্ময় মানিছিল। ইটালীৰ পৰ্য্যটক নিকোলো কন্টিয়ে (Nikolo Conti—১৪২০ খৃঃ বিজয়নগৰত ভ্ৰমণ) লিখিছিল যে ৰাজধানীৰ পৰিধি প্ৰায় ষাঠি মাইল আছিল আৰু ইয়াৰ ৰজা ভাৰতবৰ্ষৰ ভিতৰত আটাইতকৈ শক্তিমন্ত আছিল। অন্যান্য ভ্ৰমণকাৰীয়ে এই নগৰৰ অগণন মন্দিৰ, প্ৰাসাদ আৰু দুৰ্গৰ কথা উল্লেখ কৰিছে। ইয়াৰ ৰজা শিক্ষা আৰু শিল্পৰ অনুৰাগীও আছিল। বেদৰ টীকাকাৰ সায়নাচাৰ্য্য আৰু মাধৱাচাৰ্য্যই চতুৰ্দ্দশ শতিকাত এই নগৰতে বেদৰ টীকা ৰচনা কৰিছিল।

**সেনবংশৰ পৰা মোগলৰ বিজয়লৈকে বঙ্গদেশ**—দ্বাদশ শতাব্দীৰ শেষ ভাগত মুছলমানসকলে সেনবংশৰ ৰাজত্ব ধ্বংস কৰি বঙ্গদেশত নিজ প্ৰাধান্য স্থাপন কৰে। বঙ্গদেশ স্বাধীন বুলি ঘোষণা কৰাত ইয়াৰ শাসনকৰ্ত্তা-সকল দিল্লীৰ চুলতানসকলৰ লগত অনেক বাৰ যুদ্ধত লিপ্ত হৈছিল।

তুঘ্ৰিল খাঁ বিদ্ৰোহী হ'লত গিয়াচউদ্দিন বলবনে তেওঁক দমন কৰি নিজৰ ল'ৰা বুঘ্ৰা খাঁক বঙ্গদেশৰ শাসনকৰ্ত্তা পাতে। তেওঁ পোনতে উত্তৰ আৰু পশ্চিম বঙ্গ মাথোন শাসন কৰিছিল কিন্তু বুঘ্ৰা খাঁৰ দুই পুতেকে পূব আৰু দক্ষিণ বঙ্গৰ পৰাও সেনবংশৰ ৰাজত্ব লোপ কৰে। গিয়াচউদ্দিন টোগলকে (১৩২৪ খৃঃ) দিল্লী সাম্রাজ্য পুনৰ্গঠন কৰালৈকে বঙ্গদেশ এই বংশৰ হাতত্তেই থাকে।

মহম্মদ টোগলকৰ দিনতে বঙ্গদেশ আকৌ বিদ্রোহী হয়। অৱশেষত ১৩৫২ খৃষ্টাব্দত ছামচুদ্দিন ইলিয়াচ্‌ ছাহে গোটেই বঙ্গদেশত নিজৰ শাসন দৃঢ়ভাবে স্থাপন কৰে। তেওঁ এজন পৰাক্রমী শাসনকর্ত্তা আছিল ; তেওঁ উৰিষ্যা আৰু উত্তৰ বিহাৰৰ পৰা কৰ আদায় কৰিছিল আৰু বেনাৰচলৈকে নিজৰ আধিপত্য মানি লোৱাইছিল। ফিৰোজ টোগলকে দুবাৰ চেষ্টা কৰিও বঙ্গদেশ জয় কৰিব নোৱাৰিলে। এই বংশই ১৪১৪ খৃষ্টাব্দলৈকে বঙ্গদেশ শাসন কৰিছিল।

তাৰ পাচত গণেশ নামে ব্রাহ্মণ জমিদাৰে বঙ্গদেশ শাসন কৰে ; সম্ভবতঃ তেওঁৰ আন এটি নাম আছিল দনুজমৰ্দ্দনদেৱ। গণেশৰ পুতেকে ইছ্‌লাম ধৰ্ম্ম গ্রহণ কৰে আৰু আলাউদ্দিন মহম্মদ ছাহ নাম লৈ ৰাজপাটত উঠে। তেওঁৰ পুতেক আহম্মদ ছাহ্‌। মুছলমান ডাঙৰীয়াসকলে আহম্মদ ছাহক হত্যা কৰি ইলিয়াচ ছাহৰ বংশধৰ এজনক ৰজা পাতে (১৪৪২ খৃঃ)। তেওঁৰ পাচত চাৰিজন বংশধৰে শাসন কৰিলত ১৪৮৬ খৃষ্টাব্দত বঙ্গদেশৰ শাসনভাৰ আবিছিনীয় মন্ত্রী এজনে গ্রহণ কৰে। ১৪৯৩ খৃষ্টাব্দত হিন্দু আৰু মুছলমান ডাঙৰীয়াসকলে আলাউদ্দিন হুচেন ছাহক ৰজা পাতে। তেওঁ বিহাৰ, ত্রিপুৰা জয় কৰে আৰু উৰিষ্যা আৰু অসম আক্রমণ কৰে। এওঁৰ পিচত পুতেক নচৰৎ ছাহ ৰজা হয় (১৫১৮ খৃঃ)। ইব্রাহিম লোদিৰ ভায়েকেৰে সৈতে সম্মিলিত হৈ নচৰতে বাবৰক আক্রমণ কৰে আৰু তেওঁৰ লগত সন্মানজনক চৰ্ত্তত সন্ধি কৰে।

### প্রশ্নমালা

১। তলত নাম দিয়া মধ্যযুগৰ ৰাজ্য কেইখনৰ বিষয়ে টোকা লিখা :— (ক) মালৱা, (খ) গুজৰাট, (গ) উৰিষ্যা, (ঘ) মেৱাৰ, (ঙ) জৌনপুৰ, (চ) অসম, (ছ) বাহ্‌মনী ৰাজ্য, (জ) বিজয়নগৰ ৰাজ্য, (ঝ) বঙ্গদেশ।

[1. Write short notes on the following :—(a) Malwa, (b) Gujarat, (c) Orissa, (d) Mewar, (e) Jaunpur, (f) Assam (g) Bahmani Kingdom, (h) Bijaynagar Kingdom and (i) Bengal.]

---

## পঞ্চম অধ্যায়

# আকবৰৰ দিনলৈকে ধৰ্ম্মসংস্কাৰকসকল।

**ধৰ্ম্মসংস্কাৰকসকল**—দিল্লীৰ চুলতান সকলৰ ৰাজত্বত ভাৰততো ইছ্‌লাম ধৰ্ম্মৰ প্রচাৰ আৰু প্রসাৰ হবলৈ ধৰিলে। ইছ্‌লাম ধৰ্ম্ম-মতে ঈশ্বৰ এক আৰু অদ্বিতীয় আৰু ইয়াৰ মতে জাতিভেদ নাই আৰু মূৰ্ত্তিপূজা নিষিদ্ধ। নিম্ন-জাতীয় অনেক হিন্দুৱে জিজিয়া কৰৰ পৰা হাত সাৰিবলৈ বা হিন্দু সমাজৰ অত্যাচাৰৰ পৰা মুক্তি পাবলৈ ইছ্‌লাম ধৰ্ম্ম গ্রহণ কৰিবলৈ ধৰিলে।


কবীৰ।


নানক।

ঠিক এই সন্ধিক্ষণত কেইবাজনো হিন্দুধৰ্ম্ম সংস্কাৰকৰ জন্ম হয়। তেওঁলোকৰ প্রধান উদ্দেশ্য আছিল ইছ্‌লামৰ হাতৰ পৰা হিন্দু ধৰ্ম্ম ৰক্ষা কৰা।

হিন্দুধৰ্ম্মৰ ভিতৰত যি দোষ-খুঁত সোমাইছিল, তাক তেওঁলোকে আঁতৰ কৰিবলৈ চেষ্টা কৰিছিল। এই সকল মহাপুৰুষৰ ভিতৰত ৰামানুজৰ শিষ্য ৰামানন্দ প্ৰধান। চতুৰ্দ্দশ শতিকাত এওঁৰো অভ্যুদয় হয়; এওঁ দাক্ষিণাত্যৰ লোক আছিল। বৈষ্ণৱ ধৰ্ম্মৰ জন্মদাতা ৰামানুজৰ দীক্ষা পদ্ধতিয়েই এওঁৰে প্ৰচাৰৰ মূলভেটি আছিল। এওঁৰ প্ৰধান শিষ্য আছিল কবীৰ। কবীৰ এজন মুছলমান তাঁতী আছিল; এওঁ মূৰ্ত্তিপূজা আৰু জাতিভেদ প্ৰথাৰ বিৰুদ্ধে ঘোৰতৰ যুদ্ধ কৰে। হিন্দু-মুছলমান উভয় ধৰ্ম্মৰে মানুহৰ মনত কবীৰৰ উপদেশ-বাণীবোৰ বৰ ভাল লাগিছিল আৰু দুয়ো ধৰ্ম্মৰে অনেক লোকে তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। পোন্ধৰ শতিকাত শিখ সম্প্ৰদায়ৰ জন্মদাতা নানকে প্ৰায় কবীৰৰ উপদেশ অনুসাৰেই ধৰ্ম্মমত প্ৰচাৰ কৰিছিল।

এই সময়তে অসমত এজন বৈষ্ণৱ প্ৰচাৰকৰ আবিৰ্ভাৱ হয়। তেওঁৰ নাম **শ্ৰীশঙ্কৰদেৱ** (১৪৪৯-১৫৬৯ খৃঃ)। এওঁ কোনো নতুন ধৰ্ম্ম প্ৰচাৰ কৰা নাছিল; মাথোন ভাগৱত পুৰাণৰ বৈষ্ণৱ ধৰ্ম্মকেই তেওঁ সঞ্জীৱিত কৰি তুলিছিল। সেয়ে তেওঁৰ ধৰ্ম্মক ভাগৱতী ধৰ্ম্মও বোলা হয়। এওঁ সকলো জাতিৰ, আনকি পৰ্ব্বতীয়া জাতিৰ লোকৰ মাজতো নিজ ধৰ্ম্মমত প্ৰচাৰ কৰিছিল। শঙ্কৰদেৱে এক শ্ৰীকৃষ্ণৰ সেৱা মাথোন মানিছিল, তেওঁৰ ধৰ্ম্মত ৰাধাৰ কল্পনা নাই। ধৰ্ম্ম প্ৰচাৰৰ লগে লগে তেওঁ নাটক, কাব্য, কবিতা আদি নানা গ্ৰন্থ ৰচনা কৰি তাৰ মাজেদি ধৰ্ম্মমত বিলাইছিল। তেওঁৰ প্ৰধান শিষ্য আছিল শ্ৰীমাধৱদেৱ। বঙ্গদেশত এই শতিকাতেই বৈষ্ণৱ ধৰ্ম্মপ্ৰচাৰক **শ্ৰীচৈতন্যদেৱৰ** আবিৰ্ভাৱ হয় (১৪৮৬-১৫৩৪ খৃঃ)। তেওঁ ভক্তি পন্থাৰ প্ৰধান কৰ্ণধাৰ আছিল আৰু এক কৰুণাময় ঈশ্বৰৰ অস্তিত্ব মাথোন বিশ্বাস কৰিছিল। বদান্যতা আৰু আত্মোৎসৰ্গৰ শিক্ষাৰ বাবেই তেওঁ গোটেই জীৱন উছৰ্গা কৰিছিল। শঙ্কৰদেৱৰ দৰে এৱোঁ বলিদান আৰু প্ৰাণী হিংসা সৰ্ব্বতোভাৱে পৰিত্যাগ কৰিবলৈ শিষ্যসকলক উপদেশ দিছিল।



## এই যুগৰ সভ্যতা

**উৰ্দ্দু**—হিন্দু আৰু মুছলমানসকলৰ ঘনিষ্ঠতাৰ ফলত এটি উমৈহতীয়া ভাষাৰ প্ৰয়োজন হৈছিল। মুছলমানসকলে তুৰ্কী বা পাৰ্চী আৰু উত্তৰ ভাৰতৰ লোকে হিন্দী ভাষা কৈছিল। এই দুই দেশীয় ভাষাৰ সজ্মৰ্ষতেই উৰ্দ্দু ভাষাৰ উৎপত্তি হয়। কালক্ৰমত এই নতুন ভাষাই ভাৰতীয় মুছলমানৰ ভাষা হয় গৈ আৰু লগে লগে এটি নতুন সাহিত্যও গঢ়ি উঠে।

**সাহিত্য**—পাৰ্চী সাহিত্যই দিল্লীৰ চুলতানসকলৰ পৰা যথেষ্ট পৃষ্ঠপোষকতা লাভ কৰে। কেইবাজনো চুলতানে আৰবী আৰু পাৰ্চী সাহিত্যৰ ৰস উপভোগ কৰিছিল আৰু তেওঁলোকৰ ৰাজসভাত বিদ্বান লোকক আদৰেৰে ঠাই দিয়া হৈছিল। বিখ্যাত কবি আমীৰ খশ্ৰুৱে গিয়াচউদ্দিন বল্‌বন আৰু আলাউদ্দিনৰ ৰাজসভা অলঙ্কৃত কৰিছিল। অসংখ্য ঐতিহাসিকৰ জন্মও এই যুগতেই হয়; সৰ্ব্বপ্ৰধান বুৰঞ্জী লিখক আছিল মিনহাজ্-ই-চিৰাজ। তেওঁৰ পৃষ্ঠপোষক আছিল চুলতান নাচিৰউদ্দিন। ফিৰোজ টোগলকৰ আমোলত জিয়া-উদ্দিন বোৰানীয়ে খিলজী আৰু টোগলক বংশৰ ইতিহাস ৰচনা কৰে।

**শিল্প-ভাস্কৰ্য্য**—পাঠান চুলতানসকলৰ শিল্পকলা আৰু ভাস্কৰ্য্য আদিৰ সুন্দৰ ৰুচিৰ প্ৰমাণ পোৱা যায়। তেওঁলোকে হিন্দু কাৰিকৰসকলক মুছলমান শিল্পৰ আৰ্হিৰে অট্টালিকা আদি নিৰ্ম্মাণ কৰিবলৈ দিলত হিন্দু আৰু মুছলমান শিল্পকলাৰ এটি সুন্দৰ সমন্বয় হ'ল। কুতুবমিনাৰ, ইলতুৎমিচ আৰু টোগলক্ ছাহৰ কবৰ আৰু জৌনপুৰৰ মচজিদ্ সমূহ আৰু আন আন অসংখ্য অট্টালিকাৰ নিৰ্ম্মাণ কৌশলৰ পৰাই এই সময়ৰ শিল্পোন্নতিৰ আভাস পোৱা যায়।

**দুই সভ্যতাৰ পাৰস্পৰিক প্ৰভাৱ**—দিল্লীত স্থায়ীভাৱে মুছলমানৰ শাসন স্থাপিত হোৱাত ভাৰতীয় অধিবাসীৰ ধৰ্ম্ম আৰু সমাজ বিষয়ত অনেক

গৰমিল হ'ল। মধ্য এচিয়াৰ পৰা আহি ভাৰতকে মাতৃভূমি বুলি আঁকোৱালি ধৰিলত তেওঁলোকে হিন্দুসকলৰ লগত বহুপৰিমাণে ঘনিষ্ঠতা ৰক্ষা কৰিব লগা হ'ল। সেই কাৰণে দুয়ো ধৰ্ম্মৰ মানুহেই আচাৰ ব্যৱহাৰ আৰু ভাষাত পৰস্পৰে প্ৰভাৱান্বিত হ'ল।

### প্ৰশ্নমালা

চমু টোকা দিয়া :—

(ক) কবীৰ, (খ) গুৰু নানক, (গ) ৰামানন্দ, (ঘ) শ্ৰীশঙ্কৰদেৱ (ঙ) শ্ৰীচৈতন্যদেৱ, (চ) মধ্যযুগৰ ভাৰতীয় সভ্যতা।

( Write short notes on —(a) Kabir, (b) Guru Nanak (c) Ramananda, (d) Sri Sankardeva, (e) Sri Chaitanyadeva and (f) Civilization in medieval India. )

———

## ষষ্ঠ অধ্যায়

# ভাৰতত সাম্ৰাজ্য স্থাপনৰ কাৰণে আফগান-মোগলৰ প্ৰতিযোগিতা।

**বাবৰ**—( ল'ৰাকাল )—বাবৰৰ ( জেহিৰউদ্দিন মহম্মদ ) বাপেক, ভাৰত আক্ৰমণকাৰী টাইমুৰৰ বংশধৰ আৰু মাক, চেঙ্গিজ খাঁৰ বংশৰ জীয়াৰী আছিল। তেওঁৰ বাপেক ফাৰঘানাৰ ( তুৰ্কিস্থানত ) ৰজা আছিল আৰু বাপেকৰ মৃত্যুৰ পিচত বাবৰে ১১ বছৰ বয়সত সিংহাসনত উঠে। ডেকা কালত তেওঁ এনে অনেক দুৰ্ঘটনাৰ মাজেদি জীৱন অতিবাহিত কৰিছিল—যাক শুনিলে গাৰ নোম শিয়ঁৰি উঠে। পৈতৃক সিংহাসন তেওঁ বেছিদিন উপভোগ কৰিব নাপালে। 'ডবা খেলৰ ৰজাৰ দৰে তেওঁ এঠাইৰ পৰা আন ঠাইলৈ লৰি ফুৰিছিল আৰু সাগৰৰ পাৰৰ শিলগুটিৰ দৰে বাৰে বাৰে স্থানান্তৰিত হৈছিল।' টাইমুৰৰ সাম্ৰাজ্যৰ ৰাজধানী 'চমৰখন্দ' অধিকাৰ কৰাটো তেওঁৰ এটি আকাঙ্ক্ষা আছিল, পিচে দুইবাৰ অধিকাৰ কৰিও তেওঁ সেই ঠাই নিজৰ হাতত ৰাখিব নোৱাৰিলে। পিতৃৰাজ্য উদ্ধাৰ কৰিবলৈ বাবৰে অশেষ চেষ্টা কৰিছিল কিন্তু সফল হব নোৱাৰি কাবুললৈ আহে আৰু পোনতে তাতে এখন সৰু ৰাজ্য গঠন কৰে ( ১৫০৪ খৃঃ )। ভাৰত আক্ৰমণৰ আগেয়ে তেওঁ কাবুলত প্ৰায় কুৰি বছৰ আছিল।



বাবৰ।

**ভাৰতত সাম্ৰাজ্য স্থাপন**—কাবুলত থাকোঁতেই বাবৰে অনেক বাৰ ভাৰত আক্ৰমণ কৰিছিল (১৫০৫-১৫১৯ খৃঃ); কিন্তু কোনোবাৰেই তেওঁ ভাৰতত মোগল সাম্ৰাজ্যৰ ভেটি স্থাপন কৰিব পৰা নাছিল। ১৫২৪ খৃষ্টাব্দত দৌলত খাঁ লোদি আৰু আলম খাঁৰ নিমন্ত্ৰণ পাই বাবৰৰ প্ৰাণ আনন্দত নাচি উঠিল। ১৫২৬ খৃষ্টাব্দৰ পানিপথৰ যুদ্ধত বাবৰে ইব্ৰাহিম লোদিক পৰাস্ত কৰি দিল্লী অধিকাৰ কৰে (লোদিবংশৰ বিবৰণ চোৱা)।

ইয়াৰ পিচ বছৰত (১৫২৭ খৃঃ) মেৱাৰৰ ৰজা ৰাণা সংগ্ৰামসিংহৰ লগত ফতেপুৰ চিকৰিৰ ওচৰত খানুৱা নামে ঠাইত বাবৰৰ যুদ্ধ হয়; সুদক্ষ সৈন্য পৰিচালনা, আৰু বন্দুক আৰু কামানৰ সহায়ত বাবৰে জয় লাভ কৰে আৰু হিন্দু সাম্ৰাজ্য গঠনৰ সঙ্কল্প ৰাজপুতসকলৰ মনৰ পৰা চিৰদিনলৈ অন্তৰ্হিত হয় (৪ৰ্থ অধ্যায়ত মেৱাৰ ৰাজ্যৰ ইতিহাস চোৱা)।

ৰাজপুতসকলৰ শ্ৰেষ্ঠ বীৰৰ দৰ্পচূৰ্ণ হ'লত বাবৰে বঙ্গদেশ আৰু বিহাৰৰ বিদ্ৰোহী আফগান ডাঙৰীয়াসকলক দমন কৰিবলৈ স্থিৰ কৰিলে। ইব্ৰাহিম লোদিৰ সম্বন্ধীয় ভায়েক এজনৰ তলত এওঁলোকে আফগানসকলৰ আধিপত্য ফিৰাই আনিবৰ চেষ্টা কৰিছিল। পাটনাৰ ওচৰত ঘোগ্ৰানদীৰ পাৰত আফগানসকলৰ লগত বাবৰে যুদ্ধ কৰিব লগা হয় আৰু ফলত আফগান শক্তি খৰ্ব্ব হয় (১৫২৯ খৃঃ); ইয়াৰ পাচত বাবৰে বঙ্গৰ নবাৰ নচৰৎ ছাহক তেওঁৰ লগত সন্ধি-সূত্ৰত আবদ্ধ হবলৈ বাধ্য কৰায়। সেই একে বছৰতে বস্তাৰৰ দুৰ্গও বাবৰৰ হস্তগত হয়। পানিপথ, ফতেপুৰ চিকৰি আৰু ঘোগ্ৰাৰ যুদ্ধত জিকি বাবৰে প্ৰায় সমগ্ৰ উত্তৰ ভাৰতত নিজৰ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে। ইয়াৰ এবছৰ পিচত (১৫৩০ খৃঃ) বাবৰৰ মৃত্যু হয়।

**বাবৰৰ চৰিত্ৰ**—অতি কম সময়ৰ ভিতৰতে বাবৰে যিদৰে ভাৰতত প্ৰকাণ্ড সাম্ৰাজ্যৰ ভেটি স্থাপন কৰিলে সি সঁচাকৈ তেওঁৰ অসামান্য সৈনিকী প্ৰতিভাৰ পৰিচায়ক। শিশুকালৰ পৰাই যুদ্ধ-ক্ষেত্ৰৰ মাজতেই ডাঙৰ দীঘল হৈ অদ্বিতীয় সেনাপতিত্বৰ পৰিচয় দি আৰু লগতে ভদ্ৰতা আৰু মাৰ্জ্জিত ৰুচিৰ



অধিকাৰী হৈ বাবৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। পাৰ্চী ভাষাত তেওঁ অতি ওখ খাপৰ কবিতা ৰচিব পাৰিছিল আৰু তুৰ্কী ভাষাত তেওঁৰ লিখাৰ ধৰণ আছিল বিশুদ্ধ আৰু নিভাঁজ। সময়ত পিতৃ-পিতামহসকলৰ দৰে বৰ্ব্বৰতা আচৰণ কৰিলেও অকাৰণত ৰক্তপাত কৰি গৰ্ব্ব অনুভৱ কৰা বিধৰ মানুহ তেওঁ নাছিল।

বাবৰ মদপী আছিল কিন্তু তেওঁ নিচাখোৰ নাছিল আৰু আৱশ্যক হলে মদৰ বোটল দলিয়াই মুহূৰ্ত্ততে বীৰৰ বেশ ধাৰণ কৰিব পাৰিছিল। গোটেই জীৱন জুৰি তেওঁ ৰভিয়াল আৰু ভোলানাথ (frank) পুৰুষ আছিল আৰু বদান্যতা তেওঁৰ জীৱনৰ এটি বিশেষ গুণ আছিল। নিষ্পেষণ নীতিৰ একান্ত সমৰ্থক আছিল বুলিও, মানুহৰ যন্ত্ৰণাৰ কথা শুনিলে পশুবৃত্তি ঠেলি দিয়া আৰু কৰুণাৰে বাবৰৰ হৃদয় আপ্লুত হৈ উঠিছিল।

বাবৰে ভাৰতত স্থায়ী সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা নাছিল সঁচা, কিন্তু তেওঁ সেই সাম্ৰাজ্যৰ ভেটি গঢ়ি থৈ গৈছিল। একেটি জীৱনতে অ'তবোৰ বিঘিনি পাৰ হৈ মাথোন সাহস, সৈন্য পৰিচালনা আৰু সঙ্ঘবদ্ধতাৰ দ্বাৰা একে লেথাৰিয়ে দুৰ্দ্দমনীয় অসংখ্য বিৰুদ্ধ শক্তিৰ ধ্বংস সাধন কৰাটো এটি অসাধাৰণ প্ৰতিভাৰ পৰিচায়ক নহয় নে? একাধাৰে সৈনিকৰ, শাসকৰ আৰু কবিত্বৰ প্ৰতিভা পৃথিৱীৰ কেইজন ৰজাৰ আছিল? তুৰ্কী ভাষাত লিখা আত্মজীৱনীত বাবৰে নিজৰ সকলো দোষ-গুণ স্বীকাৰ কৰি গৈছে। তাৰ ওপৰত কোনো মন্তব্যৰ প্ৰয়োজন নাই বুলিলেই হয়।

**হুমায়ুন**—বাবৰে চাৰিজন পুতেক এৰি থৈ যায়—হুমায়ুন, কামৰাণ, হিন্দল আৰু আস্কৰি। বাপেকৰ মৃত্যুৰ পাচত বৰপুতেক হুমায়ুনে পিতৃ-সিংহাসন অধিকাৰ কৰে। কামৰাণে, কাবুল আৰু কান্দাহাৰ শাসন কৰিছিল, হিন্দলে চম্বল আৰু আস্কৰিয়ে মেৱাট ৰাজ্যৰ শাসনকাৰ্য্য চলাইছিল।

**হুমায়ুনৰ জীৱনৰ বিফলতাৰ কাহিনী**—বাবৰে হিন্দুস্থান জয় কৰি

তাত নিজৰ প্ৰভুত্ব দৃঢ়ভাবে স্থাপন কৰিবলৈ সময় নাপালে ; সেয়ে হুমা



হুমায়ুন।

ৰাজপাটত উঠিয়েই দেখিলে চা
ফালে বিদ্ৰোহৰ সূত্ৰপাত ; বঙ্গ
বিহাৰৰ আফগান ডাঙৰীয়াস
দিল্লীৰ অধীনতা জেঁাকাৰি পেলা
গুজৰাটৰ ৰজা বাহাদুৰ ছাহে ৰাজ
ক্ষমতাৰ ওপৰত আধিপত্য স্থ
কৰি আগ্ৰালৈ উজাই আহিল ; উ
পশ্চিমফালে সম্ৰাটৰ ভায়েক কাম
কাবুল আৰু কান্দাহাৰৰ উপ
পঞ্জাৱ অধিকাৰ কৰি, হুমায়ুনৰ
আৰু সৈন্য সংগ্ৰহৰ বাটত
বান্ধিলে। বাপেকৰ উপদেশ
হুমায়ুনে শত অপৰাধ স
ভায়েকইঁতক সদায় ক্ষমা কৰি
আৰু তেওঁলোকেও ককায়েকৰ
উদাৰতাৰ বেছ সুযোগ লৈছিল।

(১) লোদি বংশৰ বংশধৰ এজনৰ তলত আফগান ডাঙৰীয়াস
সমবেত হৈ হুমায়ুনৰ আধিপত্য অস্বীকাৰ কৰিছিল ; হুমায়ুনে তেওঁলো
লক্ষ্ণৌৰ ওচৰত এখন যুদ্ধত পৰাস্ত কৰিলে। তাৰ পাচত ছেৰ খাঁ নামে এ
আফগান বীৰৰ তলত থকা চুনাৰ দুৰ্গ হুমায়ুনে আক্ৰমণ কৰি অধিৰ
কৰিলে, কিন্তু তেওঁৰ বশ্যতা স্বীকাৰ কৰিলত হুমায়ুনে আকৌ সেই দু
অধিকাৰ ছেৰ খাঁকে প্ৰত্যৰ্পণ কৰিলে। হুমায়ুনৰ জীৱনত এইটো এ
মাৰাত্মক ভুল ; তেওঁ গাখীৰেৰে কাল সাপ পুহিলে।

(২) গুজৰাটৰ বাহাদুৰ ছাহে আৰম্ভণিৰে পৰা হুমায়ুনৰ বিৰুদ্ধতা আচ



ৰিছিল। তেওঁ হুমায়ুনৰ শত্ৰুৰো আশ্ৰয়দাতা আছিল ; শত্ৰুক হুমায়ুনৰ
তত সমৰ্পণ কৰিবলৈ অস্বীকাৰ কৰিলত, অসীম সাহসেৰে যুঁজ কৰি
য়ুনে বাহাদুৰক কাম্বেলৈকে খেদি দিলে ; চম্পানীৰ দুৰ্গ ভস্মসাৎ হ'ল আৰু
গ্ৰ গুজৰাট সম্ৰাটৰ তললৈ আহিল। ঠিক এই সময়তে পূব ফালে
ৰ খাঁই হুমায়ুনৰ দৃষ্টি আকৰ্ষণ কৰিলে আৰু তেওঁ গুজৰাট এৰি যোৱাৰ
লগেই বাহাদুৰ ছাহে আকৌ নিজ ৰাজ্যৰ গদী অধিকাৰ কৰিলে।

(৩) ছেৰ খাৰ উদ্ধতালিৰ সমুচিত শাস্তি দিবলৈ হুমায়ুন সসৈন্যে
গৰাঢ়ি আহিল ; কিন্তু এইবাৰৰ ছেৰ খাঁ আগৰ ছেৰ খাঁ নহয় ; সুবিধা
ডি টেওৰ আফগানে নিজক অতি শক্তিশালী কৰি তুলিছিল। হুমায়ুন
তিয়া আহি চুনাৰ দুৰ্গত উপস্থিত, ছেৰ খাঁ তেতিয়া বঙ্গদেশৰ ৰাজধানী
ড় অধিকাৰ কৰাত ব্যস্ত। চুনাৰ অধিকাৰ কৰি হুমায়ুন বঙ্গদেশলৈ
গুৰাই আহিল; গৌড় আহি পালত ভীষণ বাৰিষা আৰম্ভ হ'ল আৰু সুদীৰ্ঘ
াহকাল, দিল্লীৰ সম্ৰাট হুমায়ুন কেৱল মজলিচ কৰিয়েই কটাই
লে। ইতিমধ্যে ছেৰ খাঁই চুনাৰ আৰু বেনাৰচ অধিকাৰ কৰি হুমায়ুনৰ
তায়াতৰ বাট বন্ধ কৰি দিলে। ইয়াৰ পাচত ছেৰ ছাহ উপাধি লৈ ছেৰ
ই জৌনপুৰ অৱৰোধ কৰিলে। অৱশেষত হুমায়ুনৰ তন্দ্ৰা ভাগিল আৰু
াৰৰ হাতৰ পৰা অব্যাহতি পোৱা অৱশিষ্ট সৈন্য লৈ তেওঁ ঘৰমুৱা
ল কিন্তু বক্সাৰৰ ওচৰৰ চৌচা নামে ঠাইত ছেৰ ছাহে তেওঁক আগচি
িলে। হুমায়ুন যুদ্ধত হাৰি কোনোমতে নিজৰ প্ৰাণ লৈ আগ্ৰালৈ পলাল
১৫৩৯ খৃঃ) ; আনকি হুমায়ুনৰ প্ৰধান মহিষীও শত্ৰুৰ হাতত বন্দিনী হ'ল।
ইটো স্বীকাৰ কৰিব লাগিব যে ছেৰ ছাহে বেগমক অতি সন্মানেৰে অভ্যৰ্থনা
ৰিছিল আৰু নিজৰ মানুহৰ দ্বাৰা হুমায়ুনৰ ওচৰলৈ পঠিয়াই দিছিল।
য়াৰ পিচ বছৰ (১৫৪০ খৃঃ) হুমায়ুনে কনৌজৰ ওচৰত আকৌ ছেৰ ছাহৰ
ন্যৰ সন্মুখীন হৈছিল কিন্তু নিজৰ সকলো সৈন্য ক্ষয় কৰি অৱশেষত হিন্দুস্থান
াগ কৰিবলগীয়া অৱস্থা হ'ল।

নিৰুপায় হৈ হুমায়ুনে ভায়েক কামৰাণৰ শৰণাগত হ'ল ; কিন্তু বি
গুৰুত্ব বুজি পঞ্জাৱ এৰি দি কামৰাণে ছেৰ ছাহৰ লগত সন্ধি কৰিলে। হ
হৈ হুমায়ুনে মাৰৱাৰৰ ৰজা মালদেৱৰ সহায় ভিক্ষা কৰিলে
তাতো নিৰাশ হ'ল। অৱশেষত অমৰকোটৰ ৰজাই তেওঁক অতি আদ
অভ্যৰ্থনা জনালে আৰু তেওঁৰ সহায়ত হুমায়ুনে সিন্ধুপ্ৰদেশ জয় ক
চেষ্টা কৰিলে কিন্তু কিবা কথাত মতান্তৰ হোৱাত ৰজাই তেওঁৰ স
বন্ধ কৰি দিলে। অমৰকোট দুৰ্গতে হিন্দু ৰজাৰ আশ্ৰয়ত হুমায়ুনৰ এটি
জন্মে, যি ভৱিষ্যতত পৃথিৱীৰ শ্ৰেষ্ঠ নৰপতিসকলৰ এজন বুলি পৰিচয় দি
বিপদৰ ধুমুহাৰ মাজত এইদৰে মহামতি আকবৰৰ জন্ম হয় (১৫৪২ খৃঃ)

অমৰকোটৰ পৰা হুমায়ুন প্ৰথমে কান্দাহাৰ আৰু পিচত পাৰ
যায় ; পাৰস্যৰ ৰজাৰ পৰা সৈন্যবল লাভ কৰি আকৌ ভাৰত বিজয় আৰ
কৰি অগ্ৰসৰ হয়। প্ৰথমে তেওঁ কামৰাণৰ পৰা কাবুল আৰু কান্দ
দখল কৰে আৰু আকবৰক (ইমান দিন কামৰাণে যাক আটক কৰি থৈছি
তেওঁৰ হাতৰ পৰা উদ্ধাৰ কৰে। বেইৰাম খাঁ নামে এজন কা
কৰ্ম্মচাৰী হুমায়ুনৰ সহায় আছিল। আনহাতে ভাৰতৰ ৰাজনৈ
অৱস্থাও তেওঁৰ অনুকূল হৈ উঠিছিল। তেওঁৰ প্ৰতিপদতে বাধা দি
শঠতাৰ চূড়ামণি ছেৰ ছাহ আৰু জীয়াই নাছিল ; তেওঁৰ শিশুপুত্ৰ ইছ
ছাহ অকালতে মৃত্যুৰ মুখত পৰে আৰু ছেৰ ছাহৰ সিংহাসনৰ কাৰণে অ
আফগান সৈন্যদলৰ খোৱা-কামোৰা লাগে। হুমায়ুনে শূৰ বংশীয় ছেকে
আফগান সৈন্যদলক পৰাস্ত কৰি আগ্ৰা আৰু দিল্লী অধিকাৰ কৰে (১
খৃঃ)। এই জয়লাভৰ ফল উপভোগ কৰিবলৈ হুমায়ুন বেছি দিনলৈ জী
নাথাকিল। সাত মাহ পাচতে, দিল্লীৰ লাইব্ৰেৰীৰ খটখটীৰ পৰা পি
পৰি তেওঁৰ আকস্মিক মৃত্যু হয় (১৫৫৬ খৃঃ)

**হুমায়ুনৰ চৰিত্ৰ**—হুমায়ুন এজন সাহসী বীৰ আৰু যোদ্ধা, দানী
আৰু সুৰুচি সম্পন্ন পুৰুষ আছিল, কিন্তু মনৰ দৃঢ়তাৰ অভাৱত স



ইচাপে তেওঁ অকৃতকাৰ্য্য হৈছিল। বাপেকৰ দৰে তেওঁৰ প্ৰত্যুৎপন্নমতি আৰু সংগঠন-শক্তি নাছিল ; এখন বা দুখন যুদ্ধ বীৰ-বিক্ৰমেৰে যুঁজি তেওঁ শক্তি আৰু উৎসাহৰ অভাৱ অনুভৱ কৰিছিল আৰু সেয়ে চাৰিওফালৰ পৰা বিপদে সুবি দি ধৰাত তেওঁ বাহিৰ ওলাবলৈ বাট বিচাৰি নোপোৱা হ'ল। তেওঁৰ বীৰ আৰু মগজুৰ শক্তি অনেক পৰিমাণে খৰ্ব্ব কৰিছিল 'কানি' আৰু 'মদে'।

বঙ্গদেশ জয় কৰি ছমাহ সময় অবাবত নকটোৱাহেঁতেন ছেৰ ছাহৰ হাতত তেওঁৰ তেনে দুৰ্দ্দশা নঘটে। কোনো এটা নীতিৰ তলতীয়া হৈ তেওঁ আগৰ পৰা গুৰিলৈ চলিব নোৱাৰিছিল, কাৰণ একেটি কথাতে লাগি থাকিব পৰা অধ্যৱসায় তেওঁৰ নাছিল। ঘৰুৱা জীৱনত তেওঁ অতি ৰঙিয়াল আৰু সদালাপী লোক আছিল।

**ছেৰ ছাহ** (ল'ৰাকাল)—অনেক দুঃখ-কষ্ট আৰু বিপদ-বিঘিনিৰ মাজেদি ছেৰ খাঁৰ শিশু জীৱন অতিবাহিত হৈছিল। ছেৰ খাঁৰ আচল নাম আছিল ফৰিদ ; তেওঁৰ বংশৰ নাম শূৰ-বংশ। বিহাৰৰ চাঁচাৰাম নামে ঠাইৰ জায়গীৰ তেওঁৰ বাপেকৰ আছিল ; কিন্তু মাহী-মাকৰ কেট্-কেটনি সহ্য কৰিব নোৱাৰি ফৰিদে বাপেকৰ ঘৰ পৰিত্যাগ কৰিলে। তেতিয়া তেওঁৰ বয়স প্ৰায় পোন্ধৰ বছৰ। জৌনপুৰলৈ গৈ তেওঁ কিছুদিন সাহিত্য আদি বিষয়ত শিক্ষা লাভ কৰে। অৱশেষত ফৰিদে সৈনিকৰ জীৱন-যাপন কৰে, কেতিয়াবা মোগল আৰু কেতিয়াবা সুবিধা বুজি আফগান সৈন্যশ্ৰেণীভুক্ত হৈ তেওঁ নানা অভিজ্ঞতা লাভ কৰিলে। বাবৰৰ ভাৰত আক্ৰমণৰ সময়ত


ছেৰ ছাহ।

তেওঁ মোগল সৈন্যৰ দলত আছিল কিন্তু অলপ দিন পিচতেই তেওঁ ছেকে
লোদিৰ পুতেক মামুদ লোদিৰ লগ লাগে। চল্ল চাই তেওঁ ৰোটাচ, অ
চুনাৰ দুৰ্গ অধিকাৰ কৰিলে। হুমায়ুনে যেতিয়া মামুদক আক্ৰমণ কৰে,
খাঁই তেতিয়া তেওঁৰ লগ এৰিলে আৰু হুমায়ুনৰ বশ্যতা স্বীকাৰ কৰি চু
দুৰ্গৰ অধিকাৰ ৰক্ষা কৰিলে।

**ছেৰ ছাহৰ যুদ্ধৰ জীৱন**—ছেৰছাহৰ জীৱনৰ উদ্দেশ্য আছিল ভাৰ
আফগান জাতিৰ প্ৰভুত্ব পুনৰ প্ৰতিষ্ঠা কৰা। হুমায়ুন যেতিয়া গুজ
প্ৰদেশত বাহাদুৰ ছাহৰে সৈতে যুঁজত আৱদ্ধ, ছেৰ ছাহে তেতিয়া নিজৰ শ
সঞ্চয় কৰিছিল। গুজৰাটৰ পৰা হুমায়ুনে যেতিয়া চুণাৰ দুৰ্গ অৱৰোধ ক
ছেৰ খাঁই তেতিয়া বঙ্গদেশৰ ৰাজধানী গৌড় অধিকাৰ কৰিছিল; আ
হুমায়ুন যেতিয়া উজাই বঙ্গদেশ পালে; ছেৰ খাঁই পুনৰ চুণাৰ আৰু বেনা
দখল কৰি হুমায়ুন উভতি অহা বাটত খাপ লৈ থাকি বক্সাৰৰ যু
তেওঁক সৰ্ব্বস্বান্ত কৰে (১৫৩৯ খৃঃ)। পিচ বছৰত হুমায়ুন কনৌ
ওচৰত দ্বিতীয় বাৰ ছেৰ ছাহৰ হাতত পৰাস্ত হয় আৰু হিন্দুস্থান ত
কৰে। কামৰাণৰ পৰা ছেৰ ছাহে পঞ্জাৱ লাভ কৰে আৰু শঠতা অ
টেঙৰালিৰ আশ্ৰয় লৈ তেওঁ মালৱাৰ **ৰাইচিন** দুৰ্গ অধিকাৰ কৰে। মাল
ৰজা পুৰাণমলে অতি সাহসেৰে চাৰি মাহ ৰাইচিন দুৰ্গ ৰক্ষা কৰে অ
শেষত ছেৰ ছাহৰ পৰা ল'ৰা-তিৰোতা নিৰাপদে যাব দিয়াৰ প্ৰতিশ্ৰুতি ল
কৰি দুৰ্গ সমৰ্পণ কৰে। কিন্তু ৰাজপুতসকল দুৰ্গৰ বাহিৰ হোৱা মাত্ৰ
আফগান সৈন্যই তেওঁলোকৰ ওপৰত জপিয়াই পৰি সকলোকে নিষ্ঠুৰ ভা
হত্যা কৰে (১৫৪৩ খৃঃ)। ছেৰ ছাহৰ জীৱনত ই এটা মচিব নোৱা
কলঙ্ক। মাৰবাৰ আক্ৰমণ কৰি ছেৰ ছাহ সফল হোৱা বুলি কব নোৱা
যদিও তাৰ ৰজা মালদেৱৰ সৈন্যদল এভাগ সম্পূৰ্ণৰূপে তেওঁৰ হাত
বিধ্বস্ত হয়। পঞ্জাৱৰ শাসনকৰ্ত্তাই সিন্ধু আৰু মূলতান অধিকাৰ ক
আৰু ছেৰ ছাহে নিজে চিতোৰ (মেবাৰ) অধিকাৰ কৰি কালিঞ্জৰ-দু



াক্ৰমণ কৰে (১৫৪৫ খৃঃ) কিন্তু খাৰ বাৰুদত জুই লগাৰ ফলত তাতে
ওঁৰ মৃত্যু হয়।

**ছেৰ ছাহৰ শাসন-প্ৰণালী**—পাঁচবছৰ ৰাজত্ব কালৰ ভিতৰতে ছেৰ
হে শাসন-প্ৰণালীত যি আমুল পৰিবৰ্ত্তন আনিলে সি সঁচাকৈ আশ্চৰ্য্যজনক।
াসন-প্ৰণালীৰ সংগঠন বিষয়ে চেষ্টা কৰা মুছলমান সম্ভৱতঃ তেৱেঁই
থম। তেওঁৰ শাসনবিধি সৰু-বৰ, ধনী-দুখীয়া সকলোলৈকে সমানে কঠোৰ
াছিল। তেওঁ তেওঁৰ বিশাল সাম্ৰাজ্য ৪৭ ভাগত বিভক্ত কৰি প্ৰতি ভাগকে
াৰু কিছুমান পৰগণাত ভাগ কৰিছিল আৰু প্ৰতি পৰগণাতে শাসনৰ
বিধাৰ অৰ্থে উপযুক্ত সংখ্যক কৰ্ম্মচাৰী ৰাখিছিল। কেইখনমান পৰগণা মিলি
কোখন 'চৰকাৰ' গঠিত হৈছিল আৰু প্ৰতি চৰকাৰতে পৰগণা কৰ্ম্মচাৰীৰ
াম পৰিদৰ্শন কৰিবলৈ দুজনকৈ উচ্চ ৰাজবিষয়া নিযুক্ত কৰা হৈছিল।

খেতিয়কৰ সুবিধাৰ অৰ্থে তেওঁ বিশেষ চকু দিছিল আৰু ৰাজ্যৰ সকলো
টি পিয়ল কৰি উৎপন্ন বস্তুৰ এক-তৃতীয়াংশ ৰাজহ নিৰ্দ্ধাৰিত কৰি দিছিল।
বুলতী আৰু পট্টা তেওঁৰেই প্ৰথমে উলিয়ায়।

তেওঁ ৰাজ্যৰ ইমূৰৰ পৰা সিমূৰলৈ ওখ বাট বান্ধি দুয়ো কাষে গছ ৰুই আৰু
াজে মাজে অতিথিশালা স্থাপন কৰি প্ৰজাৰ যাতায়াতৰ যথেষ্ট সুবিধা কৰি
িছিল আৰু ঘোঁৰা আৰু মানুহৰ দ্বাৰা ডাক কঢ়িওৱা প্ৰথা প্ৰৱৰ্ত্তন কৰিছিল।

তেওঁ মুদ্ৰা-সংস্কাৰো কৰিছিল আৰু বিশুদ্ধ ৰূপৰ মুদ্ৰা প্ৰচলন কৰিছিল।
দিল্লীতে তেওঁ এখন নতুন নগৰ স্থাপন কৰে। চাঁচাৰামত ৰচিত সমাধিয়ে
ছেৰ ছাহৰ শিল্প ৰুচিৰ বেচ চিনাকি দিয়ে।

**ছেৰছাহৰ চৰিত্ৰ**—কঠোৰ শাসন আৰু নিয়মানুবৰ্ত্তিতা ছেৰ ছাহে ভাল
পাইছিল। তেওঁৰ শাসন কঠোৰ হলেও প্ৰকৃততে ইয়াৰ উদ্দেশ্য আছিল
প্ৰজাৰ হিতসাধন আৰু তেওঁৰ সেই উদ্দেশ্য সফল হৈছিল। ছেৰ ছাহে
দেশত শান্তি আৰু শৃঙ্খলা ফিৰাই আনিছিল; কৰ্ম্মচাৰীসকলৰ দোষৰ বাবে
সমুচিত শাস্তি দিছিল আৰু সৰু বৰ সকলোকে একে চকুৰে চাইছিল।

খেতিয়কৰ প্ৰতি তেওঁৰ সদায় সদয় দৃষ্টি আছিল আৰু অতি দুখীয়া মানুহ তেওঁ বিনা পইচাতে খোৱাৰ বন্দৱস্ত কৰি দিছিল।

তেওঁ কেৱল ৰাজ্যজয় কৰিয়েই সন্তুষ্ট নাছিল ; বিজিত ৰাজ্যত অ সোনকালে শাসন কাৰ্য্য সংগঠিত কৰি তুলিছিল। হিন্দুৰ প্ৰতি তে কেতিয়াও হিংসাৰ চকুৰে চোৱা নাছিল। ছেৰ ছাহৰ শাসন-প্ৰণালী, ৰা প্ৰণালী আৰু সকলো ধৰ্ম্ম সহন নীতি তেওঁৰ পৰৱৰ্ত্তী সম্ৰাট আকব অনুকৰণৰ বস্তু আছিল।

এইটো ঠিক যে ছেৰ ছাহ সুবিধাবাদী আছিল আৰু আৱশ্যক হ সময়মতে শঠতাৰো সহায় লৈছিল কিন্তু যোদ্ধা আৰু শাসক হিচাপে তেও অকণো খুঁত নাছিল আৰু ৰজাৰ জীৱন যে প্ৰজাৰ সুখৰ কাৰণে নিয়োজি হব লাগে ; সেই মূলনীতি তেওঁ কেতিয়াও পাহৰা নাছিল।

### প্ৰশ্নমালা

১। পাঠানসকলক পৰাস্ত কৰি কেনেকৈ বাবৰে ভাৰতত মোগ সাম্ৰাজ্যৰ ভেটি স্থাপন কৰিছিল। তোমাৰ নিজৰ ভাষাত কোৱা।
( Write in your own language how Babar had establish Moghul Empire in India by defeating the Pathans. )

২। বাবৰৰ চৰিত্ৰ সমালোচনা কৰা।
( Discuss the character of Babar. )

৩। সম্ৰাট হুমায়ুনৰ জীৱনক যে বিফলতাৰ কাহিনী বুলি কোৱা তাৰ কাৰণ কি ?
("Life on the Emperor Humayun is called the life misfortunes." What are the causes ? )

৪। হুমায়ুনৰ চৰিত্ৰ বৰ্ণোৱা।
( Sketch the character of Humayun. )

৫। ছেৰ ছাহৰ চৰিত্ৰ সমালোচনা কৰা।
( Criticise the character of Sher Shah. )

৬। ছেৰ ছাহৰ শাসন-প্ৰণালী জুকিয়াই লিখা।
( Write in short the administration of Sher Shah. )

———

## সপ্তম অধ্যায়

# আকবৰৰ দিনত মোগল সাম্ৰাজ্য।

**আকবৰৰ জীৱনৰ আদি-ছোৱা**—হুমায়ুনৰ যেতিয়া আকস্মিক মৃত্যু হয় আকবৰ তেতিয়া দেউতাকৰ বন্ধু আৰু তেওঁৰ অভিভাৱক বেইৰামৰ লগত পঞ্জাৱৰ সৈন্য শিবিৰত। তেওঁৰ অভিষেক কাৰ্য্য সমাধা হয় ১৫৫৬ খৃঃৰ চৈধ্য ফেব্ৰুৱাৰী তাৰিখে। তেওঁৰ বয়স তেতিয়া চৈধ্য বছৰ পূৰ হোৱাই নাছিল ; বাপেকৰ বিশ্বস্ত কৰ্ম্মচাৰী আৰু সম্বন্ধীয় বেইৰাম খাঁই তেওঁৰ নামত ৰাজকাৰ্য্য চলাবলৈ ধৰিলে।


মহামতি আকবৰ।

**পাণিপথৰ ২য় যুদ্ধ**—হুমায়ুনে মাথোন দিল্লী আৰু আগ্ৰা জয় কৰি থৈ গৈছিল আৰু তাতে তেওঁ শাসন ভালকৈ প্ৰবৰ্ত্তাব পৰা নাছিল। সিংহাসনত শিশু আকবৰক দেখি চাৰিওফালৰ পৰা শত্ৰু মূৰ দাঙি উঠিল। আটাইতকৈ পৰাক্ৰমী শত্ৰু আছিল হিমু—আফগান ৰজা মহম্মদ আদিল ছাহৰ হিন্দু সেনাপতি। আচলতে তেৱেঁই আদিল ছাহৰ শাসন কাৰ্য্য চলাইছিল। অতি কম আয়াসতে হিমুৱে দিল্লী আৰু আগ্ৰা অধিকাৰ কৰিলে আৰু "বিক্ৰমজিৎ" বা "বিক্ৰমাদিত্য" নাম লৈ নিজক স্বাধীন ৰজা বুলি ঘোষণা কৰিলে।

পলম নকৰি বেইৰাম খাঁ আৰু আকবৰে হিমুৰ বিৰুদ্ধে সৈন্য সংগ্ৰহ কৰি বিখ্যাত পাণিপথৰ যুদ্ধক্ষেত্ৰত শত্ৰু সেনাক আক্ৰমণ কৰিলে ( নবেম্বৰ—

১৫৫৬ খৃঃ)। হিমুৱে অতি বিক্ৰমেৰে যুদ্ধ কৰিছিল আৰু তেওঁৰ যুদ্ধ জয়ৰ আশাও হৈছিল। কিন্তু হঠাৎ এপাত কাঁড় চকুত পৰি তেওঁ অজ্ঞান হৈ মাটিত পৰি গ'ল আৰু দলপতিহীন তেওঁৰ সৈন্য-শ্ৰেণী হতাশ হৈ দশোদিশে পলাল। আকবৰে যুদ্ধত জয়লাভ কৰিলে আৰু হিমু বন্দী হ'ল। বেইৰাম খাঁই শত্ৰুক ততালিকে তৰোৱালেৰে কাটিবলৈ আকবৰক হুকুম দিলে। কিন্তু মূৰ্চ্ছিত শত্ৰুক পশুৰ দৰে হত্যা কৰিবলৈ দয়ালু আকবৰৰ সত্ নগ'ল। বেইৰাম খাঁই নিজ হাতেৰে হিমুৰ শিৰচ্ছেদ কৰিলে। কোনো কোনো ঐতিহাসিকৰ মতে আকবৰে অতি নিঃসঙ্কোচে নিজে হিমুক বধ কৰিছিল।

আকবৰে দিল্লী আৰু আগ্ৰা পুনৰ অধিকাৰ কৰিলে। বঙ্গদেশৰ ৰজাৰ লগত যুদ্ধত আদিল ছাহৰ মৃত্যু ঘটে। ছেকেন্দৰ শূৰে কিছুদিন যুদ্ধ কৰি অৱশেষত আকবৰৰ শৰণাগত হয়; এইদৰে ছেৰছাহৰ বিশাল সাম্ৰাজ্য তেওঁৰ অকৰ্ম্মণ্য বংশধৰসকলৰ হাতত ধ্বংস হয় (১৫৫৭ খৃঃ)।

**বেইৰাম খাঁ**—ইয়াৰ পিচত তিনি বছৰৰ ভিতৰতে (১৫৫৮—৬০ খৃঃ) আকবৰে গোৱালিয়ৰ, আজমীৰ আৰু জৌনপুৰ অধিকাৰ কৰে। আকবৰ এতিয়া ওঠৰ বছৰীয়া ডেকা ল'ৰা। মাক আৰু ধাইমাকৰ ফুচুলনিত স্বাধীনতাকাঙ্ক্ষী আকবৰৰ মন বেইৰামৰ বিৰুদ্ধে জাগি উঠিল আৰু তেওঁক অভিভাৱকৰ কামৰ পৰা বৰখাস্ত কৰিলে। বেইৰাম খাঁই বিদ্ৰোহ কৰিলে কিন্তু বিদ্ৰোহী পৰাস্ত হ'ল; আকবৰে সসন্মানে তেওঁক মক্কালৈ যাবলৈ উপদেশ দিলে। পৰাজয়, অপমান আৰু লাঞ্ছনাত ক্ষুব্ধ হৈ বেইৰামে অৱশেষত মক্কালৈকেই যাওঁ বুলি যাত্ৰা কৰিলে। বাটত কোনোবা পুৰণি শত্ৰুৱে বেইৰামক হত্যা কৰিলে (১৫৬০ খৃঃ)। এইটো মনত ৰখা উচিত যে বেইৰাম আকবৰৰ প্ৰকৃত হিতাকাঙ্ক্ষী আছিল আৰু আকবৰৰ বাল্যাৱস্থাত বেইৰামৰ সুদৃঢ় হাতে মোগল সাম্ৰাজ্য গঠন কৰি নিদিয়াহেঁতেন, হয়তো বা আকবৰ দিল্লীৰ সম্ৰাট হবলৈকে নাপালেহেঁতেন। পিচত গৈ বেইৰাম উচ্ছৃঙ্খল আৰু স্বেচ্ছাচাৰী হৈ উঠিল।



বেইৰামৰ মৃত্যুৰ পাচত শাসনকাৰ্য্য প্ৰকৃতপক্ষে আকবৰৰ মাক, আৰু ধাইমাক মহম অনগাৰ হাতলৈ গ'ল। প্ৰায় চাৰিবছৰ কাল অতি অত্যাচাৰী শাসন চলাৰ পাচত আকবৰে দৃঢ় ভাবে সকলো কাৰ্য্য নিজ হাতেৰে চলাবলৈ আৰম্ভ কৰিলে।

**আকবৰৰ ৰাজ্য বিস্তাৰ**—ভাৰতৰ একচ্ছত্ৰী সম্ৰাট হোৱাটোৱেই আকবৰৰ একান্ত ইচ্ছা আছিল। তেওঁ সেই আকাঙ্ক্ষা পূৰণৰ কাৰণে দিগ্বিজয়লৈ মন মেলিলে। ১৫৬০ খৃষ্টাব্দত মালৱাৰ বিপক্ষে সৈন্য পঠিওৱা হয়। ১৫৬২ খৃঃত ইয়াৰ ৰজা বজ বাহাদুৰে বশ্যতা স্বীকাৰ কৰে।

গণ্ডোৱানা ৰাজ্য (মধ্য ভাৰতৰ অন্তৰ্গত) দখল কৰিবলৈ আচফ খাঁ নিযুক্ত হ'ল। গণ্ডোৱানাৰ বীৰাঙ্গনা ৰাণী দুৰ্গাৱতীয়ে সৈন্য পৰিচালনা কৰিলে। কিন্তু যেতিয়া দেখিলে যে জয়ৰ সমূলি আশা নাই, তেতিয়া তেওঁ আত্মহত্যা কৰিলে আৰু অপমানৰ পৰা হাত সাৰিবলৈ সকলো ৰাজপুত ৰমণীয়ে জহৰ ব্ৰতমতে জুইত আত্ম-সমৰ্পণ কৰিলে (১৫৬৪ খৃঃ)।

সকলো ৰাজপুত ৰাজ্যৰ ভিতৰত চিতোৰ (মেৱাৰ) অগ্ৰগণী আছিল। অম্বৰৰ ৰাণাৰ দৰে, আকবৰৰ লগত বিবাহ সূত্ৰত আবদ্ধ হবলৈ চিতোৰৰ গৰ্ব্বী ৰাণা উদয় সিংহ (সংগ্ৰাম সিংহৰ পুতেক) মান্তি নহ'ল। ফলত আকবৰে চিতোৰ অৱৰোধ কৰিলে। উদয়সিংহ বাপেকৰ দৰে ৰণ-কুশল বীৰ নাছিল; গতিকে দুৰ্গ ৰক্ষাৰ ভাৰ জয়মল আৰু পুত্ত নামে দুজন ৰাজপুত বীৰৰ হাতত সমৰ্পণ কৰি তেওঁ পৰ্ব্বতলৈ পলাল। প্ৰায় পাঁচ মাহ কাল অৱৰোধৰ পাচত এদিন হঠাৎ গুলীৰ আঘাতত জয়মলৰ মৃত্যু হয় আৰু দুৰ্গৰক্ষকসকল নিৰাশ হ'ল। তিৰোতা, ছোৱালী সকলোৱে হাঁহি হাঁহি যেতিয়া জুইৰ পৱিত্ৰ শিখাত আত্মগোপন কৰিলে—সকলো ৰাজপুত বীৰে দুৰ্গৰ দুৱাৰ মেলি মোগল সৈন্যৰ ওপৰত জাপ্ দি পৰিল। দুৰ্গৰক্ষক ত্ৰিশ হেজাৰ ৰাজপুত সৈন্যক আকবৰে অকাতৰে হত্যা কৰিলে; অতুলনীয় বীৰত্ব, জন্মভূমিৰ প্ৰতি অবিচলিত প্ৰেম আৰু আত্ম-সন্মানৰ কাৰণে ৰাজপুত

জাতিৰ নাম ভাৰতৰ ইতিহাসত অক্ষয় হৈ থাকিব। চিতোৰ অধিকাৰ (১৫৬৮ খৃঃ) কৰাৰ পিচত বীৰত্বৰ মোল বুজি আকবৰে আগ্ৰাৰ দুৰ্গৰ প্ৰধান দুৱাৰমুখত জয়মল আৰু পুত্তৰ দুটি মূৰ্ত্তি নিৰ্ম্মাণ কৰি ৰখালে। চিতোৰৰ পতনৰ পাচত ৰন্থাম্বৰ আৰু কালিঞ্জৰ দুৰ্গও আকবৰৰ হস্তগত হ'ল (১৫৬৯ খৃঃ)।

**প্ৰতাপসিংহ**—মাৰৱাৰ, অম্বৰ, বিকানীৰ, বুণ্ডি—এখন এখনকৈ প্ৰায় সকলো ৰাজপুত ৰাজ্যই আকবৰৰ ওচৰত শিৰ নত কৰিলে। কিন্তু বাপেক উদয়সিংহৰ মৃত্যুৰ (১৫৭২ খৃঃ) পাছতো চিতোৰৰ ৰাণা প্ৰতাপসিংহ সমুদ্ৰৰ দৰে অচল অটল হৈয়ে ৰল। বহু কষ্টে এদল সেনা সংগ্ৰহ কৰি **হলদিঘাট** গিৰিসঙ্কটৰ ওচৰত প্ৰতাপসিংহই মোগল সৈন্যৰ লগতে প্ৰাণপণে যুঁজিলে।


অম্বৰৰ ৰজা মানসিংহ।

অম্বৰৰ অধিপতি মানসিংহই প্ৰতাপসিংহৰ বিৰুদ্ধে মোগল সৈন্য পৰিচালনা কৰিছিল। প্ৰতাপসিংহ আৰু তেওঁৰ সেনাসকলে অসীম সাহস আৰু কৌশল দেখুৱালেও অগণন মোগল সেনাৰ আগত তেওঁলোক তিষ্ঠিব নোৱাৰিলে। এজন অতি অনুগত অনুচৰৰ কাৰণেহে প্ৰতাপসিংহৰ প্ৰাণ বাচিল। চিতোৰ উদ্ধাৰৰ শেষ চেষ্টা এইদৰে নিষ্ফল হ'ল (১৫৭৬ খৃঃ) আৰু প্ৰতাপসিংহই আকৌ পৰ্ব্বতে-অৰণ্যে লুকাই ফুৰিবলৈ ধৰিলে।

প্ৰতাপসিংহৰ জীৱনত একমাত্ৰ উদ্দেশ্য আছিল, তেওঁৰ মাতৃভূমি



চিতোৰ উদ্ধাৰ কৰা। বাৰে বাৰে নিষ্ফল হৈও প্ৰতাপে আশা পৰিত্যাগ কৰা নাছিল আৰু নিজৰ প্ৰতিজ্ঞাৰ পৰা এক চুলিও ইফাল সিফাল নহৈছিল।


ৰাণা প্ৰতাপসিংহ।

পৃথিবীত যিমান দিনলৈ বীৰত্ব, সত্যনিষ্ঠা আৰু জন্মভূমিৰ সেৱাৰ আদৰ থাকে, প্ৰতাপসিংহৰ নাম সকলো মাতৃভূমিৰ সেৱকে পৱিত্ৰ স্মৃতিৰে ধাৰণ কৰিব। প্ৰবল পৰাক্ৰান্ত মেৱাৰৰ ৰাণা প্ৰতাপে এমুঠি ভাত আৰু এখন কাপোৰৰ কাৰণে হাবাথুৰি খাই ল'ৰা-তিৰোতাৰে সৈতে হাবিয়ে-জঙ্ঘলে ঘূৰি ফুৰিছিল তথাপি মোগলৰ বশ্যতা স্বীকাৰ নকৰিছিল। পৰ্ব্বতৰ ওখ শৃঙ্গত অকলে অকলে বহি অপলক নয়নে চিতোৰৰ দুৰ্গৰ ফালে চাই প্ৰতাপে কেতিয়াবা কেতিয়াবা আপোন পাহৰি গৈছিল ; তেওঁৰ দুগালেৰে ধাৰাসাৰে অশ্ৰু বৈ গৈছিল ; স্বদেশৰ কাৰণে, স্বাধীনতাৰ কাৰণে এনেদৰে আত্মবলিদান কৰা বীৰৰ দৃষ্টান্ত পৃথিৱীত কিমান আছে?

জীৱনৰ শেষ ভাগত মেৱাৰৰ অনেকাংশ অধিকাৰ কৰিলেও প্ৰতাপৰ প্ৰাণৰ চিতোৰ মোগলৰ হাতৰ পৰা উদ্ধাৰ কৰা নহ'ল।

১৫৭২ খৃষ্টাব্দত আকবৰে নিজে গুজৰাট আক্ৰমণ কৰে ; প্ৰায় এবছৰ কালৰ ভিতৰতে গুজৰাট সম্পূৰ্ণভাৱে হস্তগত হয়। এই আক্ৰমণত আকবৰে নিজৰ সাহস আৰু অসীম ধৈৰ্য্যৰ পৰিচয় দিছিল।

এই সময়ত বঙ্গদেশৰ শাসনকৰ্ত্তা আছিল ছুলেমান কৰৰাণি। তেওঁ পোনতে দক্ষিণ বিহাৰহে শাসন কৰিছিল। পিচত সময়ৰ চেগ বুজি উত্তৰ বিহাৰ আৰু বঙ্গদেশ জয় কৰে। কৰৰাণিয়ে আকবৰৰ অধীনতা স্বীকাৰ কৰিছিল কিন্তু, তেওঁৰ মৃত্যুৰ (১৫৮২ খৃঃ) পাচত তেওঁৰ দুই পুতেক বয়জিদ আৰু দাউদে

নিজক স্বাধীন বুলি ঘোষণা কৰিলে। আকবৰৰ সৈন্যই দাউদক পৰাস্ত কৰিব নোৱাৰি উলটি যোৱাত আকবৰে নিজে অভিযান পৰিচালনা কৰিলে




(১৫৭৪ খৃঃ)। দাউদক পাটনাৰ পৰা খেদি দিয়া হ'ল। ৰাজমহলৰ যুদ্ধত



(১৫৭৬ খৃঃ) দাউদৰ মৃত্যু ঘটে। বঙ্গদেশ তেতিয়া মোগল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়।

১৫৮৬ খৃষ্টাব্দত আকবৰে কাশ্মীৰ ৰাজ্য দখল কৰে আৰু তেতিয়াৰ পৰা সেই দেশত সম্ৰাটৰ গ্ৰীষ্মকালৰ বাসস্থান স্থাপিত হয়।

আকবৰৰ ভায়েক মহম্মদ হাকিমে কাবুল শাসন কৰিছিল কিন্তু তেওঁ বিদ্ৰোহ হোৱাত তেওঁক দমন কৰা হয় (১৫৮১ খৃঃ) আৰু পুনৰ তেওঁক শাসনভাৰ সমৰ্পণ কৰা হয়। মহম্মদ হাকিমৰ মৃত্যুৰ (১৫৮৫ খৃঃ) পাচত কাবুল আকবৰৰ সাম্ৰাজ্যৰ ভিতৰুৱা হয়।

ইয়াৰ পাচত আকবৰে দক্ষিণ-সিন্ধু (১৫৯১); বঙ্গদেশৰ এছোৱা (১৫৯১), বেলুচিস্তান (১৫৯৪) আৰু কান্দাহাৰ (১৫৯৫) দখল কৰে আৰু তেওঁৰ উত্তৰ ভাৰতত সাম্ৰাজ্য স্থাপন সম্পূৰ্ণ হয়।

**দাক্ষিণাত্য বিজয়**—উত্তৰ ভাৰত জয় কৰাই আকবৰৰ অভিপ্ৰায় নাছিল; নৰ্ম্মদাৰ দক্ষিণে বিজয় পতাকা উৰুৱাবলৈ আকবৰৰ তীব্ৰ অভিলাষ আছিল। সেই আশা পূৰণৰ বাবে তেওঁ আহমদনগৰ আক্ৰমণ কৰিবলৈ এদল সেনা পঠিয়ায়। ৰাণী চাঁদ বিবিয়ে নিজে অতি দক্ষতাৰে নগৰ ৰক্ষা কৰিছিল। কিন্তু অৱশেষত বেৰাৰ এৰি দি (১৫৯৬ খৃঃ) আকবৰৰ লগত সন্ধি কৰে। নানা ভিতৰুৱা চক্ৰান্তৰ কাৰণে ৰাণীয়ে প্ৰাণ হেৰুৱাত আহমদনগৰ আকবৰৰ হাতত পৰে (১৬০০ খৃঃ)।

আকবৰে খান্দেশ আক্ৰমণ কৰি বুৰহানপুৰ দখল কৰে আৰু আচিৰগড় দুৰ্গও তেওঁৰ হস্তগত হয় (১৬০১ খৃঃ)। ভেটি দি আৰু শঠতাৰ আশ্ৰয় লৈহে আকবৰে এই দুৰ্গ অধিকাৰ কৰিব পাৰিছিল।

**আকবৰৰ শাসন প্ৰণালী**—দিগ্বিজয়ী বীৰ হৈও ৰজা সুশাসক নহব পাৰে; কাৰণ দিগ্বিজয়ত লাগে সাহস, বীৰত্ব আৰু সমৰ-কুশলতা, আনহাতে শান্তি স্থাপনত লাগে উদ্ভাৱনী শক্তি, ধৈৰ্য্য আৰু সহনশীলতা। আকবৰৰ

গাত এই সকলো কেইটা গুণৰেই সমন্বয় দেখা গৈছিল। সেই কথা তেওঁৰ শাসন-প্ৰণালীত ভালকৈ ফুটি ওলায়।

আকবৰে এই বিশাল সাম্ৰাজ্যক পোন্ধৰটা চুবা বা প্ৰদেশত বিভক্ত কৰিলে (দিল্লী, আগ্ৰা, আজমীৰ, লাহোৰ, কাবুল, মূলতান, আহমদাবাদ (গুজৰাট), মালৱা, খান্দেশ, বেৰাৰ, আহমদনগৰ, আলহাবাদ, আউধ বা অযোধ্যা, বিহাৰ আৰু বঙ্গদেশ)। প্ৰতি প্ৰদেশত প্ৰায় একে ধৰণৰ শাসনৰে প্ৰবৰ্ত্তন হৈছিল আৰু একোখন প্ৰদেশৰ শাসনভাৰ একোজন চুবাদাৰৰ (গবৰ্ণৰ) হাতত অৰ্পণ কৰা হৈছিল—সাধাৰণ শাসন-প্ৰণালী আৰু সৈন্য কাৰ্য্যবিভাগ দুয়োৰে তেওঁৰেই হৰ্ত্তা-কৰ্ত্তা আছিল। প্ৰতি চুবাদাৰৰ তলত এজন দেৱান আছিল—তেওঁ যেনিবা আজিকালিৰ 'ৰেভিনেউ-মেম্বাৰ'—চুবাৰ ৰাজহ বিষয়ৰ ভাৰ তেওঁৰ ওপৰত আছিল। বিচাৰ কাৰ্য্যৰ কাৰণে 'মিৰ-আদল' আৰু 'কাজী' আৰু শান্তি ৰক্ষাৰ কাৰণে পুলিচ অফিচাৰ 'কটোৱাল' নিযুক্ত কৰা হৈছিল। অন্যান্য কৰ্ম্মচাৰীৰ ভিতৰত—বক্স (দৰ্ম্মহা বিভাগ), মিৰ বহৰ্ (নৌ, বন্দৰ বিভাগ), ওৱাকি-নৱিচ্ (ৰেকৰ্ড বিভাগ) আৰু সদৰ (ধৰ্ম্ম আৰু ভূমিদান বিভাগ) উল্লেখ কৰিবলগীয়া।

সৈনিক বিভাগ পৰিচালনাৰ কাৰণে বিভিন্ন শ্ৰেণীৰ মন্চবদাৰ নিযুক্ত কৰা হৈছিল আৰু আকবৰৰ নিৰ্দ্দেশত এই গোটেই বিভাগৰ আমূল সংস্কাৰ কৰা হ'ল। ৰাজ্যৰ কৰ্ম্মচাৰীসকলক মন্চবদাৰ বোলা হৈছিল, ভিন্ ভিন্ মন্চবদাৰক ভিন্ ভিন্ বিভাগত নিযুক্ত কৰা হৈছিল। জায়গীৰ দিয়া বন্ধ কৰি নিৰ্দ্দিষ্ট দৰমহা দিয়াটোৰেই আকবৰে ঠিক কৰিলে।

আকবৰৰ শাসন-প্ৰণালীৰ এটি প্ৰধান বিষয় হৈছে ৰাজহ বিভাগৰ সংস্কাৰ। ৰাজহ-মন্ত্ৰী টোডৰমলৰ সহায়ত সাম্ৰাজ্যৰ সকলো ভূমি নতুনকৈ পিয়ল কৰি তিনি শ্ৰেণীৰ মাটি বাচি উলিওৱা হ'ল। এই শ্ৰেণীবিভাগ মাটিৰ গুণানুসাৰে কৰা হৈছিল। মাটিৰ উৎপন্নৰ এক তৃতীয়াংশ ৰাজহ নিৰ্দ্ধাৰিত কৰা হ'ল, শস্যেৰে নিদি (ৰাজহ হিচাপে) তাৰ মূল্য দিয়াটোহে আকবৰে বেছি পছন্দ



কৰিছিল। ৰাজহ বিভাগৰ এই পদ্ধতিৰ আবিষ্কৰ্ত্তা আছিল ছেৰছাহ, আকবৰে তাৰে মাথোন উন্নতি সাধন কৰিছিল।

আকবৰে মুদ্ৰানীতিৰো সংস্কাৰ কৰিছিল; সুদক্ষ কৰ্ম্মচাৰীৰ অধীনত তেওঁ টাকশাল নিৰ্ম্মাণ কৰিছিল; তেওঁৰ ৰূপৰ মুদ্ৰাৰ ভিতৰত "ৰূপিয়া" আৰু তামৰ মুদ্ৰাৰ ভিতৰত "দাম" আটাইতকৈ উল্লেখযোগ্য মুদ্ৰা।

যাতায়াতৰ সুবিধাৰ অৰ্থে আৰু এই প্ৰকাণ্ড সাম্ৰাজ্যৰ শাসনৰ সুবিধাৰ কাৰণে আকবৰে ডাঙৰ ডাঙৰ ৰাস্তা নিৰ্ম্মাণ কৰাইছিল আৰু নিৰ্দ্দিষ্ট দূৰত্বত অতিথিশালা সজাই দিছিল। অনুমান কৰিলে দেখা যায় যে আকবৰৰ শাসন-প্ৰণালীৰ অনেক অংশ ছেৰ ছাহৰ পৰা ধাৰ কৰা, অৱশ্যে ছেৰ ছাহৰ শাসন-প্ৰণালী উৎকৰ্ষ সাধন কৰিহে আকবৰে তাক কাৰ্য্যত খটাইছিল।

**আকবৰৰ ধৰ্ম্মনীতি**—ধৰ্ম্ম বিষয়ত আকবৰ অতি উদাৰ আছিল আৰু সকলো ধৰ্ম্মৰে সাৰ-তত্ত্ব একে বুলিয়েই তেওঁ বিশ্বাস কৰিছিল। সেই কাৰণে আকবৰৰ ৰাজত্বত ধৰ্ম্মৰ নামত অত্যাচাৰ, উৎপীড়ন শুনা নাযায়।

ধৰ্ম্মত উদাৰ বুলিও আকবৰ উদাসীন নাছিল, বস্তুতঃ নিৰক্ষৰ হলেও বিভিন্ন ধৰ্ম্মৰ প্ৰচাৰক আৰু পণ্ডিতসকলৰ মুখৰ পৰা তেওঁ নানা ধৰ্ম্মমত অতি মনোযোগেৰে শুনিছিল। ধৰ্ম্মবিষয়ক আলোচনাৰ কাৰণে তেওঁ ফতেপুৰ চিকৰিত 'ইবাদত খানা' (the Hall of Worship) নিৰ্ম্মাণ কৰাইছিল আৰু তাতে অনেক সময়ত ধৰ্ম্ম বিষয়ে গৱেষণাত কাল কটাইছিল।

আকবৰ গোৰা চুন্নি মুছলমান হিচাপেই সৰুৰে পৰা প্ৰতিপালিত হয় কিন্তু সকলৰ, বিশেষকৈ দুই ভাই ফৈজি আৰু আবুল ফজলৰ প্ৰভাৱত পৰি তেওঁৰ ধৰ্ম্মমত ক্ৰমান্বয়ে উদাৰ হৈ আহে। তেওঁ মুছলমান, হিন্দু, জৈন, পাৰ্চী আদি ধৰ্ম্মৰ প্ৰতিনিধিৰ উপৰিও খৃষ্টান ধৰ্ম্মৰ প্ৰচাৰকসকলক (পৰ্ত্তুগীজসকলৰ সহায়ত) আহ্বান কৰিছিল; খৃষ্টান পাদ্ৰিসকলে ভাবিছিল যে আকবৰে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিব কিন্তু তেওঁলোকৰ ধৰ্ম্মৰ সাৰ-তত্ত্ব অতি আগ্ৰহেৰে শুনি সম্ৰাটে তেওঁলোকক বিদায় দিলে।

গোটেই ভাৰতত মাথোন এটি জাতি আৰু এটি ধৰ্ম্ম হওক—এই আকাঙ্ কৰি আকবৰে 'দীন ইলাহি' ( Divine religion ) ধৰ্ম্ম প্ৰৱৰ্ত্তন ক ( ১৫৮২ খৃঃ )। সকলো ধৰ্ম্মৰ সাৰ-সংগ্ৰহ কৰি তেওঁ এই নতুন ধৰ্ম্মৰ ভে তৈয়াৰ কৰে; আৰু ইয়াৰ স্থাপনৰ লগে লগে কিছুমান আইন প্ৰচাৰ কৰে ৰমজান মাহৰ উপবাস, নতুন মচ্‌জিদ স্থাপন আৰু মক্কালৈ তীৰ্থ যাত্ৰা নিষে কৰা হয়। এইবোৰ আইন মুছলমান ধৰ্ম্ম বিৰোধী আছিল আৰু তেওঁ কাৰ্য্য এইবোৰ আইন পালন কৰাবলৈ জোৰ-জুলুম নথটাইছিল আৰু 'দীন-ইলাহি গ্ৰহণ কৰিবলৈকেও কাকো জোৰ নকৰিছিল।

আনহাতে তেওঁ হিন্দুৰ ওপৰত লগোৱা জিজিয়া আৰু তীৰ্থযাত্ৰীৰ ক বন্ধ কৰি দিছিল। হিন্দু ঘৈণীয়েকসকলৰ পূজা-পাতলতো হেনো আকবৰে হস্তক্ষেপ নকৰিছিল।

কোনো কোনো ঐতিহাসিকে আকবৰৰ ধৰ্ম্মনীতিৰ মূল ব্যাখ্যা কৰি দেখুৱাব খোজে যে শেষ জীৱনত তেওঁ ইছ্‌লাম ধৰ্ম্ম পৰিত্যাগ কৰিছিল সম্ভৱতঃ সকলো ধৰ্ম্মৰ মানুহেই আকবৰক নিজ নিজ ধৰ্ম্মাৱলম্বী বুলি দাবী কৰি পাৰে; তাৰ কাৰণ তেওঁৰ ধৰ্ম্ম বিষয়ত উদাৰতা; ধৰ্ম্মত্যাগ আৰু ধৰ্ম্মগ্ৰহণ কোনো প্ৰশ্ন জাত নুঠে। মনত ৰাখিব লাগিব যে আকবৰ আছিল সাম্ৰাজ্যবাদী ৰাজনীতিজ্ঞ পুৰুষ—তেওঁৰ ধৰ্ম্মনীতিও তেওঁৰ ৰাজনীতিৰ অন্তৰ্গত; ভাৰতৰ “পোপ” হোৱাৰ আকাঙ্ক্ষা তেওঁ পোষণ কৰা নাছিল।

**আকবৰৰ চৰিত্ৰ**—সমতা ( equality ) আৰু মহানুভৱতা আকবৰৰ চৰিত্ৰৰ আটাইতকৈ ডাঙৰ গুণ। অতুলনীয় শাৰীৰিক শক্তিৰ লগত তেওঁৰ বীৰত্ব আৰু তেজস্বিতাৰ অপূৰ্ব্ব মিলন দেখা গৈছিল। তেওঁক আকৃতি আছিল গম্ভীৰ আৰু ৰাজকীয়, স্বৰ আদেশব্যঞ্জক অথচ মধুৰ আৰু চালচলন সম্মান-সূচক। জ্ঞানৰ পিয়াহ অতি প্ৰবল কাৰণে নিৰক্ষৰ হৈও আকবৰে দৰ্শনৰ গভীৰ তথ্যও নিখুত ভাবে বুজিব পাৰিছিল; তেওঁৰ চাৰিওকাষে আছিল সেই সময়ৰ শ্ৰেষ্ঠ কবি, সাহিত্যিক, গায়ক আৰু দাৰ্শনিক। সকলো ধৰণৰ



গ্ৰন্থ তেওঁক পঢ়ি শুনোৱা হৈছিল আৰু প্ৰখৰ স্মৃতি শক্তিৰ বাবে সকলো ক্তকীয় কথা তেওঁৰ মনত ৰৈ গৈছিল।

আনহাতে বিজ্ঞান চৰ্চ্চাতো আকবৰে সূক্ষ্ম বিশ্লেষণ শক্তিৰ পৰিচয় দিছিল; অতি শক্তিশালী এবিধ নতুন ধৰণৰ বন্দুক আবিষ্কাৰ কৰিছিল; কিন্তু ৰ আটাইতকৈ ডাঙৰ ৰুচি আছিল ধৰ্ম্মবিষয়ক আলোচনাত। অতি পেক্ষতাৱে তেওঁ সকলো ধৰ্ম্মৰ মূল-তত্ত্ব অনুসন্ধান কৰিব পাৰিছিল। খৰ কদাচিৎ হে খং উঠিছিল। ব্যৱহাৰত তেওঁ অতি সাধু আছিল আৰু ৎ লোকৰ লগত মহৎ আৰু নীচৰ লগত নীচ আছিল।” ক্ষমাগুণ তেওঁৰ সীম আছিল আৰু ক্ষমাৰ দ্বাৰা শৃঙ্খলা ৰক্ষা কৰা শক্তিও তেওঁৰ যথেষ্ট ছিল।

কাৰো ধৰ্ম্মত হস্তক্ষেপ নকৰাটো তেওঁৰ নীতি হলেও হিন্দুৰ সতীদাহ বাল্যবিবাহ প্ৰথা তেওঁ আইনৰ দ্বাৰা নিষিদ্ধ কৰি দিছিল। তিকতাৰ বাহিৰলৈ গলে তেওঁ কাকো বিনা শাস্তিৰে এৰি নিদিছিল।

**আকবৰৰ সভাৰ কৃতী লোকসকল**—ব্যক্তিগত জীৱনত আকবৰৰ পেক্ষতাৰ প্ৰমাণ পোৱা যায়। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে তেওঁৰ অনেক আছিল। ফৈজি আৰু আবুল ফজল দুয়ো ভাই-ককাই সম্ৰাটৰ অন্তৰঙ্গ আছিল। দুয়োজনেই নিখুঁত চৰিত্ৰৰ উচ্চশিক্ষিত আৰু উদাৰ মনৰ নী। ফৈজি আছিল পাণ্ডিত্যপূৰ্ণ অতি ওখ থাপৰ পাৰ্চী কবি। তেওঁ অতি শ্ৰমেৰে সংস্কৃত সাহিত্য অধ্যয়ন কৰিছিল। আবুল ফজলৰ আছিল অগাধ দ্যা আৰু আকৰ্ষণ কৰিব পৰা মানসিক প্ৰতিভা। ৰাজ্যশাসনৰ নিখুঁত নৰ কাৰণে আকবৰে তেওঁক বিশ্বস্ত মন্ত্ৰী কৰি লৈছিল। এওঁ বিখ্যাত আকবৰ নামা”ৰ ৰচয়িতা।

মানসিংহ আৰু টোডৰমল, সম্ৰাটৰ অতি বিশ্বাসৰ বন্ধু আছিল। মানসিংহ জন অতি বিখ্যাত যোদ্ধা আৰু সেনাপতি আছিল আৰু আকবৰে তেওঁক বুল আৰু বঙ্গদেশৰ শাসনভাৰ দিছিল। টোডৰমলো অতি সমৰ-কুশল

বীৰ আছিল। কিন্তু তেওঁৰ শ্ৰেষ্ঠ প্ৰতিভাৰ পৰিচয় পোৱা যায় ৰাজহ সং কাৰ্য্যত। ৰাজা বীৰবল অতি বিজ্ঞ অথচ ৰসাল কথা কোৱাত পাৰদৰ্শী আ আৰু সেয়ে সম্ৰাটৰ মন আকৰ্ষণ কৰিব পাৰিছিল। বিখ্যাত কবি আৰু গ তানচেন আকবৰৰ ৰাজসভাৰ অলঙ্কাৰ স্বৰূপ আছিল।

**শিল্প আৰু সাহিত্য**—ফৈজি আৰু আবুল ফজলৰ উপৰিও আক সভাত আন বহুতো কৃতি লিখক আৰু শিল্পীয়ে স্থান পাইছিল। ঐতিহাসি ভিতৰত বড়াউনী ( Badaoni ), ফেৰিষ্টা ( Ferishta ) আৰু নিজাম উ অতি প্ৰখ্যাত। ফেৰিষ্টাই বিশেষকৈ দাক্ষিণাত্যৰ বিষয়ে আৰু বড়াউ আকবৰৰ বিষয়ে লিখিছিল। গোড়া মুছলমান বাবে বড়াউনীয়ে আকবৰৰ বি



ফতেপুৰ চিকৰিৰ তোৰণ

বহুত অসত্য আৰু শ্লেষপূৰ্ণ কথা লিখি থৈ গৈছে। হিন্দুস্থানী লব্ধ প্ৰতিষ্ঠ ক আৰু ভক্ত তুলসীদাস আৰু সুৰদাসে আকবৰৰ দিনতে খ্যাতি লাভ কৰে।

হিন্দু শিল্পীসকলক পাৰ্চী আৰ্হিৰে নিৰ্ম্মাণ কাৰ্য্যত খটুৱাই আকবৰে এ নতুন ধৰণৰ শিল্প প্ৰতিষ্ঠা কৰিছিল ; এই নতুন শিল্পৰ চৰম উৎকৰ্ষ সাধন হ সম্ৰাট ছাজাহানৰ দিনত। ফতেপুৰ চিকৰিত নিৰ্ম্মাণ কৰোৱা অলেখ ধুনী



অট্টালিকাৰ পৰাই আকবৰৰ স্থাপত্য শিল্পৰ ৰুচিৰ পৰিচয় পোৱা যায়। আগ্ৰাৰ দুৰ্গৰ নিৰ্ম্মাণ হিন্দু আৰু মুছলমান শিল্পৰ সম্মিলিত কৌশলৰ ফল।

**আকবৰৰ শেষ জীৱন**—শোক আৰু হতাশাৰ মাজেৰে আকবৰৰ শেষ জীৱন অতিবাহিত হৈছিল। তেওঁৰ দুজন পুতেক মুৰাদ আৰু দেনিয়েলে অতিপাত সুৰাপানৰ ফলত অকাল মৃত্যু বৰণ কৰে। তেওঁৰ জ্যেষ্ঠপুত্ৰ চেলিমে প্ৰকাশ্যে বিদ্ৰোহ কৰে ( ১৬০১ খৃঃ )। আবুল ফজলক হত্যা কৰাই চেলিমে বাপেকৰ বুকুত শক্তিশেল হানিলে ( ১৬০২ খৃঃ ) ; এই মৰ্ম্মান্তিক বেদনা আৰু সন্তানৰ অকৃতজ্ঞতা, আকবৰে মৰণলৈকে পাহৰিব নোৱাৰিলে। অতি অপ্ৰিয় হলেও আৰু ৰাজপাট লাভৰ বাবে ষড়যন্ত্ৰ কৰা সত্বেও মৃত্যুৰ (১৬০৫ খৃঃ) পূৰ্ব্বে আকবৰে চেলিমকেই উত্তৰাধিকাৰী মনোনীত কৰে।

## প্ৰশ্নমালা

১। পাণিপথৰ দ্বিতীয় যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।

(Give an account of the causes of the second battle of Panipatha and also its results.)

২। বেইৰাম খাঁ কোন আছিল ? কেনেকৈ আৰু কি বাবে উন্নতিৰ ওখ স্থানৰ পৰা তেওঁৰ পতন হৈছিল ?

(Who was Bairam khan ? How and why he dropped in the path of progress.)

৩। আকবৰৰ ৰাজ্য-বিস্তাৰ নীতি উদাহৰণেৰে সৈতে আলোচনা কৰা।

(Discuss the policy of conquest of Akbar the great with examples.)

৪। ৰাণা প্ৰতাপ সিংহৰ জীৱনৰ আদৰ্শ কি আছিল আৰু সেই আদৰ্শ ৰক্ষা কৰাত তেওঁ কিমানদূৰ কৃতকাৰ্য্যতা লাভ কৰিছিল ?

(What was the ideal of life of Rana Pratap Singh and how far did he succeed in realising that ideal ? )

৫। আকবৰৰ শাসন-প্ৰণালী বৰ্ণনা কৰা।

(Discuss the administration of Akbar.)

৬। আকবৰৰ ধৰ্ম্ম-নীতি চমুকৈ লিখা।

(Write in short the religious principles of Akbar.)

৭। আকবৰৰ চৰিত্ৰ সমালোচনা কৰা।

(Criticise the character of Akbar.)

৮। আকবৰৰ পৃষ্ঠপোষকতাত কেনেকৈ ভাৰতত, শিল্প, কলা সাহিত্যৰ বিকাশ হৈছিল বুজাই লিখা।

(Give an estimate of the development of art, culture literature in India under the Patronage of Akbar.)

---

## অষ্টম অধ্যায়

# জাহাঙ্গিৰ।

**ৰাজকোঁৱৰ খশ্ৰুৰ বিদ্ৰোহ**—'নুৰউদ্দিন মহম্মদ জাহাঙ্গীৰ' উপাধি চেলিমে দিল্লীৰ সিংহাসনত আৰোহণ কৰিলে। আকবৰৰ জীৱিতাৱস্থা এদল ডাঙৰীয়াই চেলিমৰ পুতেক খশ্ৰুক সিংহাসন দিবলৈকে ষড়যন্ত্ৰ কৰিছি বাপেকে সম্ৰাটৰ গদী অধি কৰিলত খশ্ৰু বিদ্ৰোহী হ'ল কিন্তু সোনকালেই সম্ৰাটৰ হস্তগত হয় চকু অন্ধ কৰি তেওঁক কাৰাগা নিক্ষেপ কৰা হ'ল। ১৬২২ খৃষ্ট বন্দীশালতেই যুৱৰাজ খশ্ৰুৰ মৃত্যু হ সিংহাসনৰ আশাত যুৱৰাজ খুৰ (পিচত ছাজাহান) খশ্ৰুৰ মৃত্যুৰ কা হৈছিল বুলি আশঙ্কা কৰা যায়। পলাবলৈ চেষ্টা কৰোঁতে শিখ



জাহাঙ্গিৰ।

অৰ্জ্জুনে তেওঁক সহায় কৰিছিল কাৰণে তেওঁকো শাস্তি দি হত্যা কৰা হ



**নুৰজাহান**—আকবৰৰ জীৱন কালতেই পাৰ্চী ডাঙৰীয়া এজনৰ মেহেৰুন্নিচা নামে অতি দীপ্‌লিপ্‌ ছোৱালীক বিয়া কৰিবলৈ যুৱৰাজ চেলিম অতি বাউল হৈ উঠিছিল। আকবৰে তাইক যুৱৰাজৰ চকুৰ পৰা আঁতৰ কৰিবলৈ বঙ্গদেশৰ আলি কুলি (চেৰ আফগান) নামে এজন চৰ্দ্দাৰত বিয়া দি দিয়ায়। আকবৰৰ মৃত্যুৰ পাচত জাহাঙ্গিৰে তেওঁৰ পূৰ্ব্বৰ প্ৰেয়সী মেহেৰুন্নিচাক লাভ কৰিবলৈ চেৰ আফগানক হত্যা কৰালে (কোনো কোনো ঐতিহাসিকৰ মতে চেৰ আফগানৰ স্বাভাৱিক মৃত্যু হৈছিল) আৰু তেওঁৰ ঘৈণীয়েকক দিল্লীলৈ অনালে।

স্বামী-হন্তাক পতি বৰণ কৰিবলৈ প্ৰথমে মেহেৰুন্নিচা হেনো সম্মত হোৱা নাছিল কিন্তু চাৰি বছৰ পাচত তেওঁ প্ৰধান মহিষী হবলৈ মান্তি হ'ল (১৬১১ খৃঃ)। সম্ৰাজ্ঞী পদ লাভ কৰাৰ পাচত তেওঁৰ নাম হ'ল নুৰজাহান (Light of the World)। সৌন্দৰ্য্য আৰু অসামান্য প্ৰতিভাৰ দ্বাৰা নুৰজাহানে জাহাঙ্গিৰৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। সিংহাসনৰ ক্ষমতা নুৰজাহানৰ হাতৰ মুঠিলৈ আহিল আৰু তেওঁৰ এটি কটাক্ষত দিল্লীৰ সম্ৰাট জাহাঙ্গিৰ মন্ত্ৰ-মুগ্ধ সাপৰ দৰে পৰিচালিত হৈছিল।

নুৰজাহানে নিজৰ নামত মুদ্ৰা তৈয়াৰ কৰালে; তেওঁৰ দেউতাক, ককায়েক আৰু আন আন কুটুম্ব-পৰিয়ালক ৰাজ্যৰ ডাঙৰ পদবীৰে সন্মানিত কৰা হ'ল।



নুৰজাহান।

এইটো মনত ৰখা উচিত যে ৰাজ্যশাসন বিষয়ত নুৰজাহানে অতি তৎপৰতা দেখুৱাইছিল আৰু বুঢ়া বয়সত মহবত খাঁৰ হাতত বন্দী হ'লত অতি কৌশল আৰু বুদ্ধিৰে তেওঁ সম্ৰাটক মুক্তি দিছিল।

**জাহাঙ্গিৰৰ দিনত যুদ্ধ সমূহ**—বাপেকৰ দিনৰ যুদ্ধ, জাহাঙ্গিৰৰ দিনত সম্পূৰ্ণভাবে ওৰ পৰা নাছিল ; বঙ্গদেশৰ ওচমান খাঁ আৰু অন্যান্য বিদ্ৰোহী জমিদাৰসকলক দমন কৰি কোচবিহাৰ ৰাজ্য নতুনকৈ মোগল সাম্ৰাজ্যত যোগ দিয়া হ'ল।

জাহাঙ্গিৰৰ ৰাজত্বৰ শ্ৰেষ্ঠ গৌৰৱ হৈছে মেৱাৰ বিজয়। প্ৰতাপসিংহৰ অনুপযুক্ত আৰু অপদাৰ্থ পুতেক অমৰসিংহই যুৱৰাজ খুৰমৰ ওচৰত মোগলৰ প্ৰাধান্য স্বীকাৰ কৰিলে ( ১৬১৪ খৃঃ )। ৰাণা আৰু তেওঁৰ পুতেক দুয়োকে জাহাঙ্গিৰে অতি সন্মানেৰে ব্যৱহাৰ কৰিছিল সন্দেহ নাই কিন্তু অমৰসিংহৰ এই কাৰ্য্যৰ দ্বাৰা ৰাজপুত স্বাধীনতাৰ শেষ, নিচান-খনিও উভালি পৰিল। মোগলৰ লগত বৈবাহিক সূত্ৰত আবদ্ধ হবলৈ অমৰ মান্তি হোৱা নাছিল, কিন্তু তাত বাহিৰে ৰাজপুতনাৰ আন আন ৰাজ্যৰ দৰে তেবোঁ মোগলৰ অধীন হ'ল।

আহমদনগৰৰ বিৰুদ্ধেও যুৱৰাজ খুৰমে কৃতকাৰ্য্যতাৰে যুদ্ধ চলাইছিল কিন্তু তেওঁ আবিচিনিয় সৰ্দ্দাৰ মালিক অম্বৰৰ অপৰাজেয় শক্তি আৰু সামৰ্থ্যৰ সম্মুখীন হবলগীয়া হৈছিল। আহমদনগৰ দুৰ্গ খুৰমে অধিকাৰ কৰিলে আৰু সম্ৰাটে তেওঁক 'ছাজাহান' উপাধিৰে অভিনন্দিত কৰিলে ( ১৬১৬ খৃঃ )।

চাৰি বছৰ পাচত 'কাঙ্গৰা' দুৰ্গ জাহাঙ্গিৰৰ হাতত পৰে ; এই দুৰ্গ আকবৰৰো হস্তগত হোৱা নাছিল। সেইবাবে এই সাফল্যত জাহাঙ্গিৰে অতিশয় প্ৰীতি লাভ কৰিছিল।

**জাহাঙ্গিৰ আৰু ইউৰোপীয় বণিক সম্প্ৰদায়**—১৪৯৭ খৃষ্টাব্দত পৰ্ত্তুগীজ নাবিক ভাস্কো দি গামাই ভাৰতলৈ সামুদ্ৰিক বাট আৱিষ্কাৰ কৰাৰ পাচত ভাৰতৰ একচেটিয়া বেপাৰৰ সুবিধা লাভ কৰিবলৈ পৰ্ত্তুগীজসকলে চেষ্টা কৰে। বেপাৰৰ সকলো সুবিধা লৈ তাৰ পাচত সাম্ৰাজ্য গঠন কৰিবলৈকে তেওঁলোকে সঙ্কল্প কৰিলে। ইজিপ্ত, তুৰ্কীস্থান আৰু গুজৰাটৰ মুছলমানসকলৰ লগত যুঁজি পৰ্ত্তুগীজসকলে জল আৰু স্থল দুয়ো ঠাইতে নিজৰ প্ৰাধান্য স্থাপন কৰিলে আৰু পৰ্ত্তুগীজ ভাৰতত এটি প্ৰধান শক্তি বুলি পৰিগণিত হ'ল। তেওঁলোকে ১৫১০ খৃষ্টাব্দত গোৱা, ১৫২৭ খৃষ্টাব্দত চালচেটি দ্বীপ আৰু ১৫৩৪ খৃষ্টাব্দত বেচিন অধিকাৰ কৰিলে। তেওঁলোকে এতিয়া কঙ্কন উপকূল লুটপাট কৰিবলৈ আৰম্ভ কৰিলে আৰু বিজাপুৰ আৰু আহমদনগৰৰ সম্মিলিত শক্তিক খেদাই পঠিয়ালে ; পূৱকালেও হুগলী আৰু ছিটাগঙত পৰ্ত্তুগীজ কুঠী স্থাপন হৈছিল। লাহে লাহে পৰ্ত্তুগীজসকল সকলোৰে অপ্ৰিয়ভাজন হয় ; তেওঁলোকে হিন্দু আৰু মুছলমান উভয় ধৰ্ম্মৰে ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিলে। অৱশেষত সম্ৰাটৰ তীৰ্থযাত্ৰীৰ চাৰিখন জাহাজ লুটপাট কৰিলত জাহাঙ্গীৰে সাম্ৰাজ্যৰ সকলো পৰ্ত্তুগীজকে বন্দী কৰে ; খৃষ্টান উপাসনা আৰু গিৰ্জা আদি বন্ধ কৰি দিয়ে আৰু পৰ্ত্তুগীজক দমন কৰিবলৈ হলেণ্ডৰ লগত সন্ধি কৰে।

জাহাঙ্গিৰৰ ৰাজত্বকালত ভাৰতৰ লগত ইংৰাজসকলৰ সৰ্ব্বপ্ৰথম ঘনিষ্ঠ সম্পৰ্ক স্থাপিত হয়। সপ্তদশ শতিকাৰ প্ৰথমৰ পৰাই ইংৰাজে ভাৰতৰ লগত বেহা-বেপাৰ কৰে। বাদছাহ জাহাঙ্গিৰৰ আদেশানুসাৰে তেওঁলোকে চুৰাটত কুঠী স্থাপন কৰে ( ১৬১৩ খৃঃ )। দুবছৰৰ পাচত ইংলণ্ডৰ ৰজা প্ৰথম জেমচৰ দূত চাৰ টমাচ ৰো (Sir Thomas Roe) জাহাঙ্গিৰৰ ৰাজ-সভালৈ আহে। তেওঁৰ চেষ্টাত ভাৰতত ইংৰাজৰ বাণিজ্য সম্বন্ধ সুপ্ৰতিষ্ঠিত হয়। ভাৰতৰ বিষয়ে, বিশেষকৈ জাহাঙ্গিৰৰ ৰাজসভাৰ বিষয়ে টমাচ ৰোৱে এটি বিৱৰণ লিখি থৈ যায়।

**ছাজাহানৰ বিদ্ৰোহ**-জাহাঙ্গিৰৰ জীৱনৰ শেষ দিন কেইটি অতি অশান্তিৰ মাজেৰে গৈছিল। ১৬২৩ খৃষ্টাব্দত, পাৰস্যৰ ৰজাই কান্দাহাৰ প্ৰদেশ কাঢ়ি লয় ; জাহাঙ্গীৰে এই হেৰোৱা প্ৰদেশৰ উদ্ধাৰৰ কাৰণে যুৱৰাজ ছাজাহানক পাচিলে। কিন্তু ছাজাহানে বাপেকৰ আদেশ অমান্য কৰি প্ৰকাশ্যে বিদ্ৰোহাচৰণ কৰিলে।

ছাজাহানৰ এই বিদ্ৰোহৰ কাৰণ আছিল। জেষ্ঠ পুত্ৰ নহলেও তেওঁৰ শক্তি-সামৰ্থ্য যথেষ্ট আছিল আৰু তেওঁ নুৰজাহানৰ ভায়েক আছফ খাঁৰ ছোৱালী বিয়া কৰাই সম্ৰাজ্ঞীৰো সহানুভূতি আকৰ্ষণ কৰি সিংহাসনৰ বাট মুকলি কৰি ৰাখিছিল। কিন্তু নুৰজাহানে নিজৰ জীয়েকৰ (শেৰ আফগানৰ) জাহাঙ্গিৰৰ সৰুপুতেক ছাহৰিয়াৰত বিয়া দিয়াৰ পাচৰ পৰা তেওঁ বেগমৰ চক্ষু-শূল হৈ পৰিছিল। দূৰবৰ্ত্তী অভিযানৰ সঙ্কটত পেলাই দিব খোজাত ছাজাহানে নুৰজাহানৰ অভিসন্ধি আছে বুলি আশঙ্কা কৰিছিল। যুৱৰাজৰ বিদ্ৰোহ কিন্তু সফল নহ'ল; দিল্লীৰ ওচৰত পৰাজিত হৈ তেওঁ দাক্ষিণাত্যলৈ পলাল। তাৰ পাচত বাপেক আৰু পুতেকৰ মাজত সদ্ভাৱ স্থাপন হৈছিল (১৬২৫ খৃঃ)।

**মহবত খাঁৰ বিদ্ৰোহ**—ক্ৰমশঃ শক্তি বৃদ্ধিৰ লগে লগে নুৰজাহানে সেনাপতি মহবৎ খাঁক সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। সাহসী আৰু শক্তিশালী হলেও মহবৎ খাঁ অবিশ্বস্ত কৰ্মচাৰী নাছিল; কিন্তু নুৰজাহানৰ ভয়ত তেওঁ বিদ্ৰোহী হ'ল আৰু ঝিলাম নদীৰ পাৰত শিবিৰ পাতি থাকোঁতে তেওঁ জাহাঙ্গিৰক বন্দী কৰিলে। অতি কৌশলেৰেহে সম্ৰাজ্ঞীয়ে জাহাঙ্গিৰক মুকলি কৰিলে। মহবত খাঁ পলাই দাক্ষিণাত্যত ছাজাহানৰ লগ লাগিলগৈ। ইফালে কিছুদিনৰ পাচতেই সম্ৰাটৰ মৃত্যু ঘটে (১৬২৭ খৃঃ)।

**জাহাঙ্গিৰৰ চৰিত্ৰ**—জাহাঙ্গিৰ শক্তি সামৰ্থ্যহীন কাপুৰুষ নাছিল কিন্তু অত্যধিক সুৰাপানৰ কাৰণে তেওঁৰ ইন্দ্ৰিয়সমূহ জৰাগ্ৰস্ত হৈ পৰিছিল। অনেক সময়ত তেওঁক ভদ্ৰ আৰু সদালাপী দেখা গৈছিল, কিন্তু কোনো কোনো সময়ত তেওঁ আকৌ জঘন্য হত্যাকাণ্ডৰ অনুষ্ঠান কৰিবলৈকো পিচ নুহুইকিছিল। আবুল ফজল আৰু ছেৰ আফগানৰ হত্যাকাণ্ড জাহাঙ্গিৰৰ মচিব নোৱাৰা কলঙ্ক। তেওঁ আছিল এজন কবি আৰু চিত্ৰকৰ আৰু প্ৰাকৃতিক দৃশ্যাৱলী তেওঁ উপভোগ কৰিছিল। তেওঁ শিল্প আৰু সাহিত্যৰ পৃষ্ঠপোষক আছিল আৰু নিজে কলা-বিদ্যাৰ অতি নিখুঁত সমালোচক আছিল। তেওঁৰ আত্মজীৱনীত ব্যক্তিগত ভালেথিনি জানিবলগীয়া কথা লিখা আছে।



## প্ৰশ্নমালা

১। নুৰজাহান কোন আছিল? কেনেকৈ আৰু কিভাবে তেওঁ মোগল সাম্ৰাজ্যত নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল?

(Who was Nurzehan? How had she been able to established her influence in the Moghul Empire?)

২। জাহাঙ্গিৰৰ দিনত কি কি ৰাজ্য জয় কৰা হৈছিল আৰু কেনেকৈ জয় কৰা হৈছিল?

(What were the countries that Zehangir conquered and how did he conquer them?)

৩। ইউৰোপীয় বণিক সম্প্ৰদায়ৰ লগত জাহাঙ্গিৰৰ সম্পৰ্ক বৰ্ণনা কৰা।

(Give an account of the relation of Zehangir with the English Merchants.)

৪। টোকা লিখা :—

(ক) জাহাঙ্গিৰৰ চৰিত্ৰ (খ) জাহাঙ্গিৰৰ বিৰুদ্ধে ছাজাহানৰ বিদ্ৰোহ (গ) মহবত খাঁ।

(Write short notes on :—

(a) Character of Zehangir. (b) Revolt of Shahzehan against Zehangir. (c) Mahabat khan.)

---

## নবম অধ্যায়

# ছাজাহান।

**ছাজাহানৰ সিংহাসন লাভ**—জাহাঙ্গিৰৰ মৃত্যুৰ পাচত সিংহাসনৰ বাবে ছাজাহান আৰু ছাহৰিয়াৰৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিল। শাহৰেক নুৰজাহানৰ সহায়ত ছাহৰিয়াৰে লাহোৰত নিজক সম্রাট বুলি ঘোষণা কৰিলে। ছাজাহান তেতিয়াও দাক্ষিণাত্যত, কিন্তু শহুৰেক আছফ খাঁ তেওঁৰ স্বাৰ্থৰ প্ৰতি সচেষ্ট আছিল। ১৬২৮ খৃঃৰ আগ ভাগতে আহি ছাজাহানে আগ্ৰাত ৰাজসিংহাসন অধিকাৰ কৰি বহিল আৰু সিংহাসন দাবী কৰিব পৰা প্ৰায় সকলো সম্বন্ধীয় লোককে হত্যা কৰি নিষ্কণ্টক হ'ল। নুৰজাহানক সন্মানেৰে ব্যৱহাৰ কৰা হৈছিল কিন্তু তেওঁৰ সকলো ৰাজনৈতিক ক্ষমতা মষিমূৰ হ'ল।



ছাজাহান।

**বিদ্ৰোহ**—বুন্দেলখণ্ডৰ শাসনকৰ্ত্তাই আৰু আফগান নেতা খান জাহান লোদিয়ে প্ৰকাশ্যে বিদ্ৰোহ আচৰণ কৰিলে। খানজাহান লোদিয়ে আহম্মদ নগৰৰ চুলতানৰ সহায় লৈছিল কিন্তু অলপ চেষ্টাতেই ছাজাহানে এই বিদ্ৰোহীসকলক দমন কৰিলে।



**পৰ্ত্তুগীজসকলৰ লগত সঙ্ঘৰ্ষ**—ষোড়শ শতিকাৰ শেহ ভাগত পৰ্ত্তুগীজসকলে হুগলীত কুঠী সাজিছিল (১৫৭৯ খৃঃ)। বেহা-বেপাৰত অযথা সুবিধা লাভ কৰিও তেওঁলোকে ক্ষান্ত নহ'ল। জোৰ কৰি তেওঁলোকে অনেক ভাৰতীয় লোকক খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰালে; আৰু সৰু সৰু ল'ৰা-ছোৱালী চুৰ কৰি, গোলাম হিচাপে ইউৰোপত বিক্ৰী কৰিবলৈ ধৰিলে। পৰ্ত্তুগীজসকল সকলো ভাৰতীয় লোকৰে অপ্ৰিয় হৈ উঠিল। অত্যাচাৰী বিদেশীসকলক খেদি দিবলৈ সম্ৰাটে বঙ্গদেশৰ শাসনকৰ্ত্তা কাচিম খাঁক আদেশ দিলে। হুগলীৰ দুৰ্গ অবৰোধ কৰি, তিনি মাহৰ পাচত মোগল সৈন্যই সেই দুৰ্গ অধিকাৰ কৰিলে (১৬৩২ খৃঃ)। ভাৰতত পৰ্ত্তুগীজ অধিকাৰ খৰ্ব্ব হ'ল আৰু প্ৰায় চাৰি হেজাৰ বন্দী আগ্ৰালৈ পঠিয়াই দিয়া হ'ল।

**দাক্ষিণাত্য আৰু সীমান্তৰ যুদ্ধ**—ছাজাহানে, আকবৰৰ দৰে দাক্ষিণাত্য বিজয়ৰ আৱশ্যকতা উপলব্ধি কৰিছিল। তেওঁ আহমদনগৰ জয় কৰে (১৬৩৩ খৃঃ) আৰু ইয়াৰ অধিকাংশ মোগল সাম্ৰাজ্যত যোগ কৰে। তাৰ পাচত তেওঁ বিজাপুৰ আৰু গোলকুণ্ডাৰ চুলতানক তেওঁৰ বশ্যতা স্বীকাৰ কৰিবলৈ কয়; গোলকুণ্ডা সম্মত হ'ল আৰু সম্ৰাটৰ কৰতলীয়া ৰাজ্য হিচাপে পৰিগণিত হ'ল কিন্তু বিজাপুৰৰ চুলতান সৈমান নহ'ল। তেতিয়া মোগল সৈন্যই বিজাপুৰ ৰাজ্যত ধ্বংসৰ লীলা আৰম্ভ কৰিলে আৰু অৱশেষত সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰি আৰু ২৬ লাখ টকা ক্ষতিপূৰণ দি বিজাপুৰে সন্ধি কিনিব লগাত পৰিল। অৱশ্যে, আহমদনগৰৰ এক অংশ বিজাপুৰৰ চুলতানক এৰি দিয়া হ'ল।

কান্দাহাৰ প্ৰদেশৰ কাৰণে পাৰস্য আৰু ভাৰতৰ ভিতৰত সঙ্ঘৰ্ষ হবলৈ ধৰিলে। আকবৰৰ বাল্যাৱস্থাত এই প্ৰদেশ পাৰস্যৰ ৰজাই জয় কৰে কিন্তু পিচত আকবৰে এই প্ৰদেশ আকৌ অধিকাৰ কৰে (১৫৯৪ খৃঃ); জাহাঙ্গিৰৰ দিনত ই পুনৰ পাৰস্যৰ ৰজাৰ হস্তগত হয় (১৬২৩ খৃঃ)। ছাজাহানে ইয়াক নিজ ৰাজ্যৰ চামিল কৰিছিল হয় (১৬৩৮ খৃঃ) কিন্তু এঘাৰ বছৰৰ পিচত এই

প্ৰদেশ আকৌ পাৰস্যৰ অন্তৰ্গত হয় (১৬৪৯ খৃঃ)। দাৰা আৰু ঔৰংজেবক পঠাই ছাজাহানে এই প্ৰদেশ লবলৈ কেবাবাৰো চেষ্টা কৰিছিল কিন্তু নিষ্ফল হ'ল।

ছাজাহানে মধ্য এচিয়াৰ বল্‌খ (বাহ্লীক ৰাজ্য) আৰু বদখ্‌চান নামে পাৰ্ব্বত্য ঠাইও জয় কৰিছিল (১৬৪৫ খৃঃ) কিন্তু দুবছৰ পিচত অত্যন্ত ক্ষতিগ্ৰস্ত হৈ সম্ৰাটৰ সেনাবাহিনী বল্‌খৰ পৰা উভতি আহিবলৈ বাধ্য হয়।

**দাক্ষিণাত্যত ঔৰংজেব**—বিজাপুৰৰ লগত সন্ধি হোৱাৰ পাচতেই ছাজাহানে তৃতীয় পুতেক ঔৰংজেবক দাক্ষিণাত্যৰ প্ৰতিনিধি পাতি পঠিয়ায়। আঠ বছৰৰ পাচত তেওঁক গুজৰাট, বল্‌খ আৰু বদখ্‌চানৰ শাসনকৰ্ত্তা পাতি কান্দাহাৰ পুনৰ উদ্ধাৰ কৰিবলৈ সম্ৰাটে অনুমতি দিয়ে; কিন্তু সেই কাৰ্য্যত ঔৰংজেব বিফলমনোৰথ হয়। এই অকৃতকাৰ্য্যতাৰ পিচত তেওঁক আকৌ দাক্ষিণাত্যৰ শাসনকৰ্ত্তা নিযুক্ত কৰা হয় (১৬৫৩ খৃঃ)। এইবাৰ ঔৰংজেবে শাসন সংস্কাৰত মনোযোগ দিয়ে॥ তেওঁ মুৰ্চিদকুলি খাঁ নামে এজন সুদক্ষ পাৰ্চী কৰ্ম্মচাৰীৰ সহায়ত টোডৰমলৰ প্ৰণালীৰে দাক্ষিণাত্যত মাটি পিয়ল কৰালে আৰু ৰাজহ বিভাগৰ সংস্কাৰ সাধন কৰিলে।

ঔৰংজেব অতি দুৰাকাঙ্ক্ষী আছিল আৰু তেওঁ গোলকুণ্ডা আৰু বিজাপুৰ মোগল সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ গোলকুণ্ডা অবৰোধ কৰিলে আৰু তাৰ বিশ্বাস-ঘাতকী প্ৰধান মন্ত্ৰী মিৰজুম্লাৰ সহায়ত এই নগৰৰ ধ্বংস অনিবাৰ্য্য হৈ উঠিল; এনেতে ছাজাহানে সেই যুদ্ধ বন্ধ কৰি দিলে। গোলকুণ্ডাৰ ৰজাই যুদ্ধৰ ক্ষতিপূৰণ দিবলৈ স্বীকৃত হ'ল।

তাৰ পাচত ঔৰংজেবে বিজাপুৰ আক্ৰমণ কৰি তাৰ চুলতানক সম্পূৰ্ণ ভাৱে পৰাস্ত কৰে কিন্তু তাতো সম্ৰাটৰ হস্তক্ষেপত যুদ্ধ স্থগিত হয় আৰু বিদৰ আদি কেবাখনো ঠাই মোগলৰ অধীনলৈ আহে (১৬৫৭ খৃঃ)।

**ছাজাহানৰ উত্তৰাধিকাৰী**—১৬৫৭ খৃষ্টাব্দৰ শেহ ভাগত ছাজাহান সাঙ্ঘাতিক ৰকমে বেমাৰত পৰে আৰু তেওঁৰ চাৰি পুতেকৰ ভিতৰত সিংহাসনৰ বাবে কাজিয়া লাগে। সম্ৰাটৰ জ্যেষ্ঠ পুত্ৰ দাৰা অতি মৰমৰ আৰু বিশ্বাসৰ



পাত্ৰ আছিল কিন্তু ধৰ্ম্ম বিষয়ত উদাৰ আছিল বুলি তেওঁক গোড়া মুছলমান ডাঙৰীয়াসকলে ভাল নাপাইছিল। দ্বিতীয় পুতেক চুজা ৰণবিদ্‌ হলেও অতি বিলাসী আছিল আৰু কনিষ্ঠ পুত্ৰ মুৰাদ বীৰ আৰু তেজস্বী হলেও তেওঁ অমিতাচাৰী আৰু দুৰ্ব্বুদ্ধিপৰায়ণ আছিল। ঔৰংজেবেই আছিল সকলোতকৈ কৰ্ম্মক্ষম আৰু ৰণনিপুণ বীৰ। কিন্তু তেওঁ আছিল শঠতা আৰু নিষ্ঠুৰতাৰ সাক্ষাৎ প্ৰতিমূৰ্ত্তি। গোড়া চুন্নি সম্প্ৰদায়ৰ মুছলমান ডাঙৰীয়াসকলে তেওঁৰ ক সমৰ্থন কৰিছিল।

ছাজাহানৰ অসুস্থতাৰ পিচতেই চুজা, ঔৰংজেব আৰু মুৰাদ প্ৰত্যেকেই নিজক সম্ৰাট বুলি ঘোষণা কৰিলে। যুদ্ধৰ পাচত সাম্ৰাজ্য ভগাই লোৱাৰ বন্দৱস্ত কৰি মুৰাদ আৰু ঔৰংজেবে সম্মিলিত ভাৱে অভিযান আৰম্ভ কৰিলে। কাশীৰ ওচৰত চুজাক দাৰাৰ পুতেকে পৰাস্ত কৰি পঠিয়ায় (১৬৫৮ খৃঃ)। অলপ সুস্থ হোৱাৰ পাচত সম্ৰাটে যশোৱন্ত সিংহ আৰু কাচিম খাঁক মুৰাদ আৰু ঔৰংজেবক দমন কৰিবলৈ পঠিয়ায়; কিন্তু ফলত উজ্জয়িনীৰ ওচৰত ধৰ্ম্মতৰ যুদ্ধত সম্ৰাটৰ সৈন্য পৰাস্ত হয় (১৬৫৮ খৃঃ এপ্ৰিল)। চামুগড়ৰ যুদ্ধত দাৰা প্ৰাণ লৈ কোনোমতে পলায়। আগ্ৰা অধিকাৰ কৰি ঔৰংজেবে বুঢ়া বাপেকক বন্দী কৰে; ইয়াৰ কিছুদিন পাচতেই ঔৰংজেবে মুৰাদৰ প্ৰাণদণ্ডৰ আদেশ দিয়ে।

দিল্লী অধিকাৰ কৰি ঔৰংজেবে আলমগীৰ (conqueror of the world) উপাধি লৈ ৰাজপাটত উঠে (১৬৫৮ খৃঃ)। দেওৰাই গিৰিসঙ্কটৰ যুদ্ধত দাৰা আকৌ পৰাস্ত হৈ পলাবৰ উপক্ৰম কৰে (১৬৫৯ খৃঃ) কিন্তু তেওঁক বন্দী কৰা হয় আৰু পাচত প্ৰাণদণ্ডত দণ্ডিত হয়। সেই বছৰতে, ঔৰংজেবে খাজোৱাৰ যুদ্ধত চুজাক ঘটুৱায়; উপায়ন্তৰ বিহীন হৈ চুজা আৰাকানত আশ্ৰয় লয়, কিন্তু সম্ভৱতঃ তেওঁ তাতেই কোনো দস্যুৰ হাতত সপৰিবাৰে নিহত হয়।

**ছাজাহানৰ চৰিত্ৰ আৰু তেওঁৰ আড়ম্বৰপ্ৰিয়তা**—মৃত্যুৱে চিৰশান্তি নিদিয়ালৈকে (১৬৬৬ খৃঃ ২২ জানুৱাৰী) সম্ৰাট ছাজাহানে জীৱনৰ বাকী

দিন কেইটি আগ্ৰা দুৰ্গত বন্দী হিচাপে মনৰ অশান্তিৰে কটাবলগীয়া হৈছিল। দিল্লীশ্বৰৰ এই অসহ জীৱনৰ কথা ভাবিলে একালে যেনেকৈ সহানুভূতি জাগে; আনকালে তেনেকৈ তেওঁৰ পিতৃৰ বিৰুদ্ধে কৰা বিদ্ৰোহ আৰু ৰাজ পৰিয়ালৰ অসংখ্য ডেকাল'ৰাৰ হত্যাকাণ্ডৰ দ্বাৰা সিংহাসন লোৱাৰ কথা মনত পৰে! নিয়তিয়ে উপযুক্ত প্ৰতিফল তেওঁৰ বুঢ়া বয়সলৈকে সাঁচি থৈছিল।

ছাজাহানৰ দীঘলীয়া ৰাজত্ব (১৬১৮—১৬৫৮ খৃঃ) মুঠতে শান্তিপূৰ্ণ আছিল বুলি কব পাৰি। তেওঁ প্ৰজাৰ প্ৰতি দয়ালু আছিল আৰু দোষীক উগ্ৰ দণ্ড বিহিছিল, বিশেষকৈ অত্যাচাৰী, ৰাজহ-আদায়কাৰী আৰু শাসনকৰ্ত্তাৰ চৰিত্ৰৰ প্ৰতি তেওঁ কঢ়া নজৰ ৰাখিছিল—কিন্তু তথাপিতো তেওঁৰ শাসন আকবৰৰ দৰে দৃঢ় নাছিল। সদিচ্ছা সত্বেও তেওঁ প্ৰজাসকলক তলতীয়া কৰ্ম্মচাৰীৰ অত্যাচাৰ, অনাচাৰ আৰু উৎপীড়নৰ পৰা ৰক্ষা কৰিব নোৱাৰিছিল;—এই কথা বিদেশী ভ্ৰমণকাৰী "পিটাৰ মুণ্ডি" আৰু "বাৰ্ণিয়াৰ" আদিৰ বিৱৰণৰ পৰা জানিব পাৰি। ধৰ্ম্ম সম্বন্ধেও তেওঁ আকবৰৰ সহন নীতি মানি নচলিছিল। তেওঁ কেৱল খৃষ্টিয়ান ধৰ্ম্মৰ বিৰুদ্ধেহে সজাগ আছিল এনে নহয়; বৰঞ্চ হিন্দুৰ পূজা মন্দিৰ নতুনকৈ সজোৱা বন্ধ কৰি দিছিল আৰু যিবোৰৰ কাম আগেয়ে আৰম্ভ কৰা হৈছিল, তাকো ধ্বংস কৰিছিল।

মমতাজ।

ছাজাহানৰ নৈতিক জীৱনো কলঙ্কিত আছিল। কিন্তু মমতাজ-মহলক (আফজল খাঁৰ জীয়েক) বিয়া কৰোৱাৰ পিচৰ পৰা তেওঁৰ জীৱনত



হুত পৰিবৰ্ত্তন ঘটে। মমতাজৰ প্ৰতি সম্ৰাটৰ স্নেহ আৰু ভাল পোৱা সঁচাকৈ নুপম আৰু আদৰ্শস্থানীয়। অতিপাত স্নেহৰ কাৰণেই হব পায় তেওঁৰ টাইকেজন ল'ৰাই উদ্ধত আৰু অসংযত হৈ উঠিছিল।

সম্ৰাটৰ আটাইতকৈ ডাঙৰ ৰাপ আছিল শিল্প আৰু কলা বিষয়ৰ জাক-মকতাত। ছাজাহানৰ ৰাজত্ব পৃথিবী বিখ্যাত, কলা-বিদ্যাৰ চৰম উৎকৰ্ষৰ ৰণে আৰু তাৰ জলন্ত দৃষ্টান্ত হৈছে প্ৰেমৰ মূৰ্ত্তিমান স্তম্ভ, পৃথিবীৰ ন্দৰ্য্যৰ বস্তু আগ্ৰাৰ তাজমহল। সোহাগী পত্নী মমতাজৰ সমাধিৰ ওপৰত ৰ্মিত এই অমৰ স্মৃতিচিনে ছাজাহানৰ স্মৃতি অমৰ কৰি ৰাখিছে।

পাৰ্চী আৰু ভাৰতীয় স্থাপত্যশিল্পৰ মিলনৰ ফলস্বৰূপে মোগল ৰাজত্বত



তাজমহল।

নেক সুন্দৰ সুন্দৰ অট্টালিকাৰ নিৰ্ম্মাণ হয়। তাৰ ভিতৰত শ্ৰেষ্ঠ তাজমহল ৬৩২ চনত আৰম্ভ কৰি ১৬৫৩ চনত ইয়াৰ নিৰ্ম্মাণ কাৰ্য্য শেষ কৰা হয়। ন আন দৃষ্টান্তৰ ভিতৰত আগ্ৰাৰ "মতি মচজিদ" (Pearl mosque) আৰু

দিল্লীৰ "জুম্মা মচ্‌জিদ", "দেওয়ান-ই-খাচ্" আৰু "দেওয়ান-ই-আম



দেওয়ান-ই-আম।

উল্লেখযোগ্য। ছাজাহানে প্ৰায় গোটেই দিল্লী নগৰ নতুনকৈ সজাইছিল



দেওয়ান-ই-খাচ্।

তাৰ নাম ৰাখিলে "ছাজাহানাবাদ"। বিখ্যাত 'ময়ূৰ সিংহাসনো' তে



আড়ম্বৰপ্ৰিয়তাৰ আন এটি প্ৰমাণ। ই বিশুদ্ধ সোণেৰে নিৰ্ম্মিত আৰু মূল্যবান মণি-মুকুতাৰে খোদিত আছিল। পৃথিবীৰ কোনো ৰজাৰ এনে মূল্যবান সিংহাসন নাছিল; নাদিৰ ছাহে ভাৰত আক্ৰমণৰ সময়ত এই অপূৰ্ব্ব সিংহাসন পাৰস্যলৈ লৈ যায় (১৭৩৯ খৃঃ)।

**বিদেশী ভ্ৰমণকাৰীৰ টোকা**—ফৰাচীদেশীয় ভ্ৰমণকাৰী **টেভাৰনিয়াৰে** (Tavernier) কয় যে ছাজাহানৰ ৰাজত্বত কদা-কাচিৎহে বিদ্ৰোহ হৈছিল আৰু সাধাৰণতে তেওঁৰ শাসন দৃঢ় আৰু শৃঙ্খলাপূৰ্ণই আছিল। সমসাময়িক ঐতিহাসিক কাফি খাঁয়ো ছাজাহানৰ শাসন প্ৰণালীক প্ৰশংসা কৰি লিখিছে।

ইটালীৰ পৰিব্ৰাজক **মেনুচিয়ে** (Manucci) কয় যে ছাজাহানৰ শাসন সৰ্ব্বাঙ্গ সুন্দৰ আছিল; ধূৰ্ত্ত শাসকসকলক তেওঁ যি গুৰুদণ্ড বিহিছিল—তাৰ দ্বাৰাই সেইকথা প্ৰমাণিত হয় বুলি তেওঁ উল্লেখ কৰিছে।

ইংৰাজ ভ্ৰমণকাৰী **পিটাৰ মুণ্ডিয়ে** (Peter Mundy) ডাঙৰ ডাঙৰ নগৰত প্ৰকাণ্ড স্তম্ভত আৰি থোৱা দোষীৰ কটা মূৰ লক্ষ্য কৰিছিল; দোষীৰ উগ্ৰ শাস্তিৰ দ্বাৰা প্ৰজাক তেনে পাপ কামৰ পৰা বিৰত কৰাটো সম্ৰাটে ইচ্ছা কৰিছিল। তেওঁৰ শাসন শৃঙ্খলাপূৰ্ণ হলেও প্ৰাদেশিক শাসনকৰ্ত্তাসকল অত্যাচাৰী আৰু লোভী আছিল কাৰণে প্ৰজাৰ শান্তি ভঙ্গ হৈছিল।

## প্ৰশ্নমালা

১। ছাজাহানৰ সাম্ৰাজ্য-বিস্তাৰ নীতি বৰ্ণনা কৰা।

(Describe the policy of expanding the Empire of Shahzehan.)

২। ছাজাহানৰ চৰিত্ৰ সমালোচনা কৰা।

(Criticise the character of Shahzehan.)

৩। যুৱৰাজ ঔৰংজেবৰ দাক্ষিণাত্য অভিযান আৰু তাৰ ফলাফল বৰ্ণোৱা।

(Give an account of the expedition led by prince Aurangzeb to the Deccan with its results.)

৪। টোকা লিখা :—(ক) টেভাৰনিয়াৰ (খ) মেনুচি (গ) পিটাৰ মুণ্ডি (ঘ) মমতাজ মহল।

(Write short notes on :—

(a) Tavernier, (b) Manucci, (c) Peter Mundy, (d) Mumtaz Mahal. )

---

## দশম অধ্যায়

# ঔৰংজেব।

**ঔৰংজেব আৰু অসম**—সম্রাট জাহাঙ্গিৰে কামৰূপ জিলালৈকে নিজ ৰাজ্যৰ সীমা বঢ়াইছিল। কিন্তু আহোম ৰজাসকলে সেই জিলা কেইখন কেনেকৈ আকৌ পাব পাৰে তাৰে চেগ চাই আছিল। সম্রাট ছাজাহানৰ মৃত্যুৰ পিচত দিল্লীৰ সিংহাসন লৈ যেতিয়া ঔৰংজেব আৰু তেওঁৰ ভাই-ককাইহঁতৰ ভিতৰত কাজিয়া লাগিল,আহোম ৰজাই সেই সুযোগতে কামৰূপ জিলা অধিকাৰ কৰিলে (১৬৫৮ খৃঃ)। ঔৰংজেবে সম্রাটৰ গদী অধিকাৰ কৰিলত আহোম ৰজাৰ কাৰ্য্যৰ পোতক তুলিবৰ কাৰণে তেওঁ স্থিৰ কৰিলে।



ঔৰংজেব।

গোলকুণ্ডাৰ বিশ্বাসঘাতক মন্ত্রী মিৰজুম্‌লা দাক্ষিণাত্যত থকা কালৰ পৰাই ঔৰংজেবৰ বিশ্বাসী বন্ধু হৈ পৰিছিল। তেওঁক বঙ্গদেশৰ শাসনভাৰ



দিয়া হৈছিল। এই সময়ত অসমত আহোম ৰজা আছিল জয়ধ্বজ সিংহ। ঔৰংজেবে জয়ধ্বজ সিংহৰ ৰাজ্য আক্রমণ কৰিবলৈ মিৰজুম্‌লাক পাচিলে। অসংখ্য অশ্বাৰোহী, পদাতিক সৈন্য আৰু নৌবাহিনী লৈ মিৰজুম্‌লাই অসম আক্রমণ কৰিলে (১৬৬২ খৃঃ)। কোচবিহাৰ জয় কৰি আৰু বাটৰ সকলো বাধাবিঘিনি পাৰ হৈ তেওঁ গড়গাওঁলৈকে উজাই গ'ল। হঠাৎ বাৰিষা পৰাৰ লগে লগে মিৰজুম্‌লাৰ সৈন্যৰ ৰচদ-পাতি যোগাৰ কৰাত টান পৰিল আৰু মহামাৰী ৰোগত পৰি তেওঁৰ বহুতো সৈন্যৰ মৃত্যু হবলৈ ধৰিলে। ভয় খাই



গড়গাওঁৰ আহোম ৰাজপ্রাসাদ।

মিৰজুম্‌লাই আহোম ৰজাৰ লগত সন্ধি কৰিলে আৰু পিচ হুহঁকি বঙ্গদেশলৈ আহিল। যাওঁতে বাটতে তেওঁৰ মৃত্যু ঘটে।

মিৰজুম্‌লাৰ মৃত্যুৰ পিচত চায়েস্তা খাঁ বঙ্গদেশৰ গবৰ্ণৰ নিযুক্ত হয়। এওঁ মোগল সম্রাটৰ মোমায়েক আছিল। এবাৰ মাৰাঠাৰ নায়ক শিবাজীৰ হাতত পৰা বৰ কৌশলেৰে প্রাণ ৰচাই পিচত তেওঁ বঙ্গদেশৰ শাসক হয়। শাসনকৰ্ত্তা

হিচাপে চায়েস্তা খাঁৰ নাম আছিল আৰু আৰাকানৰ ৰজাৰ পৰা ছিটাগং জিলা জয় কৰি (১৬৬৬ খৃঃ) পৰ্ত্তুগিজ জলদস্যুবিলাকক দমন কৰিছিল।

চায়েস্তা খাঁই বঙ্গদেশ শাসন কৰি থকা কালৰ ভিতৰতে আহোম ৰজা জয়ধ্বজ সিংহৰ মৃত্যু হয় (১৬৬৩ খৃঃ) আৰু চক্ৰধ্বজ সিংহ আহোম ৰাজপাটত উঠে। চক্ৰধ্বজ অতি প্ৰবল প্ৰতাপী ৰজা আছিল। পূৰ্ব্বৰ সন্ধিমতে মোগল সম্ৰাটলৈ কৰ পঠাবলৈ অমান্তি হোৱাত মোগল সম্ৰাটে ৰামসিংহৰ নেতৃত্বত অসমৰ বিৰুদ্ধে এটি বিৰাট বাহিনী পঠিয়ালে (১৬৬৯ খৃঃ)। উত্তৰ গুৱাহাটীৰ ওচৰত শৰাইঘাট নামে ঠাইত অসম বীৰ লাচিত ফুকনে মোগল সেনাক খেদুৱাই যি কীৰ্ত্তি ৰাখিলে, সি ভাৰতৰ বুৰঞ্জীত অতুলনীয়। ইয়াৰ পিচত আৰু কেইবাবাৰো মোগল বাহিনীয়ে অসম জয় কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু ঔৰংজেবে অসমক সাম্ৰাজ্যৰ ভিতৰুৱা কৰিবলৈ সক্ষম নহ'ল।

১৬৬১ খৃষ্টাব্দত ঔৰংজেবে ছোটনাগপুৰৰ অন্তৰ্গত পালামৌ অধিকাৰ কৰে। ঔৰংজেবৰ সৈন্য দাক্ষিণাত্যৰ যুদ্ধত ব্যস্ত থাকোঁতে উত্তৰ-পশ্চিম সীমান্তত আফগানসকলে অত্যাচাৰ আৰম্ভ কৰে। অনেক যুদ্ধৰ পাচত অকৃতকাৰ্য্য হৈ সম্ৰাটে অৱশেষত তেওঁলোকৰ লগত সন্ধি কৰে।

**ৰাজপুতৰ লগত যুদ্ধ**—ঔৰংজেব সিংহাসনত উঠাৰ দহ বছৰ পাচৰ পৰা হিন্দুৰ ওপৰত প্ৰবল উৎপীড়ন আৰম্ভ কৰে। গোটেই ভাৰতবৰ্ষকে তেওঁ চুন্নি-সম্প্ৰদায়ৰ মুছলমান কৰিবলৈ ইচ্ছা কৰিছিল। প্ৰাদেশিক শাসনকৰ্ত্তা-সকললৈ তেওঁ আদেশ পঠিয়ালে যে হিন্দুৰ মন্দিৰ আৰু বিদ্যালয়সকলো যাতে ধ্বংস কৰা হয়। বেনাৰচ আৰু মথুৰাত হিন্দুমন্দিৰ ভাঙি তাৰ ঠাইত মচজিদ নিৰ্ম্মাণ কৰা হয়। তেওঁৰ ৰাজত্বত হিন্দুসকলক চাকৰি দিয়া বন্ধ কৰি দিলে। "সৎনামী" নামে হিন্দু-সম্প্ৰদায়ে ঔৰংজেবৰ এই সকল নীতি বিগৰ্হিত অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে (১৬৭২ খৃঃ)। সম্ৰাটৰ সৈন্যই এওঁলোকক দমন কৰোঁতে উৎকট কষ্ট পাইছিল।

ইমানতো ঔৰংজেবৰ জ্ঞানচকু মুকলি নহ'ল। হিন্দুৰ ওপৰত তেওঁ আকৌ



জিজিয়া কৰ বহুৱালে; (১৬৭৯ খৃঃ); হিন্দু প্ৰজাসকলে ইয়াৰ বিৰুদ্ধে যথেষ্ট আপত্তি জনালে, কিন্তু আপত্তিলৈ কাণ দিয়া মানুহ ঔৰংজেব নাছিল।

সেনাপতি যশোৱন্ত সিংহৰ (মাৰৱাৰৰ ৰজা) যেতিয়া মৃত্যু হ'ল (১৬৭৮ খৃঃ), সম্ৰাটে তেওঁৰ দুই শিশুপুত্ৰক বন্দী কৰিবলৈ চেষ্টা কৰিলে;—উদ্দেশ্য আছিল দুয়োকে নৈষ্ঠিক মুছলমান হিচাপে ডাঙৰ-দীঘল কৰিবলৈ। ৰাঠোৰ বীৰ দুৰ্গাদাসৰ কৌশলত তেওঁলোকক দিল্লীৰ পৰা লৈ অহা হ'ল। এই দুৰ্দ্দিনত দুই ৰাজপুত ৰাজ্য মাৰৱাৰ আৰু মেৱাৰ সম্মিলিত হ'ল (১৬৭৯ খৃঃ); ঔৰংজেবৰ চতুৰ্থ পুত্ৰ আকবৰেও সিংহাসনৰ আশাত তেওঁলোকৰ লগত যোগ দিলে। কৌশলেৰে সম্ৰাটে আকবৰক ৰাজপুত মিত্ৰপৰা বিচ্ছিন্ন কৰিলে কিন্তু তথাপি ৰাজপুত দমন নহ'ল। অৱশেষত মেৱাৰৰ ৰাণা ৰাজসিংহই নিজ ৰাজ্যৰ কিছু অংশ এৰি দি সম্ৰাটৰ লগত সন্ধি কৰে (১৬৮১ খৃঃ); ফলত জিজিয়া কৰ উঠাই দিয়া হয়।

**দাক্ষিণাত্য বিজয়**—বিজাপুৰ আৰু গোলকুণ্ডাৰ ৰজা 'চিয়া' সম্প্ৰদায়ৰ মুছলমান আছিল। যুদ্ধ আৰম্ভ কৰিবলৈ ঔৰংজেবক ইয়াতকৈ আৰু কি বেছি কাৰণ লাগিছে? অৱশ্যে প্ৰকৃত কাৰণ আছিল, এই দুই দেশে প্ৰকাৰান্তৰে শিবাজীৰ অধীনতা স্বীকাৰ কৰিছিল।

যুৱৰাজ মুৱাজমে (Muazzam) গোলকুণ্ডা আক্ৰমণ কৰে (১৬৮৫ খৃঃ) আৰু হায়দৰাবাদ নগৰ লুটপাট কৰি, ইয়াৰ ৰজাৰ লগত সন্ধি কৰে। সন্ধি কৰা কথাটো সম্ৰাটৰ মনত ভাল নালাগিল।

যুৱৰাজ আজমক (Azam) বিজাপুৰ জয় কৰিবলৈ পঠোৱা হৈছিল সঁচা, কিন্তু তেওঁৰ দ্বাৰা ঔৰংজেবৰ অভীষ্ট সিদ্ধ নহ'ল; সম্ৰাটে তেতিয়া নিজেই বিজাপুৰ অৱৰোধ কৰিলেগৈ। ৰচদ-পাতিৰ অভাৱত বিজাপুৰৰ চুলতানে সন্ধি কৰিবলৈ বাধ্য হ'ল (১৬৮৬ খৃঃ)।

ইয়াৰ পাচত সম্ৰাটে পুনৰ গোলকুণ্ডা আক্ৰমণ কৰে। আক্ৰমণৰ কাৰণ

অতি স্পষ্ট। ইয়াৰ শাসনকৰ্ত্তা আবুল হাছানে বামুণ মন্ত্ৰী নিযুক্ত কৰিছিল আৰু শিবাজীৰ পুতেক শম্ভুজীক 'চৌথ' দিছিল। আবুল হাছানে প্ৰশংসনীয়




বিক্রমেৰে আত্মৰক্ষা কৰিছিল কিন্তু তেওঁৰ এজন কৰ্ম্মচাৰীয়ে বিশ্বাসঘাতকতা কৰি মোগলসৈন্যক নগৰৰ গুপ্তদুৱাৰ দেখুৱাই দিলে আৰু গোলকুণ্ডাৰ পতন হ'ল (১৬৮৭ খৃঃ)। এই দুই ৰাজ্য ধ্বংস কৰি ঔৰংজেবে ৰাজনৈতিক জ্ঞানৰ অভাৱৰ পৰিচয় দিলে; যি ক্রমবৰ্দ্ধমান মাৰাঠা শক্তি এই দুই ৰাজ্যৰ



লগত সদায় যুদ্ধত ব্যস্ত আছিল, সি এতিয়া সম্পূৰ্ণ মুক্ত হৈ দিল্লী ৰাজ-সিংহাসনৰ ভেটি কঁপাই তুলিলে।

**ঔৰংজেৱ আৰু মাৰাঠাশক্তি**—দাক্ষিণাত্যত চুবাদাৰ হৈ থকা কালৰ পৰাই ঔৰংজেব আৰু উঠি অহা মাৰাঠা শক্তিৰ ভিতৰত সংঘৰ্ষ আৰম্ভ হয়। ৰাজপাট-লাভৰ পাচত মাৰাঠা-নায়ক শিবাজীক দমন কৰিবলৈ ঔৰংজেবে মোমায়েক চায়েস্তা খাঁক পঠিয়ায়। শিবাজীৰ তীক্ষ্ণ তৰোৱালৰ আগত হাতৰ তিনিটা আঙুলি থৈ চায়েস্তা খাঁ কোনোমতে পৈতৃক প্ৰাণ লৈ ভাগিনেকৰ আগত হাজিৰ হ'লহি (১৬৩৩ খৃঃ)। ইয়াৰ পিচত শিবাজীয়ে সুৰাট লুটপাট কৰে। এবাৰ সম্ৰাটে জয়সিংহ আৰু দিলীৰ খাঁৰ লগত প্ৰকাণ্ড মোগল ফৌজ দি শিবাজীৰ ঔদ্ধত্যৰ সমুচিত প্ৰতিফল দিবলৈ পঠিয়ালে; তেওঁৰ শিবাজীয়ে সন্ধি কৰিলে (পুৰন্দৰত)। এই সন্ধিমতে (১৬৬৫ খৃঃ) শিবাজীয়ে মোগল সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰে আৰু জয় কৰা কিছুমান ঠাই সম্ৰাটক এৰি দিয়ে। পিচ বছৰত দিল্লীৰ ৰাজসভালৈ শিবাজীৰ নিমন্ত্ৰণ আহিল; তেওঁক যথাযোগ্য সম্ভাষণ নকৰি অবমাননাতো কৰা হলেই তদুপৰি তেওঁ ঔৰংজেবৰ হাতত বন্দী হ'ল; অতি কূট-কৌশল কৰিহে শিবাজী দিল্লীৰপৰা পলাল (১৬৬৬ খৃঃ)। ১৬৬৮ খৃষ্টাব্দত তেওঁ "ৰজা" উপাধি লৈ ৰাজপাটত উঠে আৰু ঔৰংজেবৰ লগত আকৌ সন্ধি কৰে; কিন্তু ইমানতো শিবাজীয়ে ৰহি নাথাকিলে, তেওঁ আকৌ লুট্‌পাট আৰম্ভ কৰিলে আৰু খান্দেশৰ পৰা চৌথ (আয়ৰ ১/৪ অংশ) আদায় কৰিলে; আগেয়ে সম্ৰাটক এৰি দিয়া কেইটামান দুৰ্গ পুনৰ হস্তগত কৰা হ'ল। ১৬৭৫ খৃষ্টাব্দত তেওঁ হিন্দু-ৰজাৰ নিয়ম মতে মহাসমাৰোহেৰে অভিষেক কাৰ্য্য শেষ কৰে। বিজাপুৰ আৰু গোলকুণ্ডাৰ পৰাও শিবাজীয়ে কিছু নতুন ঠাই লাভ কৰিলে।

অভিষেকৰ পাঁচবছৰ পাচত শিবাজীৰ মৃত্যু হয় (১৬৮০ খৃঃ)। তেওঁৰ পুতেক শম্ভুজী তেতিয়া মাৰাঠা জাতিৰ নায়ক হ'ল। কিন্তু ন বছৰ পাচত মোগলৰ হাতত শম্ভুজী বন্দী হয় আৰু তেওঁক নিষ্ঠুৰ ভাৱে বধ কৰা হয়

(১৬৮৯ খৃঃ)। তেওঁৰ পুতেক ছাহুক ঔৰংজেবে বন্দী কৰি ৰাখিলে। এতিয়া মাৰাঠাৰ নেতৃত্ব শিৱাজীৰ সৰুপুতেক ৰাজাৰামৰ হাতলৈ যায়। মোগলৰ তীব্ৰ আক্ৰমণত ৰাজাৰামে দেশ এৰি পলায়; কিন্তু মাৰাঠা মন্ত্ৰী পেছোৱাসকলে অতি দক্ষতাৰে ৰাজ্য আৰু মোগলৰ বিৰুদ্ধে আক্ৰমণ চলাবলৈ ধৰিলে।

ৰাজাৰামৰ মৃত্যুৰ (১৭০০ খৃঃ) পাচত তেওঁৰ পত্নী বীৰাঙ্গনা তাৰাবায়ে শিশু পুতেক তৃতীয় শিৱাজীৰ হৈ ৰাজ্যৰ শাসন চলায়। মাৰাঠাসকলৰ যুদ্ধত ঔৰংজেব সদায় অকৃতকাৰ্য্য হোৱা নাছিল। কিন্তু যি মাত্ৰকে তেওঁ ঘৰমুৱা হয়, তেতিয়াই মাৰাঠাসকল আকৌ স্বাধীন হয়। লুট্‌পাট্ আৰু গৰিলা যুদ্ধৰ দ্বাৰা অশ্বাৰোহী তীব্ৰবেগী মাৰাঠা সৈন্যই বিশাল শ্লথ-গতিৰ মোগল সেনাবাহিনীক ত্ৰিভুবন দেখুৱালে। এই মৰিও নমৰা বৈৰীৰ লগত লাগি থাকোঁতেই আহমদনগৰত ঔৰংজেবৰ পৰলোক হয় (১৭০৭ খৃঃ)।

**ঔৰংজেবৰ চৰিত্ৰ**—ভাই-ককাইৰ তেজেৰে তৰোৱাল ধুই সিংহাসন অধিকাৰ কৰিলেও ঔৰংজেবক এজন 'ৰক্ত-পিপাসু দানৱ' বুলি কোৱাটো উচিত নহয়। তেজৰ নৈ পাৰ হৈ ৰাজপাটত উঠাটো মোগল-ৰাজবংশৰ এটা স্বাভাৱিক ঘটনা; তেওঁৰ বাপেক ছাজাহানেও এনে নিষ্ঠুৰতা দেখুৱাইছিল। তথাপি সম্ৰাটৰ এই হত্যাকাণ্ডৰ অনুষ্ঠান যে অতি গৰ্হিত আৰু নৃশংস আছিল তাক স্বীকাৰ নকৰি নোৱাৰি।

ব্যক্তিগত জীৱনত ঔৰংজেবে এজন নৈষ্ঠিক চুন্নি মুছলমানৰ জীৱন যাপন কৰিছিল। তেওঁ সৰল আৰু অনাড়ম্বৰ আছিল, যেনিবা এজন ফকিৰ হে। কোৰাণৰ উপদেশ মতে চলিবলৈ তেওঁ চেষ্টা কৰিছিল আৰু সেয়ে কেতিয়াও সুৰাপান নকৰিছিল। তেওঁ সাহিয়াল আৰু পৰিশ্ৰমী, বুদ্ধিমান্ আৰু সুৰুচিসম্পন্ন আছিল; কিন্তু ইমানবোৰ সদ্‌গুণ সত্বেও তেওঁ প্ৰজাৰ ভালপোৱা আৰু ভক্তি আকৰ্ষণ কৰিব নোৱাৰিলে কিয় বাৰু?

মনৰ সঙ্কীৰ্ণতা আৰু সকলোকে অকাৰণতে সন্দেহ কৰা—এই দুই দোষ



ঔৰংজেবৰ জীৱনত এনেদৰে দৃঢ় ভাবে শিপাই লৈছিল যে তেওঁ কাকো অন্তৰঙ্গ বন্ধু বুলি বিশ্বাস কৰিব নোৱাৰিছিল আৰু ফলস্বৰূপে তেওঁকো কোনেও বিশ্বাস নকৰিছিল; আনকি নিজৰ মাক-বাপেকৰ প্ৰতিও তেওঁৰ সম্বন্ধৰ জৰীডাল বৰ ঢিলা ভাবেহে বন্ধা আছিল। ঔৰংজেবে শাসন কাৰ্য্যতো অতিপাত শঠতা আৰু বিশ্বাস-ঘাতকতাৰ আশ্ৰয় লৈছিল আৰু সদায় কোনোবাই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে বুলি সন্দিহান আছিল।

শাসক হিচাপে ঔৰংজেবৰ আটাইতকৈ ডাঙৰ দোষ হৈছে ধৰ্ম্ম-বিশ্বাসত সঙ্কীৰ্ণতা। তেওঁ আনকি সকলো মুছলমানকো সমানে ভাল নাপাইছিল; মাথোন চুন্নি সম্প্ৰদায়ক হে তেওঁ আপোন বুলি ভাবিছিল। ধৰ্ম্মনীতিয়ে ৰাজনীতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাটো অদূৰদৰ্শিতাৰ ফল।

# শিৱাজী

**মাৰাঠা জাতিৰ অভ্যুদয়**—ছাজাহানৰ ৰাজত্বৰ আদিছোৱাৰ পৰাই মাৰাঠা শক্তিয়ে মূৰ দাঙি উঠে। ছাজাহানে আহমদনগৰ জয় কৰাৰ পাচত সেই ৰাজ্যৰ কৰ্ম্মচাৰী ছাহজী ভোঁস্‌লাই নিজামছাহী বংশৰ পুনৰ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰে আৰু তাত বিফল মনোৰথ হৈ বিজাপুৰৰ চুলতানক মোগলৰ বিৰুদ্ধে সহায় কৰিবলৈ ধৰে। দাক্ষিণাত্যত চুবাদাৰ হৈ থকা কালত ছাহজী ঔৰংজেবৰ ভালেখিনি বিপত্তিৰ কাৰণ হৈ পৰিছিল। ১৬২৭ খৃষ্টাব্দত ছাহজীৰ এটি ল'ৰা জন্মে। এৱেঁই মাৰাঠা শক্তিৰ প্ৰাণ প্ৰতিষ্ঠাকাৰী বীৰ শিৱাজী।

**শিৱাজীৰ চমু জীৱনী**—ছাহজী বিজাপুৰ ৰাজ্যৰ কৰ্ম্মচাৰী নিযুক্ত হলত, তেওঁ শিৱাজীৰ শিক্ষা-দীক্ষাৰ ভাৰ দাদাজী কন্‌দেও (Dadaji Kondeo) নামে এজন বামুণৰ হাতত অৰ্পণ কৰিলে। সৰুৰে পৰাই শিৱাজী নৈষ্ঠিক হিন্দু হিচাপে প্ৰতিপালিত হ'ল আৰু মুছলমান শাসনকৰ্ত্তাসকলৰ দ্বাৰা সেই সময়ৰ হিন্দু প্ৰজাৰ ওপৰত যি অত্যাচাৰ হৈছিল, তাৰ প্ৰতিশোধ লবলৈ তেওঁ

দৃঢ়সঙ্কল্প হ'ল। সৰুৰে পৰাই তেওঁ দুঃসাহসী আছিল ; চাৰিওফালে পৰ্ব্বতীয়া লোক ( মেৱালী জাতি ) গোট খুৱাই তেওঁ সংগঠন শক্তিৰ পৰিচয় দিছিল।



ছত্ৰপতি শিৱাজী।

মাথোন উনৈশ বছৰ বয়সতে বিজাপুৰ ৰাজ্যৰ "তোৰ্ণা" দুৰ্গ অধিকাৰ কৰি তেওঁ বীৰত্ব দেখুৱাইছিল। ইয়াৰ পাচত সেই ৰাজ্যৰে তেওঁ আন আন



সেইবাটাও দুৰ্গ দখল কৰে আৰু প্ৰতিখন যুদ্ধতে জিকি তেওঁৰ উৎসাহ আৰু সাহস বাঢ়ি গ'ল আৰু অৱশেষত তেওঁ কঙ্কন উপকূলৰ উত্তৰাংশ জয় কৰে।

উপায়ান্তৰ নেদেখি বিজাপুৰৰ চুলতানে চাহজীক বন্দী কৰি থলে যাতে দেউতাকৰ অমঙ্গল আশঙ্কা কৰি শিৱাজীয়ে আৰু উপদ্ৰৱ নকৰে ; কিন্তু শিৱাজীয়ে কুঁপাৰ লগত কুঁজা হৈ খোজ কাঢ়িব জানিছিল। তেওঁ লাহেকৈ মোগল সম্ৰাট ছাজাহানৰ সহায় ভিক্ষা কৰিলেগৈ। উপায়ান্তৰ নেদেখি বিজাপুৰৰ চুলতানে ছাহজীক মুক্তি দিলে। শিৱাজীয়ে মোগল সাম্ৰাজ্যৰো অনেক ঠাইতে লুটপাট কৰিছিল আৰু সেইকাৰণে তেওঁ ঔৰংজেবৰ অপ্ৰিয় হৈছিল। কিন্তু বিজাপুৰৰ লগত যুদ্ধত তেওঁক সহায় কৰিব বুলি ফুচুলাই থৈছিল। ছাজাহানৰ মৃত্যুত যেতিয়া ঔৰংজেব দিল্লীলৈ গ'ল, বিজাপুৰৰ চুলতানে শিৱাজীক আক্ৰমণ কৰিবলৈ আফজল খাঁক পঠিয়ালে (১৬৫৯ খৃঃ)। গতি বিষম দেখি শিৱাজীয়ে বন্ধুতাৰ ভাব দেখুৱাই আফজল খাঁক অকলশৰীয়াকৈ লগ ধৰি তেওঁৰ বুকুত 'বাঘ-নখ' ( এবিধ অস্ত্ৰ ) বহুৱাই দিলে। আফজল খাঁৰ এই দৰে মৃত্যু হলত আকস্মিক আক্ৰমণৰ দ্বাৰা তেওঁৰ সেনাবাহিনীক পৰাস্ত কৰা হ'ল। তিনি বছৰৰ পাচত ( ১৬৬২ খৃঃ ) পুনা আৰু গোৱাৰ মাজৰ সমগ্ৰ ভূ-খণ্ড এৰি দি বিজাপুৰৰ ৰজাই শিৱাজীৰ লগত সন্ধি কৰে।

**ঔৰংজেবৰ লগত শিৱাজীৰ সঙ্ঘৰ্ষ** ( ঔৰংজেব চোৱা )।

**শিৱাজীৰ শাসন প্ৰণালী**—দেশ জয় কৰাৰ লগে লগে শিৱাজীয়ে শাসন-প্ৰণালীৰ প্ৰতিও মনোযোগ দিছিল। তেওঁৰ শাসন হিন্দু শাসন-নীতিৰে চালিত হৈছিল। আঠজন মন্ত্ৰীৰ সহযোগত ৰজাই ৰাজ্য শাসন কৰিছিল ; অৱশ্যে ৰজাই সকলো বিষয়তে হৰ্ত্তা-কৰ্ত্তা আছিল ; প্ৰধান মন্ত্ৰীৰ উপাধি আছিল "পেছোৱা"। অন্যান্য মন্ত্ৰীয়ে বেলেগ বেলেগ বিভাগ পৰিচালনা কৰিছিল যেনে—অৰ্থবিভাগ, পৰৰাষ্ট্ৰ বিভাগ ইত্যাদি। সাধাৰণতে মন্ত্ৰীসকল সেনাপতিও আছিল। ডাঙৰ কৰ্ম্মচাৰীসকলক শিৱাজীয়ে পুৰুষ-পৰম্পৰা

নিযুক্ত নকৰিছিল, কাৰণ তেনে কৰিলে তেওঁলোক অতি পৰাক্ৰমী হবৰ আশঙ্কা থাকে।

"পঞ্চায়তে" সকলো দেৱানী মোকৰ্দ্দমাৰ আৰু "পেটেলে" (গাওঁবুঢ়া) ফৌজদাৰী মোকৰ্দ্দমাৰ বিচাৰ কৰিছিল। মাৰাঠাৰাজ্য কিছুমান জিলাত বিভক্ত আছিল আৰু প্ৰতি জিলাতে উপযুক্ত সংখ্যক কৰ্ম্মচাৰী আছিল। প্ৰতি গাৱঁতে এজোন গাওঁবুঢ়া আছিল। প্ৰতিজন জিলাধিপতিৰ তলত আঠজন তলতীয়া বিষয়া আছিল। মাৰাঠা ৰাজ্যক "স্বৰাজ" আৰু একোখন জিলাক "প্ৰান্ত" বোলা হৈছিল। কেইবাখনো জিলা গোট খুৱাই এখন "প্ৰদেশ" গঠন কৰা হৈছিল আৰু এজন গৱৰ্ণৰৰ দ্বাৰাই শাসিত হৈছিল।

অতি বিবেচনাপূৰ্ব্বক ৰাজহ নিৰ্দ্ধাৰিত কৰা হৈছিল আৰু তাক সং উপায়েৰে আদায় কৰা হৈছিল। বছৰে বছৰে ৰাজহ নিৰ্দ্দিষ্ট কৰা হৈছিল। উৎপন্ন শস্যৰ ওপৰতহে ৰাজহৰ পৰিমাণ নিৰ্ভৰ কৰিছিল আৰু মুঠ উৎপন্নৰ $\frac{২}{৫}$ ভাগ ৰজাই গ্ৰহণ কৰিছিল। কৃষিৰ উন্নতিৰ কাৰণে শিবাজীয়ে তীক্ষ্ণ-দৃষ্টি ৰাখিছিল; দুৰ্ভিক্ষৰ সময় শস্য আৰু টকা-পইচা গৱৰ্ণমেণ্টে ধাৰলৈ দিছিল আৰু খেতিয়কৰ সামৰ্থ্যমতে তাক কেইবাকিস্তিত হে আদায় কৰা হৈছিল। ৰাজহৰ উপৰিও ৰজাৰ আন আন আয়ৰ বাট আছিল; তলতীয়া ৰজাৰ পৰা "চৌথ" (আয়ৰ $\frac{১}{৪}$ অংশ) আৰু "সৰ্দ্দেশমুখী" (আয়ৰ $\frac{১}{১০}$ অংশ) আদায় কৰা হৈছিল। গো-পালন, কৃষিৰ উন্নতি আৰু নাৰীৰ সন্মানৰ প্ৰতি শিবাজীয়ে বিশেষ দৃষ্টি ৰাখিছিল।

মাৰাঠাৰ দৰে সৈন্য শ্ৰেণীৰ শৃঙ্খলা সেই সময়ৰ কোনো ৰজাৰেই নাছিল। উচ্চ, নীচ, অসংখ্য থাপৰ কৰ্ম্মচাৰীৰ দ্বাৰা সৈন্যদল গঠন কৰা হৈছিল; অশ্বাৰোহী আৰু পদাতিক সৈন্যৰ ভিতৰত—অশ্বাৰোহীহে বেছি কাৰ্য্যকুশল আছিল। জায়গীৰ প্ৰথা প্ৰৱৰ্ত্তন নকৰি তেওঁ সকলো কৰ্ম্মচাৰীক নিৰ্দ্দিষ্ট বেতন দিছিল। ৰাজ্যৰ ভিতৰত অসংখ্য সুৰক্ষিত দুৰ্গ প্ৰস্তুত কৰা হৈছিল



যাতে শত্ৰুৰ আক্ৰমণৰ সময়ত সকলো ওচৰ-চুবুৰীয়া প্ৰজাই দুৰ্গত সোমাই আত্ম-ৰক্ষা কৰিব পাৰে।




**শিবাজীৰ চৰিত্ৰ**—হিন্দুৰ শ্ৰেষ্ঠ জাতীয় বীৰসকলৰ ভিতৰত শিবাজী অন্যতম। তেওঁৰ শিশুকাল অধ্যয়ন কৰি চালেই দেখা যায় যে আনক পৰিচালনা কৰিবলৈকেই তেওঁৰ জনম হৈছিল। তেওঁ এজন অসাধাৰণ ৰণ-

নীতিজ্ঞ পুৰুষ আৰু সুদক্ষ শাসনকৰ্ত্তা আছিল। দুঃসাহসী হলেও তেওঁ আছিল সাবধানী আৰু কৌশলী। তেওঁৰ যুদ্ধৰ নীতি আছিল "শঠে শাঠ্যং সমাচৰেৎ" অৰ্থাৎ ধূৰ্ত্তৰ লগত ধূৰ্ত্তালি খটাব লাগে। মোগল সাম্ৰাজ্যৰ প্ৰাধান্য আৰু গৌৰৱে যেতিয়া শেষ সীমা পাইছিলগৈ, তেতিয়াও ঔৰংজেবৰ চকুৰ আগতে তেওঁ যে এখন হিন্দু ৰাজ্য গঢ়ি উলিয়ালে ইয়েই শিবাজীৰ অসামান্য প্ৰতিভাৰ নিৰ্ভুল প্ৰমাণ।

তেওঁৰ শাসন প্ৰণালী নিখুঁত আৰু সুশৃঙ্খল আছিল। ধৰ্ম্ম, নাৰী আৰু শিশুৰ মৰ্য্যাদাৰ প্ৰতি তেওঁ যে যথেষ্ট চকু ৰাখিছিল সেই কথা সেই সময়ৰ মুছলমান ঐতিহাসিক কাফি খাঁৰ বিবৰণৰ পৰা জানিব পাৰি ; অথচ কাফি খাঁ তেওঁৰ বন্ধু নাছিল, বৰঞ্চ তেওঁ এঠাইত শিবাজীক "নৰকৰ কুকুৰ" বুলি গালি পাৰিছে। তেওঁ কেতিয়াও মচ্‌জিদ ধ্বংস নকৰিছিল আৰু ভাত চাকি আদি জলাবলৈ খৰচৰ কাৰণে নিষ্কৰ ভূমি দান কৰিছিল। কদাচিৎ কোৰাণ পুথি তেওঁৰ হস্তগত হলে শিবাজীয়ে কোনো মুছলমানক দান কৰিছিল। যি সময়ত তেওঁৰ পৰাক্ৰান্ত শত্ৰু ঔৰংজেবে শ শ হিন্দুৰ মন্দিৰ ভাঙি তাৰ ঠাইত মচ্‌জিদ্ সজাবলৈ আদেশ জাৰি কৰিছিল, সেই সময়তো শিবাজীয়ে শত্ৰুৰ ধৰ্ম্মকো সন্মান দেখুৱাটো সঁচাকৈয়ে তেওঁৰ মহত্ত্বৰ চিন।

আক্ৰমণকাৰী হিচাপে শিবাজী অতি ভয়ঙ্কৰ লোক আছিল। তেওঁ যি ঠাই লুটপাট কৰে তাত জন-সাধাৰণৰ অতি দুৰ্দ্দশা উপস্থিত হৈছিল। নিজক বচাবলৈ বা নিজ ৰাজ্য ৰক্ষা কৰিবলৈ শত্ৰুৰ লগত প্ৰায়ে তেওঁ বিশ্বাসঘাতকতা কৰিছিল ; অৱশ্যে সেয়ে নহলে তেওঁ ধূৰ্ত্তৰ শিৰোমণি ঔৰংজেবৰ লগত টিকিবও নোৱাৰিলেহেঁতেন। সময়ত সাহস আৰু বুদ্ধি দেখি তেওঁৰ প্ৰবল শত্ৰু মোগল সম্ৰাটেও তেওঁক প্ৰশংসা কৰিছিল।

অপূৰ্ব্ব গঠন শক্তিৰ সহায়ত তেওঁ সিচঁৰিত হৈ থকা মাৰাঠা জাতিক এক অখণ্ড শক্তিশালী জাতিত পৰিণত কৰিলে। তেওঁৰ জন্মভূমিৰ প্ৰতি আৰু স্বজাতিৰ প্ৰতি প্ৰীতি আৰু প্ৰেম অপৰিসীম আছিল আৰু সেই কাৰণেই



তেওঁৰ মৃত্যুৰ দেৰ শ বছৰ পিচলৈও, ভাৰতৰ ভিতৰত মাৰাঠা জাতি অতি শক্তিশালী হৈ আছিল। আজিও ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতি জাতীয়তাবাদী হিন্দুৰ শিৰ শিবাজীৰ নামত আপোনা-আপুনি দোঁ খায়।

## প্ৰশ্নমালা

১। সম্ৰাট ঔৰংজেবে অসম জয় কৰিবলৈ কৰা চেষ্টাৰ ফলাফল কি হৈছিল।

(What were the results of Aurangzebs's repeated attempts to conquer Assam ?)

২। ঔৰংজেবৰ দাক্ষিণাত্য বিজয়ৰ অভিযান আৰু ফলাফল বৰ্ণনা কৰা।

(Describe Aurangzeb's Deccan expedition and its results.

৩। মাৰাঠা শক্তিৰ লগত ঔৰংজেবে কেনে ব্যৱহাৰ কৰিছিল ? তাৰ পৰিণাম কি হৈছিল বাৰু ?

(What were Aurangzeb's poilcies towards the Maratha power ? What were its results ?)

৪। ঔৰংজেবৰ চৰিত্ৰ আলোচনা কৰা।

(Describe Aurangzeb's character.)

৫। শিবাজীৰ জীৱনী আৰু তেওঁৰ চৰিত্ৰ বৰ্ণনা কৰা।

(Give a biographical sketch of Chhatrapati Shivaji with reference to his character.)

৬। ছত্ৰপতি শিবাজীৰ শাসন-প্ৰণালী চমুকৈ লিখা।

(Give an account of Chhattrapati Shivaji's administration)

———

## একাদশ অধ্যায়

# মোগল সাম্ৰাজ্যৰ পতন।

## ঔৰংজেবৰ বংশধৰসকল।

**বাহাদুৰ ছাহ** (১৭০৭-১৭১২ খৃঃ)—ঔৰংজেবৰ মৃত্যুৰ সময়ত তেওঁৰ তি পুতেক তিনি ঠাইত আছিল; বৰ পুতেক মুৱাজম্ কাবুলত, মাজুপুতেক আ আৰু নুমলীয়া পুতেক কামবক্স দাক্ষিণাত্যত আছিল। বাপেকৰ মৃত্যু হ তিনিও যুৱৰাজে সম্ৰাট উপাধি ধাৰণ কৰিলে; কিন্তু মুৱাজমে আন দুজ পৰাস্ত কৰি বাহাদুৰ ছাহ উপাধি লৈ সিংহাসন লাভ কৰিলে। মাৰা সকলৰ লগত মিত্ৰতা কৰিবৰ অভিপ্ৰায়েৰে তেওঁ বাপেকে বন্দী কৰি থো মাৰাঠা-নায়ক শম্ভুজীৰ পুতেক ছাহুক মুক্তি দিলে। ফলত ছাহ আ খুড়ীয়েক তাৰাবাইৰ ভিতৰত সিংহাসন লৈ কাজিয়া লাগিল।

বাহাদুৰে ৰাজপুতসকলৰ লগত মিত্ৰতা কৰিলে আৰু তেওঁৰ দি তেওঁলোকে প্ৰায় স্বাধীন ৰজাৰ দৰে ৰাজ্য শাসন কৰিবলৈ ধৰে। সময়ত আটাইতকৈ ডাঙৰ সমস্যা হয় শিখ জাতিৰ বিদ্ৰোহ। তেওঁলো নেতা বান্দাৰ নেতৃত্বত শিখবিলাক বিদ্ৰোহী হলত, বাহাদুৰ ছাহে সিবিলাক দমন কৰে। ১৭১২ খৃষ্টাব্দত সম্ৰাটৰ মৃত্যু হয়।

**জাহান্দৰ ছাহ**—(১৭১২-১৩ খৃঃ)—বাহাদুৰ ছাহৰ মৃত্যুৰ পিছত বং নিয়মানুসাৰে সিংহাসন লৈ তেওঁৰ পুতেকহঁতৰ ভিতৰত প্ৰতিদ্বন্দ্বিতা চ আৰু অৱশেষত সৰু ভায়েকহঁতক বধ কৰি জাহান্দৰ ছাহে ৰাজপাট লা কৰে। কিন্তু তেওঁ আছিল মূৰ্খ, অত্যাচাৰী আৰু পাপী। এখাৰ মা কুলক্ষণীয়া ৰাজত্বৰ পাচত তেওঁৰ ভাগিনিয়েক ফাৰুক ছিয়াৰে তেওঁক ব কৰি নিজে সম্ৰাটৰ গদী অধিকাৰ কৰে।



ফাৰুক ছিয়াৰ (১৭১৩-১৭১৯ খৃঃ)—ফাৰুক ছিয়াৰ নামতহে সম্ৰাট ছিল, আচল ক্ষমতা আছিল চৈয়দ ভাই-ককাইৰ হাতত, যাৰ সহায়ত ও সিংহাসনৰ অধিকাৰী হৈছিল। ৰজা ভঙা-পতা কৰাত ভাই-ককাই া পাৰ্গত আছিল। ফাৰুক ছিয়াৰৰ ৰাজত্বত আবদুল্লা প্ৰধান মন্ত্ৰী হ'ল ক হুছেন আলি দাক্ষিণাত্যৰ চুবাদাৰ নিযুক্ত হ'ল। এওঁৰ ৰাজত্বৰ ৰণযোগ্য ঘটনা হৈছে শিখ বিদ্ৰোহ দমন। শিখসকল আকৌ অত্যাচাৰী উঠিলত তেওঁলোকক যুদ্ধত পৰাস্ত কৰি দলপতি বান্দাক বন্দী হয় আৰু অতি নিষ্ঠুৰ ভাৱে হত্যা কৰা হয় (১৭১৫ খৃঃ)।

দাক্ষিণাত্যত মাৰাঠাসকলে বাৰে বাৰে উপদ্ৰৱ আৰম্ভ কৰিবলৈ ধৰে শেষত চুবাদাৰ হুছেন আলিয়ে ছাহুক, গোটেই দাক্ষিণাত্যত চৌথ সৰ্দ্দেশমুখী আদায় কৰিবলৈ সম্মতি দি সেই চৰ্ত্তত তেওঁৰ লগত অপমান- সন্ধি কৰিবলৈ বাধ্য হয়, কিন্তু সম্ৰাটে সেই হীন চুক্তি মানিবলৈ অমান্তি ত মাৰাঠা অশ্বাৰোহী সৈন্যেৰে সৈতে হুছেন আলি আগ বাঢ়ি আহি ৰুক ছিয়াৰক পোনতে বন্দী আৰু পিচত হত্যা কৰে (১৭১৯ খৃঃ)।

**মহম্মদ ছাহ** (১৭১৯-১৭৪৮ খৃঃ)—ইয়াৰ পিচৰ ছমাহত চৈয়দ ভাই- কাইৰ কুচক্ৰত চাৰিজন ৰজা ভঙা-পতা হয় আৰু শেষত তেওঁলোকে াদুৰ ছাহৰ নাতিয়েক মহম্মদ ছাহক সিংহাসনত বহুৱায়।

চৈয়দহঁতৰ অত্যাচাৰত প্ৰায় সকলো ডাঙৰীয়া বিৰক্ত হৈ উঠিছিল আৰু ৰে ভিতৰত দাক্ষিণাত্যৰ প্ৰাক্তন চুবাদাৰ নিজাম-উল-মুল্ক্ বা চিন কিলিক্ ই অৱশেষত দেখাদেখিকৈয়ে বিদ্ৰোহ আৰম্ভ কৰিলে। তলে তলে াটেও এই বিদ্ৰোহত সহায় কৰিলে; কিয়নো চৈয়দ ভাই-ককাইৰ হাতৰ া পৰিত্ৰাণ পোৱাৰ এয়েই সুৱৰ্ণ সুযোগ আছিল। বিদ্ৰোহীক দমন িবলৈ যাওঁতে বাটতে হুছেন আলিক হত্যা কৰা হয়। আবদুল্লা বিদ্ৰোহী ৰ হাতত বন্দী হ'ল।

চিন-কিলিক্-খাঁ এতিয়া প্ৰধান মন্ত্ৰী হ'ল কিন্তু সম্ৰাটৰ সোৰোপালিত

বিৰক্ত হৈ পিচত দাক্ষিণাত্যত চুবাদাৰ হৈ ৰলগৈ। হুছেন আলিয়ে মাৰা
লগত কৰি থৈ যোৱা অপমানজনক চুক্তিক অকৰ্ম্মণ্য মহম্মদ ছাহে স
কৰিলে। চুবাদাৰ চিন্-কিলিক্ খাঁও সম্ৰাটৰ শাসনৰ পৰা প্ৰায় স্ব
হ'ল আৰু হায়দৰাবাদক কেন্দ্ৰ কৰি এখন নতুন ৰাজ্য প্ৰতিষ্ঠা ক
(১৭২৪ খৃঃ)। এই সময়তে অযোধ্যাৰ শাসনকৰ্ত্তায়ো স্বাধীন হিচা
নিজ ৰাজ্য শাসন কৰিবলৈ ধৰে আৰু এটি নতুন ৰাজবংশ প্ৰতিষ্ঠা কৰে

পূবে বঙ্গদেশৰ শাসনকৰ্ত্তা আলিবৰ্দ্দী খাঁই তাত স্বাধীন চুলতান হি
নিজৰ প্ৰাধান্য স্থাপন কৰিলে ; আৰু ৰোহিলখণ্ডত 'ৰোহিল' নামে আ
ফৈদে দিল্লীৰ সম্ৰাটৰ বশ্যতা অস্বীকাৰ কৰিলে।

দাক্ষিণাত্যত মাৰাঠা মন্ত্ৰী পেছোৱা বাজীৰাৱৰ দিগ্বিজয়ী সৈন্য
দিল্লীৰ সম্ৰাটৰ দুৱাৰদলিত খুন্দিয়ালেহি ; দিল্লীৰ কেন্দ্ৰীয় শাসন
প্ৰবল ভূমিকম্পত ভাঙি পৰা ইটাৰ পকীঘৰৰ দৰে জৰাজীৰ্ণ হৈ প
এই সন্ধিক্ষণত ভাৰতবৰ্ষৰ চাৰিওফালে নানা বেশত বিভিন্ন জাতীয় আ
কাৰী ভৰি পৰিলহি। উত্তৰ-পশ্চিম ফালৰ পৰা আহিল পাৰস্যৰ ৰজা না
ছাহ আৰু পিচত আহম্মদ ছাহ দুৰাণি আৰু দক্ষিণ-পশ্চিম ফালে আগৰ প
খোপনি পুতিছিলহি ইউৰোপীয় বণিকজাতি সমূহে। তেওঁলোকে প্ৰথমে অ
দিল্লী সম্ৰাটৰ অনুগ্ৰহজীৱী আৰু পাচত হ'লগৈ ভাৰতৰ সাম্ৰাজ্য লোভী

**নাদিৰ ছাহৰ ভাৰত আক্ৰমণ**—মহম্মদ ছাহৰ ৰাজত্বকালতে বি
আক্ৰমণকাৰী নাদিৰ ছাহে ভাৰত আক্ৰমণ কৰে। কেৱল নিজ সামৰ্থ্য
সামৰিক ক্ষমতাৰ গুণতে তেওঁ পাৰস্যৰ ৰাজসিংহাসনৰ অধিকাৰী হয়। মি
শাসন-শক্তিৰ দুৰ্ব্বলতাৰ সুযোগ লৈ, তেওঁ গজনি আৰু কাবুল জয় কৰে
পঞ্জাৱ আক্ৰমণ কৰি দিল্লীলৈ আগ বাঢ়ে। ৰাজধানীৰ পৰা
মাইল দূৰত কৰ্ণালৰ যুদ্ধত সম্ৰাটৰ সৈন্যবাহিনী সম্পূৰ্ণভাৱে প
হয় (১৭৩৯ খৃঃ)। মহম্মদ ছাহে যেতিয়া দেখিলে যে যুদ্ধেৰে এই দু
শত্ৰুক বশ কৰিব নোৱাৰি, তেতিয়া তেওঁ বন্ধুতা স্থাপনেৰে আত্মৰক্ষাৰ



লে আৰু সঁচাকৈয়ে নাদিৰ ছাহে সম্ৰাটক যথোচিত সন্মানেৰে অভ্যৰ্থনা
লে আৰু দুয়ো একেলগে
ী সোমাল। তেতিয়ালৈ
বাসীৰ ওপৰত একো
চাৰ কৰা হোৱা নাছিল ;
কেনেবাকৈ মিছা খবৰ
প্ৰচাৰ হ'ল যে নাদিৰ
ৰ আকস্মিক মৃত্যু হৈছে।
খবৰ শুনা মাত্ৰকে দিল্লী-
য়ে কিছুমান পাৰস্য দেশীয়
ক হত্যা কৰিলে। এই
াদবাতকতাত নাদিৰ ছাহ
মূৰ্ত্তি হৈ উঠিল আৰু তাৰ
ৰন ঘণ্টা সময়ত ৰাজধানীত



নাদিৰ ছাহ

ন অগ্নিকাণ্ড, হত্যা, লুট্পাট্ আৰু ব্যভিচাৰৰ অভিনয় হ'ল। মহম্মদ
ৰ অনুনয়ত নাদিৰে তেওঁৰ সৈন্যক হত্যাকাণ্ডৰ পৰা বিৰত কৰিলে,
ৰ তেওঁ সকলো শ্ৰেণীৰ মানুহৰ পৰা নিৰ্ম্মম ভাৱে ধন-সোণ আদায় কৰিবলৈ
লে আৰু ৫৮ দিন পিচত পাৰস্যলৈ উভতি গ'ল। ছাজাহানৰ শিল্পৰুচিৰ
পৰিচয় ময়ূৰ সিংহাসনো নাদিৰ ছাহৰ লোলুপ দৃষ্টিৰ হাত সাৰিব
াৱাৰিলে। মহম্মদ ছাহৰ লগত সন্ধি কৰি তেওঁ সিন্ধু নৈৰ উত্তৰ পাৰৰ
ন্ধু, কাবুল আৰু পঞ্জাৱৰ পশ্চিম অংশলৈ দিল্লী সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত সকলো
জ্য লাভ কৰিলে। দিল্লীৰ সম্ৰাটে এইদৰে আফগানিস্থান হেৰুৱালে আৰু
ফগানসকল আকৌ ভাৰতৰ শত্ৰু হৈ উঠিল ; দক্ষিণে মাৰাঠাৰ আক্ৰমণৰ
া যি কেইখন ৰাজ্য হাত সাৰি আহিছিল, সেই কেইখনৰো অৰ্থবল নাদিৰ
াহৰ হাতত চুৰমাৰ হ'ল। মাৰাঠা শক্তিয়ে বুজিলে দিল্লীৰ সম্ৰাট কিমান

পানীৰ মাছ ; মোগল সাম্রাজ্য পতনৰ যদি কিবা বাকী আছিল, এই
গি সম্পূর্ণ হ'ল।

**আহমদ ছাহ দুৰাণিৰ প্ৰথম আক্ৰমণ**—১৭৪৭ খৃষ্টাব্দত নাদিৰ ছা
মৃত্যু হয় আৰু তেওঁৰ ৰাজ্যৰ পূৰ্ব্বৰ ভাগ আহমদ ছাহ আবদালিয়ে অধি
কৰে। নাদিৰ ছাহৰ দৰে তেওঁ ভাৰতবৰ্ষ আক্ৰমণ কৰিবৰ অভিপ্ৰা
পঞ্জাব পালেহি কিন্তু তাতে মহম্মদ ছাহৰ পুতেক যুৱৰাজ আহমদৰ হা
পৰাস্ত হৈ উভতি যাবলৈ বাধ্য হয় ( ১৭৪৮ খৃঃ )। সেই বছৰতে সম্রাট ম
ছাহৰ পৰলোক হয়।

**আহমদ ছাহ** ( ১৭৪৭-১৭৫৪ খৃঃ )—আহমদ ছাহৰ ৰাজত্ব বিশৃ
ভৰা। উত্তৰে ৰোহিলসকল বিদ্ৰোহী হৈ উঠিলত মাৰাঠাসকলৰ সহায়
তেওঁলোকক দমন কৰা হ'ল। আহমদ ছাহ দুৰাণিয়ে দ্বিতীয় বাৰ ভা
আক্ৰমণ কৰে আৰু দিল্লীৰ সম্রাটে তেওঁক পঞ্জাব প্ৰদেশ এৰি দিবলৈ
হয়। ডাঙৰীয়াসকলৰ ভিতৰতে ঈৰ্ষা-অসূয়া আৰম্ভ হ'ল আৰু চকু অন্ধ
সম্রাটক সিংহাসনৰ পৰা আঁতৰাই থোৱা হ'ল ( ১৭৫৪ খৃঃ )।

**দ্বিতীয় আলমগিৰ** ( ১৭৫৪-১৭৫৯ খৃঃ )—গাজী উদ্দিন নামে
প্ৰতাপী ডাঙৰীয়াৰ সাহায্যত জাহান্দৰ ছাহৰ পুতেক আজিজ উদ্দিনে দ্বি
আলমগিৰ উপাধি লৈ সিংহাসনত উঠে। এওঁ পঞ্জাব অধিকাৰ কৰি
আহমদ ছাহ দুৰাণিয়ে তৃতীয়বাৰ ভাৰত আক্ৰমণ কৰে ( ১৭৫৬ খৃঃ )।
আৰু মথুৰাত লুট্‌পাট্‌ কৰি তেওঁ নিজ ৰাজলৈ উভতি যায়। ১৭৫৯ খৃষ্টা
আলমগিৰক হত্যা কৰা হয় আৰু পুতেক ছাহ আলমে সম্রাটৰ অ
লাভ কৰে।

**ছাহ আলম**—( পাণিপথৰ তৃতীয় যুদ্ধ ১৭৬১ খৃঃ )—আহমদ
দুৰাণিয়ে তৃতীয়বাৰ ভাৰত পৰিত্যাগ কৰিলত গাজী উদ্দিনে ভাৰতৰ শা
যন্ত্ৰ পৰিচালনা কৰিবলৈ ধৰে ; সম্রাট ছাহ আলম মাথোন তেওঁৰ হাতৰ পু
হৈ থাকিল। অত্যাচাৰ আৰু কু-নীতিৰ ফলত গাজী উদ্দিনৰ চাৰিও ফা



শত্ৰুৰ সৃষ্টি হ'ল আৰু সিবিলাকক দমন কৰিবলৈ মাৰাঠা সৈন্যৰ সহায় ভিক্ষা কৰিবলগীয়া হ'ল। এই সুযোগতে পেছোৱা বালাজী ৰাৱৰ ভায়েক ৰাঘৱে দিল্লীত প্ৰবেশ কৰে আৰু সমগ্ৰ পঞ্জাব দখল কৰে। মাৰাঠা শক্তিৰ এই অদম্য সাহস দেখি আহমদ ছাহ দুৰাণিৰ নেতৃত্বত সমবেত মুছলমান সৈন্যই আগভেটা দিবলৈ প্ৰস্তুত হ'ল। বিখ্যাত পাণিপথ যুদ্ধক্ষেত্ৰত, য'ত দুবাৰকৈ ভাৰতবৰ্ষৰ ভাগ্য নিৰ্ণয় হৈছিল, মুছলমান-মাৰাঠা শক্তিৰ তুমুল ৰণ আৰম্ভ হ'ল ( ১৭৬১ খৃঃ )। মাৰাঠাসকল পৰাস্ত হ'ল আৰু সিবিলাকৰ ভাৰতত সাম্রাজ্য স্থাপনৰ সঙ্কল্প সপোনপুৰীৰ কল্পনাত পৰিণত হ'লগৈ।

পাণিপথৰ যুদ্ধৰ পাচত আহমদ ছাহ দুৰাণিয়ে ছাহ আলমক সম্রাট বুলি স্বীকাৰ কৰিলে। ১৭৬৫ খৃষ্টাব্দত ছাহ আলমে ইংৰাজসকলক বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী সমৰ্পণ কৰিলে আৰু তাৰ পৰিবৰ্ত্তে এটি বছৰেকীয়া বৃত্তি লাভ কৰিলে। কিন্তু যেতিয়া তেওঁ বৃটিছৰ আশ্ৰয় এৰি মাৰাঠাসকলৰ লগ ললেগৈ, তেওঁৰ সেই বৃত্তিও বন্ধ হ'ল। সম্রাট জাহাঙ্গিৰে বৃটিছ জাতিক মোগলৰ তলত ভাৰতত আশ্ৰয় দিছিল আৰু লাহে লাহে আশ্ৰিত শক্তিয়ে খোপনি পুতি এইদৰে আশ্ৰয়দাতাৰ বংশধৰৰ পেঞ্চন পৰ্যন্ত বন্ধ কৰি দিলে। ইংৰাজ শাসনকৰ্ত্তা ৱাৰেন হেষ্টিংচৰ এই নীতিক, আনকি ইংৰাজ ঐতিহাসিকসকলেও নিন্দা কৰি গৈছে।

**মোগল ৰাজত্বৰ শেষ সমাধি**—১৮০৬ খৃষ্টাব্দত ছাহ আলমৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক আকবৰে তেতিয়াৰ পৰা ১৮২৭ খৃষ্টাব্দলৈ নামত দিল্লীৰ সম্রাট হৈ থাকে। তেওঁৰ পুতেক দ্বিতীয় বাহাদুৰ ছাহে চিপাহী বিদ্ৰোহত যোগ দিছিল ; ফলত ইংৰাজৰ হাতত দিল্লীৰ সম্রাটে নিৰ্ব্বাসন দণ্ড ভোগ কৰে। ১৮৬২ খৃষ্টাব্দত, ৰেঙ্গুনত তেওঁৰ মৃত্যু হলত দিল্লীৰ মোগল ৰাজসভাৰ পুতলা নাচৰ অন্ত হয়।

**মাৰাঠাশক্তিৰ উত্থান**—ঔৰংজেবে মাৰাঠাসকলৰ সামৰিক শক্তি ধ্বংস কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল ; কিন্তু ফল হৈছিল ঠিক ওলোটাটো।

তেওঁ মাৰাঠানায়ক শম্ভুজীক বন্দী আৰু পিচত হত্যা কৰিছিল আৰু তেওঁৰ শিশুপুত্ৰ ছাহুক অনাহকত আটক কৰি ৰাখিছিল। শম্ভুজীৰ ভায়েক ৰাজাৰাম আৰু তেওঁৰ মৃত্যুৰ পিচত বৈণীয়েক তাৰাবাইৰ পৰিচালনাত মাৰাঠা সৈন্যই মোগল সেনা বাহিনীক ব্যতিব্যস্ত কৰি তুলিছিল আৰু অৱশেষত ঔৰংজেব আহমদ নগৰলৈকে ঘূৰি আহিবলৈ বাধ্য হয়।

ঔৰংজেবৰ মৃত্যুৰ পিচত তেওঁৰ পুতেক বাহাদুৰ ছাহে মাৰাঠাসকলৰ লগত মিত্ৰতা কৰিবৰ অভিপ্ৰায়েৰে ছাহুক মুকলি কৰি দিলে। ইফালে সিংহাসন লৈ ছাহু আৰু তাৰাবাইৰ পুতেক তৃতীয় শিবাজীৰ মাজত কাজিয়া আৰম্ভ হ'ল আৰু মাৰাঠা শক্তি কিছু দুৰ্ব্বল হোৱাত মোগল সাম্ৰাজ্যত মাৰাঠাৰ অত্যাচাৰ কিছু পৰিমাণে উপশম হৈছিল।

**পেছোৱাসকলৰ অভ্যুদয়—বালাজী বিশ্বনাথ**:—মুছলমান সম্ৰাটৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হোৱা বাবেই হব পায়, ছাহু মাৰাঠাসকলৰ উচ্চাকাঙ্ক্ষাৰ প্ৰতি উদাসীন আছিল। তেওঁ বালাজী বিশ্বনাথ নামে এজন বিদ্বান্ আৰু অতি বিচক্ষণ বামুণক পেছোৱা ( মন্ত্ৰী ) পাতিলে ( ১৭১৪ খৃঃ )। এই ৰাজনীতিবিদ্ ব্ৰাহ্মণে সোনকালেই ৰাজ্যত শৃঙ্খলা স্থাপন কৰিলে আৰু নিজৰ সামৰ্থ্যৰ গুণত ৰজাতকৈও বেছি ক্ষমতাশালী হৈ উঠিল। হুছেন আলিৰ (চৈয়দ ভ্ৰাতৃদ্বয়ৰ এজন) পৰা অনুমতি লাভ কৰি গোটেই দাক্ষিণাত্যৰ পৰা এওঁ চৌথ আৰু সৰ্দ্দেশমুখী আদায় কৰিবলৈ ধৰিলে। ফাৰুক ছিয়াৰক সিংহাসনচ্যুত কৰোঁতে এওঁ হুছেন আলিৰ আগহাত আছিল। দিল্লীৰ ৰাজকাৰ্য্যত এয়েই প্ৰথমবাৰ মাৰাঠাসকলে হস্তক্ষেপ কৰিলে। সম্ৰাট মহম্মদ ছাহৰ পৰা এওঁ হুছেন আলিয়ে কৰা সন্ধিপত্ৰত সম্মতি লয়। ১৭২০ খৃষ্টাব্দত বালাজী বিশ্বনাথৰ মৃত্যু হয়।

**বাজীৰাও** ( ১৭২০—১৭৪০ খৃ)—বালাজী বিশ্বনাথৰ মৃত্যুৰ পাচত তেওঁৰ পুতেক বাজীৰাও পেছোৱা হয়। এওঁ আটাইতকৈ আকাঙ্ক্ষী পেছোৱা



আছিল আৰু ধ্বংসপ্ৰায় মোগল সাম্ৰাজ্যৰ সমাধিৰ ওপৰত এখন হিন্দু সাম্ৰাজ্য গঢ়ি তোলাৰ কল্পনা কৰিছিল। এই মানসেৰে তেওঁ গুজৰাটৰ ৰজাক পৰাস্ত কৰি চৌথ আৰু সৰ্দ্দেশমুখী আদায় কৰে। মালৱা আৰু বুন্দেলখণ্ড জয় কৰি বাজীৰাও দিল্লী সম্ৰাটৰ একেবাৰে ৰৰ ঘৰৰ দুৱাৰ মুখতে উপস্থিত হ'লগৈ। নিৰুপায় মহম্মদ ছাহে নৰ্ম্মদা আৰু চম্বল নৈৰ মাজৰ ৰাজ্যখিনি আৰু মালৱা বাজীৰাওক এৰি দিবলৈ বাধ্য হ'ল ; ইতিমধ্যে তেওঁৰ ভায়েকে পৰ্টুগীজসকলৰ পৰা চালচেটি আৰু বেচিন কাঢ়ি ললে। ১৭৪০ খৃষ্টাব্দত বাজীৰাওৰ মৃত্যু হয়।

**বালাজীৰাও** (১৭৪০—১৭৬১ খৃঃ)—পাণিপথৰ তৃতীয় যুদ্ধ। বাজীৰাওৰ মৃত্যুৰ পাচত তেওঁৰ পুতেক বালাজীৰাও পেছোৱা হয়। এওঁৰ দিনতে মাৰাঠাসকল ভাৰতৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ শক্তিত পৰিণত হয়। বালাজীৰাৱে পেছোৱা পদ লাভ কৰাৰ কিছুদিন পাচতেই ৰঘুজী ভোঞ্চলাই বঙ্গদেশৰ শাসনকৰ্ত্তা আলিবৰ্দ্দি খাঁক আক্ৰমণ কৰে আৰু বঙ্গদেশ লুটপাট কৰি বহু ধন-সোণ আনে। সম্ৰাট মহম্মদ ছাহে ৰঘুজীৰ বিৰুদ্ধে বালাজী ৰাৱৰ সহায় ভিক্ষা কৰিলে আৰু পেছোৱাৰ কাৰণেই ৰঘুজীৰ শক্তি কিছুদিনলৈ দমন হ'ল ; কিন্তু তেওঁ আলিবৰ্দ্দিৰ পৰা কটক আৰু উৰিষ্যা প্ৰদেশ দখল কৰিহে এৰিলে। ছাহুৰ মৃত্যুত বালাজী ৰাৱে চাতাৰাৰ পৰা পুণালৈ ৰাজধানী তুলি নিলে। তেওঁ নিজাম চলবৎ জঙৰ বিৰুদ্ধেও যুঁজ চলাইছিল আৰু দ্বিতীয় আলমগিৰৰ মন্ত্ৰী গাজী উদ্দিনক, ষড়যন্ত্ৰকাৰীসকলক পৰাস্ত কৰাত সহায় হৈছিল আৰু এই সুযোগতে পেছোৱাৰ ভায়েক ৰাঘৱে পঞ্জাব দখল কৰিছিল। হিমালয়ৰ পৰা দাক্ষিণাত্যলৈ গোটেই পশ্চিম ভাৰত



বালাজী ৰাও।

মাৰাঠা জাতিৰ অধীন হৈছিল আৰু ভাৰতত পুনৰ হিন্দু সাম্ৰাজ্য গঠনৰ আশা বীজ অঙ্কুৰিত হবৰ উপক্ৰম হৈছিল। কিন্তু পাণিপথৰ তৃতীয় যুদ্ধত (১৭৬১ খৃঃ) আহমদ ছাহ দুৰাণিৰ নেতৃত্বত মুছলমান সৈন্যই মাৰাঠাশক্তি চুৰমাৰ কৰিলে।

এই যুদ্ধৰ ফলত মাৰাঠাজাতিৰ পূৰ্ব্বৰ আশা আৰু উদ্যম সমূলে ধ্বংস হ'ল; পেছোৱাসকলৰ ক্ষমতা খৰ্ব্ব হ'ল আৰু মাৰাঠাসকলৰ একতা লোপ পালে। বালাজী ৰাৱৰ মৃত্যুৰ পাচত মাৰাঠা সাম্ৰাজ্য ভাগিছিগি গ'ল আৰু নেতাসকলৰ মাজত কন্দল আৰম্ভ হবলৈ ধৰিলে। অনেক সময়ত মাৰাঠাসকলে সমৰকুশলতা দেখুৱালেও পূৰ্ব্বৰ জাতীয় গৌৰৱ আৰু উদ্ধাৰ নহ'ল।

**মোগল সাম্ৰাজ্যৰ পতনৰ কাৰণ**—মোগল সাম্ৰাজ্যৰ পতন আলোচনা কৰা মানে ঔৰংজেবৰ শাসন-প্ৰণালীৰ দোষ নিৰ্ণয় কৰা।

ঔৰংজেবৰ সকলো ধৰ্ম্মকে একে চকুৰে চাব নোৱাৰা অভ্যাসৰ কাৰণে হিন্দুজাতিৰ মনত অসন্তোষৰ সৃষ্টি হয় আৰু আকবৰৰ দিনত যিসকল হিন্দু ৰাজাই মোগল সাম্ৰাজ্য গঠনত সহায়তা কৰিছিল সেইবোৰেই এতিয়া সেই সাম্ৰাজ্যৰ পতন বাঞ্ছা কৰা হ'ল। বিজাপুৰ আৰু গোলকুণ্ডা ঔৰংজেবে ধ্বংস কৰিলত মাৰাঠাশক্তি প্ৰতিৰোধ কৰিবলৈ দাক্ষিণাত্যত কোনো ৰাজ্য নাথাকিল আৰু সেয়ে মাৰাঠা জাতিয়ে দিল্লীৰ সিংহাসনৰ ভেটি কঁপাই তুলিলে। তদুপৰি দাক্ষিণাত্যত সুদীৰ্ঘকাল জুৰি হোৱা যুদ্ধৰ ফলত মোগল সম্ৰাটৰ অজস্ৰ অৰ্থ আৰু সন্মান হানি হ'ল।

ঔৰংজেবৰ বংশধৰসকল দুৰ্ব্বল অথচ মূৰ্খ আছিল। গতিকে এই বিশাল সাম্ৰাজ্য অটুট ৰখা তেওঁলোকৰ পক্ষে সম্ভৱপৰ নহ'ল। তেওঁলোক আনহাতে চৰিত্ৰহীন আৰু বিলাসী হৈ উঠিছিল আৰু প্ৰজাৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব নোৱাৰিছিল।

মোগল সাম্ৰাজ্যৰ আয়তন ঔৰংজেবৰ দিনত ইমান বাঢ়ি গৈছিল যে অতি



সুশাসকৰ বাহিৰে, ইমান দূৰবৰ্ত্তী প্ৰাদেশিক শাসনকৰ্ত্তাসকলক চলোৱাটো অতি কঠিন কাম হৈ পৰিছিল। দিল্লীৰ আমীৰ ওমৰাহসকলৰ ভিতৰত সাম্ৰাজ্যৰ স্বাৰ্থতকৈ নিজৰ স্বাৰ্থহে বেছি প্ৰধান হৈ পৰিছিল আৰু ষড়যন্ত্ৰৰ কাৰণে আনকি সম্ৰাটসকলৰ জীৱন সঙ্কটাপন্ন হৈছিল। অৱশেষত নাদিৰ ছাহ আৰু আহমদ ছাহ দুৰাণিৰ আক্ৰমণে দিল্লী সাম্ৰাজ্যৰ শিথিল বান্ধোন একেবাৰে ভাঙি ছিঙি পেলালে।

**মোগল শাসনৰ তলত ভাৰতৰ অৱস্থা**—মোগল ৰাজত্বত ভাৰতীয় প্ৰজাসকল সমৃদ্ধিশালী আছিল। বেহা-বেপাৰৰ যথেষ্ট উন্নতি হৈছিল আৰু ভাৰতীয় কুটীৰ শিল্পজাত বস্তুৱে দেশ-বিদেশত আদৰ পাইছিল। ইউৰোপৰ নানা জাতিৰ ভিতৰত বেহা-বেপাৰৰ সুবিধা গ্ৰহণ কৰিবৰ কাৰণে ভীষণ প্ৰতিযোগিতা চলিছিল। আনহাতে কি কৃষিজাত, কি শিল্পজাত—কোনো বস্তুৰ কাৰণেই ভাৰতে বিদেশীৰ ওচৰত হাত পাতিব নালাগিছিল। আকবৰৰ দিনত ৰাজহসংস্কাৰ সাধন হলত কৃষিকাৰ্য্যৰ অপূৰ্ব্ব উন্নতি হয় আৰু ফলত খাদ্যবস্তু অতিশয় সস্তা আছিল। এই সময়ৰ বিদেশী ভ্ৰমণকাৰীসকলে ভাৰতৰ কৃষি, শিল্প আৰু কলাৰ অপূৰ্ব্ব উন্নতিৰ কথা লিখি গৈছে।

পাঠান ৰাজত্বৰ দিনতকৈ এই সময়ত জন-সাধাৰণৰ অৱস্থাৰ ভালেখিনি উৎকৰ্ষ সাধন হয়। ঔৰংজেবৰ বাহিৰে আন সকলো মোগল সম্ৰাটেই আকবৰৰ দৰে সকলো ধৰ্ম্মকে একে চকুৰে চাইছিল আৰু সেইবাবে ধৰ্ম্ম সম্পৰ্কে প্ৰজাসকলৰ মাজত অসন্তোষৰ সৃষ্টি নহৈছিল। কোনো কোনো দূৰ ঠাইৰ ৰায়তে প্ৰাদেশিক শাসনকৰ্ত্তাৰ অত্যাচাৰ সহ্য কৰিবলগীয়া হৈছিল যদিও, সম্ৰাটসকল কৰ্ম্মচাৰীৰ চৰিত্ৰ সম্বন্ধে বিশেষ তৎপৰ আছিল। বনুৱাসকলৰ কিন্তু দুৰ্গতিৰ সীমা নাছিল, ডা-ডাঙৰীয়াসকলে জোৰ কৰি সিহঁতক কামত নিযুক্ত কৰিছিল আৰু নিজ খুচিমতেহে কুলীবিলাক দৰ্ম্মহা দিছিল।

ফৰাচী ভ্ৰমণকাৰী বাৰ্ণিয়াৰে ( Barnier ) লিখি গৈছে যে উত্তৰ ভাৰত

প্ৰদেশবিলাকৰ খেতিয়ক আৰু শিল্পী শ্ৰেণীৰ মানুহে নিষ্ঠুৰ অত্যাচাৰ সহিব লগাত পৰিছিল আৰু ফল স্বৰূপে খেতি-বাতিৰ বিশেষ অৱনতি দেখা গৈছিল; অৱশ্যে সকলো মানুহেই সমানে কষ্ট ভুগিবলগীয়া হৈছিল তেনে নহয়। বঙ্গদেশত সেই সময়তো প্ৰচুৰ শস্য উৎপন্ন হৈছিল। এই কথা নিঃসন্দেহে কব পাৰি যে সেই সময়ৰ ইউৰোপীয় খেতিয়কতকৈ ভাৰতীয় খেতিয়ক কোনো গুণে বেছি দুৰ্দ্দশাগ্ৰস্ত নাছিল।

**শিল্প আৰু সাহিত্য**—শিল্প আৰু সাহিত্যৰ অভাৱনীয় উৎকৰ্ষ সাধনৰ বাবেই মোগল শাসনকাল জগদ্বিখ্যাত। সম্ৰাটসকল শিক্ষা, শিল্প আৰু সাহিত্যৰ পৃষ্ঠপোষক আছিল আৰু সেই সময়ত ভাৰতত উৎকৃষ্ট ইতিহাস সাহিত্যৰ সৃষ্টি হয়। আকবৰৰ দিনৰ ফেৰিষ্টা আৰু আবুল ফজল আৰু ঔৰংজেবৰ দিনৰ কাফি খাঁ অতি বিখ্যাত বুৰঞ্জীবিদ্ লিখক।

স্থাপত্য শিল্পৰ যি আপুৰুগীয়া ফল এই সময়ত দেখা গৈছিল, সি সঁচাকৈয়ে অতুলনীয়। ফতেপুৰ চিক্ৰি শিল্পৰুচিৰ শ্ৰেষ্ঠ নিদৰ্শন স্বৰূপ অট্টালিকা শ্ৰেণীৰ যাদুঘৰ বুলি কব পাৰি। আগ্ৰাৰ তাজমহলক "মাৰ্ব্বলৰ সপোন ৰচনা" বুলি বৰ্ণনা কৰিব পাৰি। চিত্ৰবিদ্যাৰো যথেষ্ট উৎকৰ্ষ সাধন হৈছিল। জাকজমকতা, সুৰুচি আৰু সম্পূৰ্ণতাত এই যুগৰ কাৰুকাৰ্য্য অপৰাজেয়।

## প্ৰশ্নমালা

১। নাদিৰ ছাহৰ ভাৰত আক্ৰমণ আৰু তাৰ ফলাফল বিবৰি কোৱা।

(Describe Nadir Shah's invasion of India. What were the results?)

২। পাণিপথৰ তৃতীয় যুদ্ধত কোন কোন শক্তিয়ে ভাগ লৈছিল? তাৰ ফলাফল কি হৈছিল?

(Who participated in the third battle of Tarain (Panipath)? Summarise the results.)



৩। বালাজী ৰাৱৰ নেতৃত্বত কেনেকৈ মাৰাঠা শক্তি পুনৰ প্ৰতাপশালী হৈ উঠিছিল? কেনেকৈ মাৰাঠা সাম্ৰাজ্য স্থাপনৰ সঙ্কল্প ধ্বংস হৈছিল—তোমাৰ নিজৰ ভাষাত কোৱা।

(How did the Maratha power rise again under the leadership of Balaji Rao? Describe in your own language how the determination to establish the Maratha Empire was defeated.)

৪। মোগল সাম্ৰাজ্যৰ পতনৰ কাৰণ সমূহ বৰ্ণনা কৰা।

(Narrate the causee which led to the downfall of the Mughal Empire.)

৫। মোগল শাসনৰ তলত ভাৰতৰ অৱস্থা কেনেকুৱা আছিল সৰল ভাষাত লিখা।

(Write in simple language what were the condition of India under the Mughal administration.)

৬। টোকা লিখা:—

(ক) বাহাদুৰ ছাহ (খ) ফাৰুক্ ছিয়াৰ (গ) মহম্মদ ছাহ (ঘ) আহমদ ছাহ দুৰাণি।

(Write short notes on:—

(a) Bahadhur Shah (b) Farukh Shiar (c) Muhammad Shah (d) Ahmad Shah Durani.)

---

দ্বাদশ অধ্যায়

# ভাৰতত ইউৰোপীয়ানসকল ।

পর্ত্তুগীজ—অতি প্ৰাচীন কালৰ পৰাই পশ্চিম এচিয়া আৰু ইউৰোপৰ লগত ভাৰতবৰ্ষৰ বেহা-বেপাৰৰ সম্বন্ধ চলি আছিল। আৰবসকলে পশ্চিম এচিয়া জয় কৰাৰ পাচত ভাৰতীয় বাণিজ্য আৰবৰ লগত এদনীয়া হৈ পৰিল আৰু ইউৰোপৰ নানা দেশে ভাৰতৰ লগত পুনৰ বাণিজ্য সম্বন্ধ স্থাপন



ভাস্কো-দি-গামা।

কৰিবলৈ হামৰাও কাঢ়িবলৈ ধৰিলে। ১৪৯৮ খৃষ্টাব্দত পর্ত্তুগীজ নাৱিক ভাস্কো-দি-গামাই আটলান্টিক সাগৰেদি ভাৰতলৈ জলপথ আবিষ্কাৰ কৰিলত পর্ত্তুগীজ জাতি সৰ্ব্বপ্ৰথমে ভাৰতৰ উপকূলত নামিবলৈ ধৰিলে। ষোড়শ



শতাব্দীত পর্ত্তুগীজ শাসনকৰ্ত্তা আলবুকাৰ্কে (Albuquerque) গোৱাকে কেন্দ্ৰ কৰি পর্ত্তুগীজ অধিকাৰ ভালকৈ স্থাপন কৰিলে। ক্ৰমে এওঁলোকে ভাৰতৰ পশ্চিম উপকূলৰ দমন, দিউ, বোম্বাই, চালচেটি, লক্ষাদ্বীপ, মাদ্ৰাজৰ

ভাস্কো-দি-গামাৰ ভাৰতবৰ্ষলৈ অহা সামুদ্ৰিক পথ (১৪৯৭-৯৮ খৃঃ)




১ পর্ত্তুগাল
২ ইংলেণ্ড
৩ ফ্ৰান্স
৪ হল্যাণ্ড
৫ উত্তমাশা অন্তৰীপ
৬ চুয়েজ-খাল
৭ অসম
৮ চুৰাত
৯ বম্বে
১০ গোৱা
১১ কালিকট
১২ কলিকতা

ইউৰোপৰ পৰা ভাৰতলৈ পুৰণি সামুদ্ৰিক পথ - - - - - -
ইউৰোপৰ পৰা ভাৰতলৈ আধুনিক সামুদ্ৰিক পথ -•-•-•-•

ওচৰ চান্‌থোম আৰু বঙ্গদেশৰ হুগলী আদি ঠাই অধিকাৰ কৰি অতি প্ৰতাপী হৈ উঠে ; কিন্তু সিবিলাকৰ অত্যাচাৰ আৰু কু-নীতিৰ ফলত ভাৰতীয় লোক অতি ক্ষিপ্ত হৈ উঠে আৰু মোগল সম্ৰাট জাহাঙ্গিৰ আৰু চাজাহানে

এওঁলোকৰ প্ৰাধান্য নষ্ট কৰিবলৈ চেষ্টা কৰিছিল। সপ্তদশ শতাব্দীৰ আৰম্ভণি পৰাই ওলন্দাজ (Dutch), ইংৰাজ আদিৰ লগত প্ৰতিযোগিতা চলাবলগী হোৱাত, পৰ্তুগীজসকলৰ প্ৰাধান্য আগতকৈ ভালেখিনি কমিল।

**ওলন্দাজ**—স্পেন দেশৰ পৰা পৰাধীনতাৰ শিকলি দলিয়াই ওলন্দা সকলেও উপনিবেশ স্থাপনৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলে। ১৫৯৮ খৃষ্টা তেওঁলোকে পোন প্ৰথমে ভাৰতৰ উপকূলত পদাৰ্পণ কৰেহি। এওঁলো মচলাৰ কাৰবাৰ এদনীয়া কৰিবলৈ চেষ্টা কৰি মালয় দ্বীপপুঞ্জ অধিকাৰ ক বঙ্গদেশৰ চুচুড়াত আৰু পৰ্তুগীজসকলৰ পৰা কাঢ়ি লোৱা কেইবাখন ঠাই ওলন্দাজসকলে কুঠি স্থাপন কৰিলে।

**ডেনমাৰ্ক দেশীয় বেপাৰীসকল**—এওঁলোকেও সপ্তদশ শতা আগছোৱাতে বঙ্গদেশৰ শ্ৰীৰামপুৰ আৰু অন্যান্য দুই এক ঠাই অধিকাৰ ক কিন্তু ভাৰতত ডেনমাৰ্কৰ প্ৰাধান্য বিস্তাৰ নহ'ল আৰু উনৈশ শতি মাজভাগতে ইংৰাজক সকলোখিনি উপনিবেশৰ অধিকাৰ বিক্ৰী কৰি দেশীয় বেপাৰীসকলে ঘৰলৈ টালি-টোপোলা বান্ধিলে।

**বৃটিছ**—১৬০০ খৃষ্টাব্দত ইংলণ্ডৰ ৰাণী এলিজাবেথৰ পৰা প্ৰাচ্য দেশসমূহ এদনীয়া বেপাৰৰ অনুমতি লাভ কৰি কিছুমান ইংৰাজ বণিকে ভাৰত বেপাৰ কৰিবলৈ আৰম্ভ কৰে। ইংৰাজ অহাৰ আগতেই পৰ্তুগীজসক ভাৰতত নিগাজীকৈ বহি গৈছিল; সেই কাৰণে তেওঁলোকে ভাৰতত আ সিবিলাকৰ লগত প্ৰতিযোগিতা চলাবলগীয়া হৈছিল। চুৰাটত এওঁলোকে প্ৰথম কুঠি স্থাপন কৰে (১৬১২ খৃঃ); ইংৰাজ ৰাজদূত চাৰ টমাচ ৰো সম্ৰাট জাহাঙ্গিৰৰ পৰা বেপাৰৰ কিছুমান সুবিধা লাভ কৰে (১৬১৫ খৃঃ) কেই বছৰমান পিচত দাক্ষিণাত্যত চেণ্ট জৰ্জ্জ দুৰ্গ স্থাপন কৰি ইংৰাজ বেপাৰীসকলে মাদ্ৰাজৰ মূল ভেটি গঢ়ি লয় (১৬৩৯ খৃঃ)। সেই সময়ত বোম্বে ইংৰাজৰ ৰজা দ্বিতীয় চাৰ্লচৰ অধীনত আছিল; তেওঁ পৰ্তুগীজ ৰাজকুমাৰীক



বিয়া কৰাই সেই ঠাইখণ্ড যৌতুক স্বৰূপে লাভ কৰিছিল। মাথোন বছৰি ১০ পাউণ্ড কৰ দি ৰজাৰ পৰা ইংৰাজ বেপাৰী কোম্পানীয়ে সেই ঠাই ভাৰালৈ লয় (১৬৬৮ খৃঃ)। জব চাৰ্ণকে সম্ৰাট ঔৰংজেবৰ পৰা অনুমতি লৈ কলিকতাত পোনতে এটি কাৰখানা স্থাপন কৰে (১৬৯০ খৃঃ) আৰু তাৰ ছবছৰ পাচতে ফোৰ্ট উইলিয়ম দুৰ্গ নিৰ্ম্মাণ কৰা হয়। ১৭০০ খৃষ্টাব্দত ছুটানটি, কলিকতা আৰু গোবিন্দপুৰ নামে তিনিখন গাওঁ কিনি লৈ কোম্পানীয়ে তাতে মহানগৰী কলিকতাৰ ভেটি গঢ়ি লয়। কলিকতা, মাদ্ৰাজ আৰু বোম্বে এতিয়া ইংৰাজৰ প্ৰধান কেন্দ্ৰস্থান হৈ উঠিল। ইষ্ট-ইণ্ডিয়া কোম্পানীৰ লগত প্ৰতিযোগিতা চলাবলৈ ইংলণ্ডত আন দুটি কোম্পানী স্থাপিত হৈছিল। কিন্তু কালক্ৰমত সিহঁত দুয়োটা ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত সমিল-মিল হয়। ভাৰতত এই কোম্পানীয়ে প্ৰথম জীৱনত ভালেখিনি বিপদ-ধুমুহাৰ মাজেদি যাবলগীয়া হয়। (১) মালয় দ্বীপপুঞ্জত ওলন্দাজসকলৰ পৰা তেওঁলোকে যথেষ্ট বাধা পাইছিল। (২) যুদ্ধ আৰু কল-কৌশল সকলো উপায়েৰেই পৰ্তুগীজসকলে ইংৰাজ সদাগৰসকলক ভাৰতৰ পৰা খেদাবলৈ চেষ্টা কৰিছিল। (৩) ইংলণ্ডতো কোম্পানীৰ বিৰুদ্ধে আন্দোলন চলিছিল আৰু দুবাৰো তেওঁ-লোকে প্ৰতিদ্বন্দ্বী কোম্পানীৰ লগত ফেৰ পাতিবলগীয়া হৈছিল। (৪) দেশীয় ৰজাসকলৰ পৰাও ইংৰাজৰ অধিকাৰ স্থাপনত মাজে মাজে বাধা আহি পৰিছিল।

**ফৰাচী**—সকলোতকৈ পিচত আহিল ফৰাচীসকল। ১৬৬৪ খৃষ্টাব্দত গঠিত হলেও সোনকালে ফৰাচী কোম্পানী অতি প্ৰবল হৈ উঠে আৰু ইংৰাজ কোম্পানীৰ ডাঙৰ শত্ৰু বুলি পৰিচয় দিয়ে। চুৰাট আৰু মুচ্‌লিপত্তমত তেওঁলোকে প্ৰথমে অধিকাৰ স্থাপন কৰে; পিচত বিজাপুৰৰ শাসনকৰ্ত্তাৰ পৰা কিনি লৈ তেওঁলোকে পণ্ডিচেৰীৰ ভেটি গঢ়ে (১৬৭৪ খৃঃ)। ইয়াৰ পাচত চন্দননগৰত তেওঁলোকৰ কেন্দ্ৰ স্থাপন হয় আৰু মুচ্‌লিপত্তমৰ অধিকাৰ উঠি গলেও মাহে আৰু কাৰিকল ফৰাচীসকলৰ হাতলৈ আহে।

**শিখসকলৰ উত্থান**—শিখ সম্প্ৰদায় প্ৰকৃততে হিন্দু ধৰ্ম্মৰে এটা শাখা মাথোন। গুৰু নানকে (১৪৬৯-১৫৩৯ খৃঃ) কবীৰৰ ধৰ্ম্মমতকেই প্ৰচাৰ কৰিছিল। 'শিখ' মানে শিষ্য ; এই ধৰ্মত ঈশ্বৰৰ একত্ব স্বীকাৰ কৰা হয় কিন্তু জাতিভেদ আৰু বামুণৰ প্ৰাধান্য মানি লোৱা নহয়। পঞ্জাবৰ জাটসকলৰ পৰাই এই ধৰ্ম্মৰ বেছি ভাগ শিষ্য পোৱা হৈছিল। প্ৰোনতে শিখ মাথোন এটা ধৰ্ম্ম-সম্প্ৰদায় হে আছিল। কিছু মুছলমান শাসকসকলৰ অত্যাচাৰে এওঁলোকক এটা শক্তিশালী সামৰিক জাতিত পৰিণত কৰে। এওঁলোকৰ দহজন ধৰ্ম্মগুৰু আছিল—নানক, অঙ্গদ, অমৰদাস, ৰামদাস, অৰ্জ্জুন, হৰগোবিন্দ, হৰৰায়, হৰকিষণ, তেগ বাহাদুৰ আৰু গোবিন্দ সিং।

চতুৰ্থ গুৰু ৰামদাসে আকবৰৰ পৰা অমৃতসৰৰ মন্দিৰ আৰু পুখুৰীৰ ঠাইখিনি লাভ কৰে আৰু তেতিয়াৰ পৰা ই শিখ ধৰ্ম্মৰ পৱিত্ৰ তীৰ্থ বুলি পৰিগণিত হয়। পঞ্চম গুৰু অৰ্জ্জুনে শিখসকলৰ ধৰ্ম্মপুথি "আদি গ্ৰন্থ" সঙ্কলন কৰে। বিদ্ৰোহী যুৱৰাজ খুস্ৰুক পলাই যোৱাত সহায় কৰা কাৰণে সম্ৰাট জাহাঙ্গিৰে এওঁক প্ৰোনতে জৰিমণা কৰে কিন্তু জৰিমণা নিদিয়াত পিচত হত্যা কৰে। ষষ্ঠ গুৰু হৰগোবিন্দই প্ৰোন-প্ৰথমে শিখসকলক সামৰিক শিক্ষা দিয়ে, যাতে তেওঁলোকে মুছলমানৰ অত্যাচাৰৰ পৰা আত্ম-ৰক্ষা কৰিব পাৰে। জাহাঙ্গিৰৰ অপ্ৰিয়ভাজন হোৱাত এওঁক বাৰ বছৰ কাল বন্দী কৰি থোৱা হৈছিল। মুকলি কৰি দিয়া হলত এওঁ ছাজাহানৰ কৰ্ম্মচাৰীৰে সৈতে সদায় যুদ্ধত ব্যস্ত আছিল। নৱম গুৰু তেগ বাহাদুৰে ইছ্লাম ধৰ্ম্ম গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰাত ঔৰংজেবে এওঁক মৃত্যুদণ্ড দিছিল।

গুৰু গোবিন্দ সিং শিখসকলৰ শেষ গুৰু আছিল। এওঁৰ সামৰিক গঠন-শক্তি আচৰিত মানিবলগীয়া আছিল গুণে সোনকালেই শিখসকলক এটি পৰাক্ৰমী যুঁজাৰু জাতি হিচাপে গঢ়ি তুলিব পাৰিছিল। কিছুমান নীতি-নিয়মৰ তলতীয়া কৰি এওঁ শিখ সম্প্ৰদায়ক শৃঙ্খলাবদ্ধ কৰি তুলিলে। এওঁলোকক খাল্চাও বোলা হৈছিল। 'খাল্চা' মানে 'পৱিত্ৰ' বা স্বাধীন।



শিখসকলে পালন কৰা পঞ্চ ক'কাৰ আছিল—(১) কেশ, (২) কচ্ছ (সৰু পায়জামা), (৩) কণ্ (লোৰ খাৰু), (৪) কৃপান (তৰোৱাল) আৰু (৫) কংঘা (ফণি)। এই দৰে নীতি-আচাৰৰ মাজেৰে শিখ সম্প্ৰদায়ক শৃঙ্খলাবদ্ধ কৰি লৈ গোবিন্দ সিঙে মুছলমানসকলৰ লগত যুদ্ধ আৰম্ভ কৰিলে। কিন্তু ঔৰংজেব যেতিয়ালৈকে জীৱিত আছিল, তেতিয়ালৈকে তেওঁলোকৰ ৰাজ্য স্থাপন সম্ভৱপৰ হৈ উঠা নাছিল। ঔৰংজেবৰ মৃত্যুৰ পাচত গোবিন্দ সিঙে বাহাদুৰ ছাহক সিংহাসন প্ৰাপ্তিত সহায় কৰে আৰু পিচত মোগল সেনাপতিৰ পদ পায় গৈ। দাক্ষিণাত্যত থাকোঁতে তেওঁক কোনোবা আফগান শত্ৰুৱে হত্যা কৰে (১৭০৮ খৃঃ)। এওঁৰ মৃত্যুৰ পাচত দ্বিতীয় ধৰ্ম্মগ্ৰন্থ সঙ্কলন কৰা হয়।



গুৰুগোবিন্দ সিংহ।

গোবিন্দ সিঙে কোনো ধৰ্ম্মগুৰু মনোনীত কৰি যোৱা নাছিল, কিন্তু বান্দাক সেনাপতি হিচাপে মনোনীত কৰিছিল আৰু সেইবাবে তেওঁক শিখ সৈন্যৰ নায়ক বৰণ কৰা হ'ল। চিৰহিণ্ডৰ শাসনকৰ্ত্তাই গোবিন্দ সিংহৰ শিশুপুত্ৰসকলক হত্যা কৰাৰ প্ৰতিশোধ হিচাপে সেই ৰাজ্য লুটপাট কৰিছিল। বাহাদুৰ ছাহে বান্দাক পাৰ্ব্বত্য অঞ্চললৈ পলাই যাবলৈ বাধ্য কৰিলে। কিন্তু ফাৰুকছিয়াৰৰ দিনত তেওঁ আকৌ অত্যাচাৰ আৰম্ভ কৰে। এইবাৰ তেওঁক বন্দী কৰি নিষ্ঠুৰভাৱে হত্যা কৰা হয়। তেওঁৰ অনেক সৈন্যক অকাৰণত বধ কৰা হয় (১৭১৫ খৃঃ)।

নাদিৰ ছাহৰ আক্ৰমণৰ পাচত যি দুৰৱস্থা দেশত উপস্থিত হৈছিল, সেই সুযোগতে শিখসকলে পঞ্জাৱ অধিকাৰ কৰিবলৈ সুযোগ পাইছিল যদিও,

তেওঁলোক আগতকৈ অনেক গুণে দুৰ্ব্বল হৈছিল। সৰু সৰু মিচিলত (দল বিভক্ত হৈ তেওঁলোকে সমগ্র পঞ্জাব অধিকাৰ কৰিলে। আহমদ ছাহ দুৰাণিৰ লগত এওঁলোকৰ বহুবাৰ যুদ্ধ হয়; অৱশেষ প্ৰায়বোৰতেই শিখসকল পৰাজ হৈছিল। ১৭৬১ খৃষ্টাব্দত আহমদ ছাহ দুৰাণিয়ে ডাঙৰ সাফল্য লাভ কৰে অৱশেষত শিখ নায়ক ৰণজিৎ সিংহৰ নেতৃত্বত আকৌ শিখজাতি দুৰ্দ্ধৰ্ষ শক্তি পৰিণত হয়। ইংৰাজসকলেও এওঁৰ লগত সন্ধি কৰিবলৈ বাধ্য হৈছিল (লর্ড মিণ্টো আৰু অমৃতচৰৰ ১৮০০ খৃঃ সন্ধি চোৱা)।

**মুৰ্চিদাবাদৰ নবাব**—ঔৰংজেবৰ ৰাজত্বৰ শেষ ভাগত বঙ্গৰ শাসন-কৰ্ত্তা মুৰ্চিদ কুলি খাঁ প্ৰায় স্বাধীন হৈ উঠে। এওঁ ঢাকাৰ পৰা মুৰ্চিদাবাদলৈ ৰাজধানী স্থানান্তৰ কৰিলে; তেওঁৰ মৃত্যুৰ পাচত জোঁৱায়েক চুজাউদ্দিন বঙ্গদেশৰ নবাব হয়; কাৰ্য্যতঃ এওঁ স্বাধীন আছিল। চুজাৰ পাচত তেওঁৰ পুতেক চৰফৰাজ খাঁই বাপেকৰ গদী অধিকাৰ কৰে (১৭৩৯ খৃঃ)। এবছৰৰ ভিতৰতে বিহাৰৰ শাসনকৰ্ত্তা আলিবৰ্দ্দি খাঁই চৰফৰাজক যুদ্ধত পৰাস্ত আৰু বধ কৰে তেতিয়া তেওঁ বঙ্গৰ নবাবৰ গদীত বহিল। আলিবৰ্দ্দি অতি বিচক্ষণ শাসনকৰ্ত্তা আছিল। ৰঘুজী ভোঁশলাৰ দ্বাৰা পৰাস্ত হৈ এওঁ মাৰাঠাসকলক চৌথ দিবলৈ বাধ্য হয় (১৭৫১ খৃঃ)। আলিবৰ্দ্দিৰ পাচত তেওঁৰ নাতিয়েক চিৰাজউদ্দৌলা নবাব হয় (১৭৫৬ খৃঃ)। ১৭৫৭ খৃষ্টাব্দত বিখ্যাত পলাচীৰ যুদ্ধত এওঁ বৃটিছৰ হাতত পৰাস্ত হয় আৰু ৰাজ্যৰ পৰা বঞ্চিত হয়।

### প্ৰশ্নমালা

১। কেনেকৈ যোল শতিকাত ভিন্ ভিন্ জাতিৰ ইউৰোপীয় বণিকসকল আহি ভাৰতত খোপনি পুতি বহিছিলহি, তাৰ এটি চমু বিৱৰণ দিয়া।

(How in the sixteenth century the European traders from different countries came to India and established their trade rights? Describe briefly.)

২। শিখ ধৰ্মৰ গুৰি কথা কি আছিল? কেনেকৈ আৰু কোনে শিখ-সকলক এটি সামৰিক জাতিত পৰিণত কৰিছিল?

(How did the sikh religion begin? Who and how converted the Sikhs into a martial race?)

---

# আধুনিক যুগ।

## প্ৰথম অধ্যায়

## বঙ্গদেশ আৰু কৰ্ণাটত বৃটিছৰ আধিপত্য স্থাপন।

### সমগ্ৰ ভাৰতত আধিপত্য লাভ কৰিবলৈ বৃটিছ আৰু ফৰাচীৰ প্ৰতিযোগিতা।

**দাক্ষিণাত্যত ইংৰাজ আৰু ফৰাচী জাতি**—ওঠৰ শতিকাৰ আদি ভাগৰ পৰাই দাক্ষিণাত্যত দিল্লীৰ মোগল সম্ৰাটসকলৰ প্ৰাধান্য লোপ পায়। দাক্ষিণাত্যৰ চুবাদাৰ আচফ্‌জাহ (পিচত, "নিজাম-উল্ মুল্ক" বুলি প্ৰসিদ্ধ) দিল্লীৰ শাসনৰ পৰা প্ৰায় স্বাধীন হয়। কৰ্ণাটত এক শক্তিশালী মুছলমান নবাবী শক্তি স্থাপিত হয়; তেওঁলোক নামমাত্ৰ দিল্লীৰ সম্ৰাটৰ অধীন আছিল। পেচোৱাৰ নেতৃত্বত মাৰাঠা জাতিয়ে দাক্ষিণাত্যত নিজামৰ প্ৰতিষ্ঠা ধ্বংস কৰিবলৈ উঠি-পৰি লাগিছিল। দুয়ো পক্ষই আত্মকলহত ব্যস্ত থাকোঁতেই ইংৰাজ আৰু ফৰাচী জাতিয়ে তেওঁলোকৰ চাৰিওকাষে ধীৰে ধীৰে কিন্তু দৃঢ়ভাৱে ভাৰতৰ বুকুত শিপাই ললে। মূল্যবান উপহাৰ আৰু মিঠামুখীয়া কথাৰে যেনেতেনে টেঙৰ ইংৰাজ কোম্পানীয়ে নিজামক ভুলাই ৰাখিলে।

ইংৰাজ আৰু ফৰাচী কোম্পানীৰ ভিতৰত পাৰ্থক্য ভালেখিনি আছিল। বেহা-বেপাৰ, ধন-সোণ আৰু সামৰিক শক্তিত ফৰাচীসকল ইংৰাজতকৈ দুৰ্ব্বল আছিল। পণ্ডিচেৰীত ফৰাচীৰ প্ৰতিপত্তি যথেষ্ট হলেও, মাদ্ৰাজত ইংৰাজ-সকলৰ প্ৰতিপত্তি সমান আছিল; কলিকতাৰ ইংৰাজ কুঠিৰ পয়োভৰৰ আগত ফৰাচীৰ চন্দননগৰৰ প্ৰতিষ্ঠান,—ঘৰপোৰা জুইৰ আগত শলাকাঠিৰ পোহৰ যেন হে মাথোন দেখি; তদুপৰি বোম্বেত ইংৰাজৰ প্ৰতিদ্বন্দ্বী ফৰাচী

কুঠি নাছিলেই। ফৰাচী কোম্পানীৰ আৰ্থিক অৱস্থা সময়ত এনে শোচ হৈছিল যে ফ্ৰান্স গৱৰ্ণমেণ্ট টকা-পইচাৰে তেওঁলোকক সহায়ো কৰিব নগীয় পৰিছিল। আনহাতে ইংৰাজ কোম্পানীয়ে তেওঁলোকৰ গৱৰ্ণমেণ্টেক টা ধাৰ দিবলৈ সক্ষম আছিল।

**প্ৰথম কৰ্ণাটৰ যুদ্ধ**—ভাৰতত ইংৰাজ আৰু ফৰাচীৰ প্ৰথম যুদ্ধৰ সূত্ৰ হয়, ইউৰোপত অষ্ট্ৰিয়াৰ উত্তৰাধিকাৰ সম্পৰ্কে হোৱা যুদ্ধৰ ( War of Au trian Succession—1740 A. D. ) আনুষঙ্গিক ফল হিচাপে। উক্ত যু দুয়োজাতিয়ে বিৰুদ্ধ পক্ষত যোগ দিছিল। ১৭৪৬ খৃষ্টাব্দত ইংৰাজৰ নৌ কৰমণ্ডল উপকূল আহি পালত, ফৰাচী গৱৰ্ণৰ ডুপ্লেই (Dupleix) পণ্ডি আক্ৰমণৰ আশঙ্কাত কৰ্ণাটৰ নবাবক অনুৰোধ কৰি বৃটিছ জাহাজ তাৰ পৰা আঁতৰ কৰালে। পণ্ডিচেৰী নিৰাপদ হ'লত সেনাপতি "লা বুৰ্দোনিৰ" ( L Bourdonnais ) দ্বাৰা পৰিচালিত ফৰাচী নৌ-বাহিনীয়ে মাদ্ৰাজ আক্ৰ কৰি বৃটিছৰ পৰা কাঢ়ি লয়। ফৰাচী সৈন্যাধ্যক্ষই উপযুক্ত ক্ষতিপূৰণৰ সল মাদ্ৰাজ এৰি দিবলৈ ইচ্ছা কৰিছিল ; কিন্তু ৰাজ্যলোভী ডুপ্লেই তেনে বাৰ আপত্তি কৰিলে। তাৰ পাচত তেওঁ ( ডুপ্লে ) চেণ্ট ডেভিদ দুৰ্গ অধি কৰিবলৈ চেষ্টা কৰিলত ইংৰাজ কৰ্মচাৰী ষ্ট্ৰিঞ্জাৰ লৰেন্সৰ ( Stringer Lawrence ) দ্বাৰা ফৰাচী সৈন্য পৰাস্ত হয়। তেতিয়া ইংৰাজেই আগব আহি নৌ-শক্তিৰ সহায়ত পণ্ডিচেৰী আক্ৰমণ কৰিলে, কিন্তু বৰ ক্ষতিগ্ৰস্ত উভতি যাব লগা হ'ল। এই "লা-চেপেলৰ" সন্ধি ( ১৭৪৮ খৃঃ ) মতে ফ্ৰা গৱৰ্ণমেণ্টে ডুপ্লেৰ অনিচ্ছা সত্ত্বেও ইংৰাজক মাদ্ৰাজ ঘূৰাই দিয়ে।

এই যুদ্ধৰ মাজতে এটি মন কৰিবলগীয়া ঘটনা ঘটিল। ডুপ্লেই কৰ্ণাট নবাব আনৱাৰ উদ্দিনক কথা দিছিল যে মাদ্ৰাজ জয় কৰি তেওঁ নবাবকেই দিব ; কিন্তু সময়ৰ মূৰত ফৰাচী গৱৰ্ণৰে তেওঁ দিয়া কথাৰ মূৰ থালে। এ বিশ্বাসঘাতকতাত নবাবৰ খং উঠিল আৰু ডুপ্লেক সমুচিত শাস্তি দিবলৈ এ প্ৰকাণ্ড ফৌজ পঠিয়ালে। "মাইলাপুৰ" বা "চেণ্ট্ থোমৰ" যুদ্ধৰ ( ১৭৪৬ খৃঃ )



এমুঠি ফৰাচী সৈন্যই অগণন ভাৰতীয় সেনাক পৰাস্ত কৰিলে। ইয়াৰ পৰা ডুপ্লেই এটি কথা শিকিলে যে সুশিক্ষিত অলপীয়া ইউৰোপীয় সৈন্যই অশিক্ষিত বিৰাট ভাৰতীয় বাহিনীকো বিপৰ্য্যস্ত কৰিব পাৰে।

**দ্বিতীয় কৰ্ণাটৰ যুদ্ধ**—ডুপ্লে অতিশয় সাম্ৰাজ্য-লোভী আছিল আৰু সাম্ৰাজ্য স্থাপনৰ সুযোগলৈ অপেক্ষা কৰি আছিল। ১৭৪৮ খৃষ্টাব্দত বুঢ়া নিজাম আচফ জাহৰ মৃত্যু হ'লত সিংহাসনৰ বাবে নিজামৰ দ্বিতীয় পুত্ৰ নাচিৰ জং ( Nasir Jang ) আৰু নিজামৰ জীয়েকৰ পুতেক মুজাফৰ জঙৰ (Muzaffar Jang) ভিতৰত কাজিয়া লাগিল। কৰ্ণাটতো একে ঘটনাই ঘটিল, নবাবৰ জোঁৱায়েক চাঁদ চাহেব (Chand Sahib) আৰু নিজাম আচফ জাহে মনোনীত কৰা আনৱাৰ উদ্দিনৰ মাজত প্ৰতিদ্বন্দ্বিতা আৰম্ভ হ'ল। ফৰাচী শেন চৰায়ে দেখিলে এয়ে সোণালী সুযোগ।

ডুপ্লেই ভাবিলে তেওঁ পোনতে চাঁদ চাহেবক আৰ্কটৰ নবাব পাতিব আৰু তেওঁৰে সাহায্যত পিচত গৈ মুজাফৰ জঙক দাক্ষিণাত্যৰ নিজামৰ গদীত বহুৱাব আৰু সেয়ে হলে ফৰাচী-সিংহক জোকায় কোনে? চাঁদ চাহেব আৰু মুজাফৰ জং দুয়ো মিল হ'ল আৰু ফৰাচী সৈন্যৰ সহায়ত আনৱাৰ উদ্দিনক অম্বৰৰ যুঁজত পৰাস্ত আৰু বধ কৰিলে ( ১৭৪৯ খৃঃ )। আনৱাৰ উদ্দিনৰ জাৰজ সন্তান মহম্মদ আলিয়ে ত্ৰিচিনপল্লীত আশ্ৰয় ললেগৈ আৰু কৰ্ণাটৰ বাকী অংশ চাঁদ চাহেবৰ হাতলৈ আহিল।

ফৰাচীৰ আধিপত্য স্থাপন হোৱাৰ ভয়ত ইংৰাজ বেপাৰীৰ চকুৰ টোপনি নোহোৱা হ'ল। তেওঁলোকে তৎক্ষণাৎ নাচিৰ জং আৰু মহম্মদ আলিৰ হব সমৰ্থন কৰিলে। বৃটিছৰ সহায়ত নাচিৰ জঙে অতি সহজে চাঁদ চাহেবকে পণ্ডিচেৰীলৈ খেদি দিলে আৰু মুজাফৰ জঙক বন্দী কৰিলে ; কিন্তু সোনকালে নাচিৰ জঙক হত্যা কৰি ফৰাচীসকলে মুজাফৰ জঙক নিজাম পাতিলে কিছুদিনৰ পিচতেই চাঁদ চাহেবকো পুনৰ আৰ্কটৰ নবাবী দিয়া হ'ল। এ সজ্যৰ্ষত মুজাফৰৰ মৃত্যু হ'লত, ফৰাচী সেনাপতি বুচিয়ে (Bussy) তেওঁ

নিজৰ মনোনীত প্ৰাৰ্থী ছালাবৎ জঙক (Salabat Jang) দাক্ষিণাত্যৰ নিজাম পাতি ফৰাচী প্ৰাধান্য অক্ষুণ্ণ ৰাখিলে।

ইমান দিনে ইংৰাজে জৰৌত ধৰিও বল দিয়া নাছিল ; কিন্তু এতিয়া তেওঁলোকে ফৰাচী শক্তিৰ পৰা ভৱিষ্যতত ভুৰ্ঘোৰ বিপদ আশঙ্কা কৰিলে। চাঁদ চাহেবৰ হাতত ত্ৰিচিনপল্লীত চেপা খাই থকা মহম্মদ আলিক ইংৰাজে সহায় কৰিবলৈ কৃত-সঙ্কল্প হ'ল। ত্ৰিচিনপল্লীৰ অৱস্থা অতি বিপদজনক হৈ উঠিছিল ; তাত ইংৰাজৰ সৈন্য সংখ্যা অতি নিকৃষ্ট আছিল। নতুনকৈ বিলাতৰ পৰা কোম্পানীৰ কেৰাণী নিযুক্ত হৈ অহা ৰবাৰ্ট ক্লাইবে (Robert Clive) এটি বুদ্ধি উলিয়ালে। বায়ু বেগেৰে ক্লাইব গৈ অতৰ্কিতে আৰ্কট আক্ৰমণ কৰিলে ; ত্ৰিচিনপল্লীৰ অৱৰোধ এৰি দি চাঁদ চাহেব আৰ্কটলৈ লৰি আহিল আৰু মহম্মদ আলিয়ে উশাহ পালে। আৰ্কটত ক্লাইবে অভিমন্যুই বেহুঁত প্ৰবেশ কৰাৰ দৰে সোমাবহে পাৰিলে, ইফালে অগণিত সৈন্যই তেওঁক আগুৰি ধৰিলে। বীৰ বিক্ৰমেৰে ৫৩ দিন তেওঁ আত্মৰক্ষা কৰি আছিল ; তাৰ পাচত মাদ্ৰাজৰ বৃটিছ সৈন্য আৰু মুৰাৰী ৰাৱৰ মাৰাঠা বাহিনীয়ে তেওঁক উদ্ধাৰ কৰিলে। তাঞ্জোৰৰ ৰজাৰ হাতত চাঁদ চাহেবে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল আৰু তাতে তেওঁক হত্যা কৰা হ'লত মহম্মদ আলি আৰ্কটৰ অপ্ৰতিদ্বন্দ্বী নবাব হ'ল। ইয়াৰ পাচত ফ্ৰান্স গৱৰ্ণমেণ্টে ডুপ্লেক ভাৰতৰ পৰা মাতি লৈ যায় আৰু নিজ দেশত সন্মানৰ পৰিবৰ্ত্তে তেওঁ গৰিহনাৰ পাত্ৰ হৈছিল গৈ।

**কৰ্ণাটৰ তৃতীয় যুদ্ধ**—( ফৰাচী শক্তিৰ পতন )—ইউৰোপত সাত বছৰীয়া ৰণ (Seven years' war 1775 A. D.) আৰম্ভ হ'লত ভাৰততো তাৰে প্ৰতিক্ৰিয়াই দেখা দিলে ; ফৰাচী আৰু ইংৰাজৰ মাজত শত্ৰুতাৰ জুই জ্বলি উঠিল। ক্লাইবে ততাতৈয়াকৈ চন্দননগৰ দখল কৰিলে। ইতিমধ্যে ফ্ৰান্স গৱৰ্ণমেণ্টে কাউণ্ট্-দি-লালিক (Count-de-Lally) ভাৰতৰ ফৰাচী অধিকাৰৰ শাসনকৰ্ত্তা আৰু প্ৰধান সেনাপতি পাতি পঠিয়ালে ; আশা আছিল



ৰ্ড ভাৰতৰ পৰা ইংৰাজক খেদি পঠিয়াব। লালিয়ে পোনতে ফৰাচীসকলৰ ত আশাৰ সঞ্চাৰ কৰিলে ; তেওঁ চেণ্ট্ ডেভিদ্ দুৰ্গ আৰু তাৰ দাঁতি-ৰৱীয়া কিছু ঠাই অধিকাৰ কৰিলে, কিন্তু তাঞ্জোৰৰ আক্ৰমণত ব্যৰ্থ-মনোৰথ কিৰি আহিল ; ইয়াৰ পাচত লালিয়ে এটা মাৰাত্মক ভুল কৰিলে ; মাদ্ৰাজ ক্ৰমণ কৰিবলৈ তেওঁ বুচিক দাক্ষিণাত্য এৰি আহিবলৈ আদেশ দিলে ; ত দাক্ষিণাত্যত ফৰাচী প্ৰাধান্য চিৰকাললৈ ধ্বংস হ'ল। কাৰণ এই বিধাতে ক্লাইবে নিজামৰ ৰাজ্য ফৰাচী সৈন্যৰ ঠাইত ইংৰাজ সৈন্যেৰে ভৰাই ালে। ইংৰাজ সেনানী ফোৰ্ডে মুচলিপত্তম্ ধ্বংস কৰিলে। এই সময়তে কৌ নিজাম ছালাবৎ জঙে বিশ্বাসঘাতকতা কৰি ফৰাচীসকলৰ বিপক্ষে াজৰ লগ লাগিল। লালিয়ে মাদ্ৰাজ আক্ৰমণ কৰিছিল। কিন্তু ইংৰাজ বাহিনীয়ে সেই ঠাই কৃতকাৰ্য্যতাৰে ৰক্ষা কৰিলে। বিখ্যাত **ৱাণ্ডিৱাছৰ** ত ( ১৭৬০ খৃঃ ) ইংৰাজ সেনাপতি চাৰ আয়াৰ কুটে (Sir Eyre Coot) লিক পৰাস্ত কৰিলে। কিছুদিনৰ পিচত পণ্ডিচেৰীও ইংৰাজৰ হাতত পৰিল ৰু তাৰ ফৰাচী প্ৰতিষ্ঠান খান-বান কৰা হ'ল। লালি ফ্ৰান্সলৈ উভতি গ'ল ৰু তাতে তেওঁৰ প্ৰাণদণ্ড হ'ল ; পেৰিচৰ সন্ধিমতে ইউৰোপত সন্ধি স্থাপিত ত ইংৰাজে ভাৰতত থকা ফৰাচী অধিকাৰ ঘূৰাই দিলে ; কিন্তু দুৰ্গ নিৰ্ম্মাণ া অধিকাৰ ফৰাচীসকলৰ নাথাকিল। ভাৰতত ফৰাচী সাম্ৰাজ্য স্থাপন কৰাৰ প্ন এইদৰে শূন্যত মিলি গ'ল।

**ফৰাচী শক্তিৰ অধঃপতনৰ কাৰণ**—কি বেহা-বেপাৰ, কি টকা-পইচা কোতে ফৰাচী কোম্পানী ইংৰাজৰ সমকক্ষ নাছিল। ইংৰাজ কোম্পানীয়ে বিগ্ৰহৰ মাজতো বেপাৰৰ ফালে তীক্ষ্ণ দৃষ্টি ৰাখিছিল আৰু যি কোনো ঠাই ৰাজৰ হস্তগত হলেই, কেনেকৈ তাৰ পৰা ভুপইচা ৰাহি কৰিব পাৰি, সেই ষয়ত ইংৰাজ বেপাৰী সকলোতকৈ চৰা আছিল। প্ৰতিখন যুদ্ধৰ পিচত াগত ফৰাচী শক্তি দুৰ্ব্বল হৈ আহিছিল আৰু ফ্ৰান্স গৱৰ্ণমেণ্টে তেওঁলোকৰ ৰতবৰ্ষত থকা বেপাৰী কোম্পানীক সহায় কৰিবলগীয়া হৈছিল। সেই

কাৰণে ফ্ৰান্স গৱৰ্ণমেণ্টে কোম্পানীৰ ভিতৰুৱা শাসন কাৰ্য্যতো হস্তক্ষেপ কৰিছিল। আনহাতে ইংৰাজ কোম্পানী বৃটিছ গৱৰ্ণমেণ্টৰ শাসনৰ পৰা সম্পূৰ্ণ মুক্ত আছিল।

ফৰাচীসকলৰ সুবিধাজনক কোনো সৈন্যৰ আড্ডা নাছিল। কিন্তু বঙ্গদেশ অধিকাৰ কৰি লোৱা বাবে ইংৰাজৰ সেই অসুবিধাতো নাছিলেই, বৰং টকা-পইচাৰো অভাৱ বহু পৰিমাণে আঁতৰ হৈছিল। অতি শক্তিশালী নৌ-বাহিনীয়েই ইংৰাজৰ সফলতাৰ অগ্ৰদূত হৈছিল বুলি কব পাৰি; ফৰাচী নৌ-শক্তি অপেক্ষাকৃত দুৰ্ব্বল আছিল।

ফৰাচী কোম্পানীৰ অংশীদাৰসকলক ফ্ৰান্স গৱৰ্ণমেণ্টে এটা নিৰ্দ্দিষ্ট পৰিমাণৰ লাভ দিম বুলি প্ৰতিশ্ৰুতি দিয়াত কোম্পানীৰ উন্নতি অবনতিৰ প্ৰতি অংশীদাৰসকল অতি উদাসীন আছিল। ইংৰাজ কোম্পানীৰ লাভ যিমানে বাঢ়ে, সিমানে অংশীদাৰসকলৰ লাভৰ পৰিমাণো বাঢ়িছিল কাৰণে সিবিলাকে কোম্পানীৰ স্থায়িত্ব, আৰু ক্ৰমোন্নতিৰ কাৰণে জান-প্ৰাণ খাটিছিল আৰু ইষ্ট ইণ্ডিয়া কোম্পানীয়ে সকলো জাতীয়তাবাদী ইংৰাজ লোকৰ সহানুভূতি লাভ কৰিছিল।

অৱশেষত দাক্ষিণাত্যৰ পৰা সেনাপতি বুচিক মাদ্ৰাজ আক্ৰমণ কৰিবলৈ মাতি আনি কাউণ্ট লালিয়ে ৰাজনৈতিক নিৰ্ব্বুদ্ধিতাৰ পৰিচয় দিছিল। সেই ভুলৰ কাৰণেই ফৰাচী শক্তিৰ দাক্ষিণাত্যৰ প্ৰভাৱ চিৰ কাললৈকে নষ্ট হ'ল।



ডুপ্লে।

**ফৰাচী গৱৰ্ণৰ ডুপ্লে**—ভাৰতৰ বুৰঞ্জীত গৱৰ্ণৰ ডুপ্লে এজন মনত ৰাখিবলগীয়া বীৰ। অলপ দিনৰ কাৰণে হলেও তেওঁ ভাৰতবৰ্ষত ফৰাচী জাতিক এখন ওখ আসন দিছিল আৰু ফ্ৰান্স গৱৰ্ণমেণ্টে তেওঁৰ বিৰুদ্ধে নোযোৱাহেঁতেন, ইংৰাজৰ ৰাজ্য স্থাপনৰ আশা হয়তোবা মৰিমুৰ হ'ল-হেঁতেন। তেওঁ আছিল এজন উৎকৃষ্ট শাসনকৰ্ত্তা, দুঃসাহসী অথচ অভিজ্ঞ ৰাজনীতিবিদ্ পুৰুষ। বহু বিষয়ত তেওঁ স্বাৰ্থসিদ্ধিৰ কাৰণে আওপকীয়া আৰু তলহতীয়া নীতিৰ আশ্ৰয় লবলগীয়া হৈছিল যদিও, তেওঁৰ সম-সাময়িক ইংৰাজ ৰাজনীতিজ্ঞ পুৰুষ ৰবাৰ্ট ক্লাইবতকৈ তেওঁ কোনো গুণে অশোভনীয় কাম কৰা নাছিল। নিজৰ হাতৰপৰা পইচা খৰচ কৰিও ডুপ্লেই ফৰাচী জাতিৰ উন্নতিৰ বাবে চেষ্টা কৰিছিল।



## প্ৰশ্নমালা

১। কৰ্ণাটৰ প্ৰথম যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।
(What were the causes of the First Carnatic War and what were the results ?)

২। কৰ্ণাটৰ দ্বিতীয় যুদ্ধৰ কাৰণ, গতি আৰু ফলাফল চমুকৈ লিখা।
(What were the causes and the results of the Second Carnatic War ?)

৩। কৰ্ণাটৰ তৃতীয় যুদ্ধৰ কথা চুটিকৈ লিখা। ভাৰতত ফৰাচী শক্তিৰ পতনৰ কাৰণ কি আছিল ?
(Write briefly about the Third Carnatic War. What were the causes of the downfall of the French power in India ?)

৪। টোকা লিখা—(ক) ডুপ্লে।
(Write short note on—Dupleix.)

---

## দ্বিতীয় অধ্যায়

# বঙ্গৰ নবাব বংশ।

**আলিবৰ্দ্দি খা** (Allavardi Khan)—আলিবৰ্দ্দিয়ে কেনেকৈ দিল্লীৰ বশ্যতা অস্বীকাৰ কৰি স্বাধীন হ'ল আগতে কোৱা হৈছে। তেওঁ আছিল অতি সুদক্ষ শাসক আৰু বিচক্ষণ ৰাজনীতিবিদ্ পুৰুষ; কিন্তু তেওঁৰ ৰাজত্ব-

কালত মাৰাঠা শক্তিয়ে বঙ্গদেশত বৰ উপদ্ৰৱ কৰে আৰু দেশত অশান্তি হয়। অৱশেষত উৰিষ্যা প্ৰদেশ আৰু বঙ্গদেশৰ চৌথ হিচাপে বাৰ লাখ টকা ভেটি দিহে আলিবৰ্দ্দিয়ে মাৰাঠাসকলক সন্তুষ্ট কৰে।

**পলাচী যুদ্ধৰ বাবে ভেটি প্ৰস্তুত**—আলিবৰ্দ্দিৰ মৃত্যুৰ পাচত তেওঁৰ নাতিয়েক ( জীয়েকৰ পুতেক ) চিৰাজউদ্দৌল্লা (Siraj-ud daula) বঙ্গদেশৰ নবাব হয় ( ১৭৫৬ খৃঃ )। সেই সময়ত তেওঁ ২৪ বছৰীয়া ডেকা। ইংৰাজ কোম্পানীয়ে বেপাৰৰ চৰ্ত্ত ভঙ্গ কৰিলত চিৰাজৰ খং উঠিল। ইউৰোপত সাত বছৰীয়া ৰণ লাগোঁতে কলিকতাত ইংৰাজে যেতিয়া দুৰ্গ সাজিবলৈ কাৰবাৰ কৰিলে, বঙ্গৰ নবাবে তাত বাধা দিলে। বাধা উলঙ্ঘা কৰিও দুৰ্গৰ কাম আৰম্ভ কৰিলত চিৰাজে ইংৰাজৰ কাচিমবাজাৰৰ ফেক্টৰি কাঢ়ি ললে আৰু কলিকতা অধিকাৰ কৰিলে।

এই দুঃসংবাদ মাদ্ৰাজত থকা ইংৰাজৰ কাণত পৰিলত তাৰ পৰা ওৱাটচন্



চিৰাজউদ্দৌল্লা। ক্লাইব।

আৰু সেনাপতি ক্লাইব কলিকতালৈ দৌৰি আছিল। নবাবৰ লগত হোৱা যুদ্ধৰ ফলাফল নিৰ্দ্দিষ্ট নহলেও দুয়োপক্ষে সন্ধি কৰিলে ; ইংৰাজে কলিকতা



ঘূৰাই পালে আৰু তাত কোঁঠ মাৰিবৰ স্বত্ব লাভ কৰিলে। বেপাৰৰ চৰ্ত্তসমূহ আগৰ দৰেই থাকিল।

এই সন্ধি কৰাৰ পাচৰ পৰাই ক্লাইবে তলে তলে ষড়যন্ত্ৰত যোগ দি চিৰাজক সিংহাসনৰ পৰা নমাবৰ চেষ্টা কৰিলে। আলিবৰ্দ্দিৰ ভনী জোঁৱাই মিৰজাফৰ ( Mir Jafar ) ( নবাবৰ প্ৰধান সেনাপতি ) দুৰাকাঙ্ক্ষী আছিল আৰু চিৰাজউদ্দৌলাৰ শাসন বহুত ডাঙৰীয়াৰে মনত ভাল নালাগিছিল ; মিৰজাফৰেও ৰাজপাটৰ লোভত এটি বিদ্ৰোহৰ চেগ চায়েই আছিল ; ক্লাইবৰ সহায়ত ই সহজে উমাই উঠিল। আমিনচাঁদ নামে এজন মানুহৰ জৰিয়তে মিৰজাফৰ আৰু ক্লাইবৰ মাজত গোপনে চুক্তি স্বাক্ষৰ কৰা হ'ল। আমিনচাঁদক ৩০ লাখ টকা ভেটি নিদিলে তেওঁ ষড়যন্ত্ৰ প্ৰকাশ কৰি দিব বুলি ভয় দেখুৱাত ক্লাইবে আমিনচাঁদক এখন জাল দলিলেৰে ঠগিলে। সহায়ৰ পৰিৱৰ্ত্তে যুদ্ধৰ খৰচৰ উপৰিও ১৭৫ লাখ টকা কোম্পানীক দিবলৈ মিৰজাফৰ মান্তি হ'ল।



মিৰজাফৰ।

এই দৰে ষড়যন্ত্ৰ সম্পূৰ্ণ হৈ উঠিলত, এটি সামান্য কথাৰে চেলু লৈ ক্লাইব সসৈন্যে উত্তৰ ফালদি আগুৱাই আহিল ; তেওঁ নবাবৰ সৈন্যক পলাচিত (Plassey) খাপ লৈ থকা দেখা পালে। দুয়ো পক্ষৰ ভিতৰত তুমুল যুদ্ধ হ'ল ( ১৭৫৭ খৃঃ )। কিন্তু অতি সোনকালেই নবাবৰ সৈন্যদল পৰাস্ত হ'ল। দেশদ্ৰোহী বিশ্বাসঘাতক মিৰজাফৰে নবাবৰ অধিকাংশ সৈন্য-কেই যুদ্ধৰ পৰা আঁতৰত ৰাখিলে। যুদ্ধৰ অন্তত ক্লাইবে মিৰজাফৰক নবাবৰ গদীত বহুৱালে। মিৰজাফৰৰ পুতেক মিৰাণে চিৰাজৰ মূৰ দুখণ্ড

কৰিলে। এইদৰে এজন দেশ-ভক্তৰ তেজেৰে মিৰজাফৰৰ ৰাজ-অভিষেক সম্পন্ন হ'ল।

কৃতজ্ঞ মিৰজাফৰে কোম্পানীৰ কৰ্ম্মচাৰীক উপহাৰ দিওঁতেই তেওঁৰ ৰাজভঁড়ালৰ তলি উদং কৰিলে। তেওঁ এতিয়া কোম্পানীৰেই বা ধাৰ মাৰে কেনেকৈ আৰু শাসনকাৰ্য্যকে বা চলায় কেনেকৈ? এনে এজন অকৰ্ম্মণ্য মানুহক নবাব পাতি, ইষ্ট ইণ্ডিয়া কোম্পানী সঁচাকৈয়ে বৰ বিমোৰত পৰিল। এনে সমস্যাত মিৰজাফৰক নবাব ভাঙি আন এজনক সেই গদীত নবহুৱালে কোম্পানীৰ গত্যন্তৰ নোহোৱাত পৰিল আৰু কোম্পানীয়ে তাকে কৰিলেও। মিৰজাফৰৰ জোঁৱায়েক মিৰকাচিম নতুন নবাব হ'ল। ফলত বৰ্দ্ধমান, মেদিনীপুৰ আৰু চট্টগ্ৰাম এই তিনিখন জিলা কোম্পানীয়ে পালে। কোম্পানীৰ কাউন্সিলৰ সদস্য সকলেও নতুন নতুন উপহাৰ পালে। তেওঁলোকৰ দিল্ জুৰ পৰিল।

**মিৰ কাচিম** ( Mir Kasim )—এই বংশৰ সকলো কেইজন নবাবৰ ভিতৰত মিৰ কাচিম উপযুক্ত আৰু ন্যায়পৰায়ণ শাসনকৰ্ত্তা আছিল। কোম্পানীৰ বজ্ৰমুঠিৰ ভিতৰত নপৰিলে তেওঁ দেশৰ হেৰোৱা শান্তি ফিৰাই আনিব পাৰিলেহেঁতেন। শাসন প্ৰণালীৰ সংস্কাৰ সাধন হলে অন্যায় উপায়েৰে টকা খোৱাৰ বাট জানোচা বন্ধ হয়, এই ভয়তে কোম্পানীৰ কৰ্ম্মচাৰীসকলে মিৰ কাচিমক শাসন-সংস্কাৰ কৰিব নিদিছিল। কোনো কৰ নিদিয়াকৈয়ে বেপাৰ



মিৰ কাচিম।

কৰিবলৈ তেওঁলোকে নবাবৰ অনুমতি দাবী কৰিলে। এই কাৰ্য্যৰ



নবাবৰ অৰ্থহানি হ'ল আৰু ভাৰতীয় বেপাৰীসকল মহা অসুবিধাত ; এই অন্যায় আদাৰ বন্ধ কৰিবলৈ মিৰ কাচিম দৃঢ়সঙ্কল্প হ'ল। [কোম্]পানীৰ কাউন্সিলৰ মেম্বাৰসকলৰ উপদ্ৰৱ সহ্য কৰিব নোৱাৰি তেওঁ [...]লৈ ৰাজধানী তুলি নিলে আৰু সকলো বাণিজ্য-শুল্ক একেবাৰে তুলি দি আৰু বিদেশী সকলো বেপাৰীক সমান সুবিধা দিলে। ইংৰাজসকল [...]লি উঠিল আৰু সৰু-সুৰা সভ্যৰ্ষই গৈ শেষত যুদ্ধত পৰিণত হ'ল গৈ। [...]ৱা আৰু ঘেৰিয়াৰ যুঁজত মিৰ কাচিম পৰাস্ত হয় ; এই বিফলতাত ক্ৰুদ্ধ [...]বাবে পাটনাত তেওঁৰ হাতত বন্দী হোৱা ইংৰাজ বন্দীসকলক নিষ্ঠুৰ হত্যা কৰালে ( ১৭৬৩ খৃঃ )। মিৰ কাচিম পলাই গৈ অযোধ্যাৰ নবাবৰ [...] ললে। ইংৰাজে মিৰজাফৰক পুনৰ নবাব পাতিলে।

অযোধ্যাৰ নবাব চুজা-উদ্দৌলা ( Suja-ud-daula ) আৰু দিল্লীৰ সম্ৰাট [শাহ] আলমে মিৰ কাচিমৰ হক সমৰ্থন কৰিলে আৰু তেওঁক সহায় কৰিবলৈ [...] হ'ল।

তেওঁলোকৰ সম্মিলিত বাহিনীক মেজৰ মনৰোৱে ( Major Munro ) [বক্সা]ৰৰ (Buxar) যুদ্ধত পৰাস্ত কৰিলে ( ১৭৬৪ খৃঃ )। পলাচী যুদ্ধত যি কাৰ্য্য [আৰম্ভ] হৈছিল, বক্সাৰৰ যুদ্ধত সি সম্পূৰ্ণ হ'ল। বঙ্গ আৰু বিহাৰত ইষ্ট ইণ্ডিয়া [কোম্]পানীৰ প্ৰাধান্য স্থাপিত হ'ল। পিচ বছৰতে (১৭৬৫ খৃঃ) মিৰজাফৰৰ মৃত্যু [হয়] আৰু তেওঁৰ পুতেক নিজাম উদ্দৌলাক (Nizam-ud-daula) কলিকতাৰ [কাউ]ন্সিলে নবাব পাতিলে ; এইবাৰো কাউন্সিলৰ সদস্যসকলে উপযুক্ত [...]পা পালে, যদিও কোম্পানীৰ ডাইৰেক্টৰসকলে কৰ্ম্মচাৰীসকলক ভেটি [ল'ব]লৈ দঢ়াই দঢ়াই মানা কৰিছিল।

**ক্লাইবৰ শাসন**—মিৰজাফৰৰ ৰাজত্বকালৰ ভিতৰতে ৰবাৰ্ট ক্লাইব এবাৰ [বিলা]তলৈ যায় ( ১৭৬০ খৃঃ )। প্ৰায় পাঁচ বছৰৰ পাচত তেওঁ বঙ্গদেশৰ [গৱৰ্ণ]ৰ নিযুক্ত হৈ ভাৰতলৈ পুনৰ আহে (১৭৬৫ খৃঃ)। বিলাতৰ পৰা ঘূৰি [আহি]হে ক্লাইবে বঙ্গ, বিহাৰ আৰু উৰিষ্যাত বৃটিছৰ অধিকাৰ নিগাজীকৈ স্থাপন

কৰিলে। সৈনিক বিভাগ সবল কৰি তেওঁ দেশৰক্ষা বিষয়ত চৰকাৰৰ টনকিয়াল কৰিলে। তেওঁ চুজা-উদ্দৌলাৰ লগত সন্ধি কৰিলে; ইংৰাজে যুদ্ধৰ খৰচ বাবদ ৫০ লাখ টকা আৰু কোৰা আৰু এলাহাবাদ জিলা লা[ভ] কৰিলে। দিল্লীৰ সম্রাট আৰু নামত বঙ্গদেশৰ অধীশ্বৰ ছাহ আলমৰ লগত তেওঁ মিত্ৰতা কৰিলে; অযোধ্যাৰ নবাবৰ পৰা পোৱা কোৰা আৰু এলাহাবা[দ] জিলা তেওঁ সম্রাটক দি দিলে আৰু বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ কৰ হিচাপে সম্রাটক বছৰি ২৬ লাখ টকা দিবলৈ প্ৰতিশ্ৰুত হ'ল। প্ৰতিদান স্বৰূপে ছা[হ] আলমে ইংৰাজক বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী (ৰাজহ বিষয়ৰ পৰিচালনা) আৰু গোটেই উত্তৰ চৰ্কাৰ কাললৈকে সমৰ্পণ কৰিলে (১৭৬৫ খৃঃ)।

**দ্বৈত-শাসন**—এতিয়ালৈকে ইংৰাজে বঙ্গদেশৰ শাসনত সকলো ক্ষম[তা] নিজ হাতত ৰাখিছিল যদিও, প্ৰকৃততে কোনো দায়িত্ব তেওঁলোকে পালন ক[ৰা] নাছিল। এই নীতি দেশৰ পক্ষে অতি ভয়ানক হৈ উঠিছিল। ক্লাইবে এ[ই] গণ্ডগোলৰ মীমাংসা কৰিলে; তেওঁ বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ ৰাজহ-বিভা[গ] নিজৰ হাতলৈ আনিলে; সমুদায় ৰাজহৰ পৰা সম্রাটৰ বৃত্তি ২৬ লাখ টকা আৰু নবাবৰ পেন্সন ৫০ লাখ টকা নিয়মিত ৰূপে পৰিশোধ কৰিছিল আৰু বাদ-বাকী টকা কোম্পানীৰ ভঁড়াললৈ পঠাইছিল। সৈনিক বিভাগো ইংৰাজৰ হাতলৈ অহাত প্ৰকৃততে দেশৰ শাসন-কাৰ্য্য চলাইছিল ইষ্ট ইণ্ডিয়া কোম্পানীয়ে যদিও ভিতৰুৱা শাসন ভাৰ নবাবৰ হাতত আছিল। [ক্লা]ইবৰ এই দু[ই] কৰ্তৃপক্ষৰ শাসনপ্ৰণালীক দ্বৈত-শাসন (Dual Govt.) বোলে।

**ক্লাইবৰ শাসন সংস্কাৰ**—ক্লাইবে এতিয়া কোম্পানীৰ শাসন-কাৰ্য্য একাণপতীয়াকৈ লাগিল আৰু তাৰ আমূল পৰিবৰ্ত্তন আনিলে। তেওঁ নিয়ম বান্ধি দিলে যে কোম্পানীৰ কোনো কৰ্ম্মচাৰীয়ে ভেটি খাব বা গাইগুটীয়া কাৰবাৰ চলাব নোৱাৰিব। এই শাসন-সংস্কাৰৰ বাবেই মিৰ কাচিমে বঙ্গৰ নবাবৰ গদী হেৰুৱাইছিল। ভেটিৰ ঠাইত ক্লাইবে লোণৰ ব্যৱসায়ৰ পৰা পোৱা লাভৰ টকা কোম্পানীৰ কৰ্ম্মচাৰীসকলৰ মাজত ভগাই দিছিল, কিন্তু



[কো]ম্পানীৰ পৰিচালকসকলে এই নীতি ভাল নাপাই কৰ্ম্মচাৰীৰ দৰমহা বৃদ্ধি [ক]ৰি দিলে। ক্লাইবে সৈনিক বিভাগৰো সংস্কাৰ কৰিলে। পলাচীৰ যুদ্ধৰ [পি]চত "ডবল ভাট্টা" নামে দৰমহাৰ উপৰুৱা কিছু টকা সৈনিক কৰ্ম্মচাৰীসকলক [স্থ]ায়ীভাবে দিয়া হৈছিল; ডবল ভাট্টা উঠাই দিয়া হ'লত কৰ্ম্মচাৰীসকলে [কো]ম্পানীৰ কাম ইস্তফা দিলে। অতি বুদ্ধিৰে ক্লাইবে এই সমস্যাৰ সমাধান [ক]ৰিলে।

**যোদ্ধা আৰু শাসক হিচাপে ক্লাইব**—যোদ্ধা আৰু শাসক হিচাপে [ক্লাই]বৰ প্ৰতিভা আছিল অসাধাৰণ। ভাৰতত ইংৰাজ কোম্পানীৰ বিষয় [সম্পত্তি]ত একমাত্ৰ কাণ্ডাৰী আছিল—ক্লাইবৰ অসীম সাহস; আৰু তেওঁৰ শাসন [দক্ষ]তেই ভাৰতীয় সাম্রাজ্যৰ ভেটি গঠন কৰা হয়। যিহকে হাতত লৈছিল [তাক]েই তেওঁ বিবেচনা, কৌশল আৰু বুদ্ধি খটাই সুচাৰুৰূপে সমাধা কৰিছিল। [তেওঁ]ৰ আগুৱালে, হেজাৰ বিপদেও তেওঁক পিচ হুঁহোকাব নোৱাৰিছিল। [ইংৰা]জ কোম্পানীৰ লম্পট কৰ্ম্মচাৰীসকল সঙ্ঘবদ্ধ হৈও তেওঁৰ অবিচলিত [মন ট]লাব নোৱাৰিলে। হেজাৰ বিপদৰ মাজতো মনৰ এই দৃঢ়তা সঁচাকৈ [প্ৰশংস]াৰ যোগ্য।

[কি]ন্তু আনহাতে সত্যৰ খাটিৰত এই কথা স্বীকাৰ কৰিবই লাগিব যে, ৰাজ্যৰ [স্বাৰ্থ]ত তেওঁ চিৰাজউদ্দৌলাৰ বিপক্ষে ষড়যন্ত্ৰত যোগ দিছিল, আমিনচাঁদক [প্ৰতাৰণা]-খতেৰে ঠগিছিল আৰু নবাবৰ পৰা ভেটি খাইছিল। তেওঁৰ সমসাময়িক [ঐতিহাস]িক লিখকে তেওঁৰ কাৰ্য্যাৱলীৰ তীব্ৰ সমালোচনা কৰিছিল আৰু মনৰ [দু]খ বেদনাত ক্লাইবে আত্মহত্যা কৰিব লগাত পৰিছিল। ক্লাইবৰ ভাৰতীয় [সাম্রা]জ্য স্থাপন—ভাৰতৰ ফালৰ পৰা চাব গলে এটি কলঙ্কৰ ইতিহাস, আৰু [ইংৰাজ]ৰ ফালৰ পৰা,—এটি গৌৰৱৰ কাহিনী।

**ক্লাইবৰ পিচত**—১৭৬৭ খৃষ্টাব্দৰ জানুৱাৰী মাহত ক্লাইব বিলাতলৈ যায়। [তেওঁ]ৰ পিচৰ পৰাই কোম্পানীৰ কৰ্ম্মচাৰীসকলে আকৌ ভেটি খোৱাত [লাগি]ল। নবাবৰ হাতত আছিল দায়িত্ব, কিন্তু ক্ষমতা আছিল কোম্পানীৰ

হাতত। এতেকে দেশত কুশাসনৰ ফলস্বৰূপে অত্যাচাৰ আৰু অনাচাৰ আৰম্ভ হ'ল। ইয়াৰ ফলত বঙ্গদেশত ভয়ানক দুৰ্ভিক্ষ আৰম্ভ হ'ল (১৭৭০ খৃঃ) আৰু বঙ্গদেশৰ প্ৰায় এক-তৃতীয়াংশ লোক মৃত্যুৰ মুখত পৰে। ইয়াকেই "ছিয়াত্তৰৰ মন্বন্তৰ" বোলে।

কোম্পানীৰ পৰিচালকসকল এইবাৰ টোপনিৰ পৰা সাৰ পালে; বিলাতৰ পাৰ্লিয়ামেণ্টো সজাগ হ'ল আৰু কোম্পানীৰ শাসন কাৰ্য্যত হস্তক্ষেপ কৰিলে। ক্লাইবৰ পিচত ওৱাৰেন হেষ্টিংচ (Warren Hastings) গৱৰ্ণৰ জেনেৰেল হৈ ভাৰতলৈ আহিলত দ্বৈত-শাসন লোপ পায় আৰু দেশত শান্তি আৰু শৃঙ্খলা স্থাপন হয়।

হাইদৰ আলি।

**মহীশূৰৰ প্ৰথম যুদ্ধ**—পানিপথৰ তৃতীয় যুদ্ধই (১৭৬১ খৃঃ) মাৰাঠা শক্তিক পঙ্গু কৰি পেলালে, কিন্তু লগে লগে মহীশূৰত হাইদৰ আলি (Haidar Ali) নামে এজন প্ৰবল প্ৰতাপী বীৰৰ অভ্যুদয় হয়। ১৭৬৬ খৃষ্টাব্দত মহীশূৰৰ হিন্দু ৰজাক সিংহাসনৰ পৰা নমাই হাইদৰ আলি নিজে শাসনকৰ্ত্তা হয়। নিজাম আৰু মাৰাঠাসকলৰ ৰাজ্য যোগ দি, হাইদৰে নিজ ৰাজ্যৰ সীমা বিস্তাৰ কৰিবলৈ ধৰিলে আৰু দাক্ষিণাত্যত এটি দুৰ্দ্ধৰ্ষ বাহিনী সাজি উলিয়ালে।

উপযুক্ত আয়োজন নকৰাকৈয়ে মাদ্ৰাজৰ ইংৰাজ শাসকসকলে হাইদৰৰ লগত কাজিয়া আৰম্ভ কৰিলে। দুয়ো পক্ষৰ ভিতৰত যুঁজ আৰম্ভ হ'লত ইংৰাজসকল সম্পূৰ্ণৰূপে পৰাস্ত হয় আৰু হাইদৰে দিয়া চৰ্ত্তমতেই ইংৰাজে



সন্ধি-পত্ৰত স্বাক্ষৰ কৰিবলগীয়া হ'ল (১৭৬৯ খৃঃ)। ইংৰাজ বাহিনী ভাৰতীয় কোনো শক্তিৰ হাতত এনেদৰে কেতিয়াও অপদস্থ হোৱা নাই।

সন্ধিৰ চৰ্ত্তমতে, নিজাম বা মাৰাঠাসকলে হাইদৰক আক্ৰমণ কৰিলে ইংৰাজে তেওঁক সহায় কৰিবলৈ গাত লয়। এবছৰ পাচত হাইদৰ আলিক মাৰাঠাই আক্ৰমণ কৰিলত সন্ধিৰ চৰ্ত্ত অনুসাৰে তেওঁ বৃটিছৰ সহায় ভিক্ষা কৰিলে; কিন্তু ইংৰাজে তালৈ ভ্ৰূক্ষেপকে নকৰিলে। মাৰাঠাৰ লগত যুদ্ধত হাইদৰ বিপদগ্ৰস্ত হৈছিল আৰু সেইদিন ধৰি তেওঁ ইংৰাজৰ বিশ্বাসঘাতকতা কেতিয়াও পাহৰিব নোৱাৰিলে আৰু দুই শক্তিৰ ভিতৰত প্ৰায় ত্ৰিশ বছৰ শত্ৰুতা চলিল।

### প্ৰশ্নমালা

১। পলাচী যুদ্ধৰ কাৰণ আৰু ফলাফল বিবৰি কোৱা।
(What were the causes of tha battle of Plassey and what were its results.)

২। নবাব চিৰাজউদ্দৌলাৰ চৰিত্ৰ আলোচনা কৰা।
(Discuss the character of Nawab Siraj-ud-daulah.)

৩। নবাব মিৰ কাচিমৰ শাসনকাল বৰ্ণোৱা।
(Describe the main events that took place during the reign of Mir-Kasim.)

৪। ৰবাৰ্ট ক্লাইবৰ (ক) দ্বৈত-শাসন আৰু (খ) শাসন-সংস্কাৰ সম্পৰ্কে টীকা লিখা।
(Describe (a) Dyarchy in administration; (b) administrative reforms of Robert Clive.)

৫। যোদ্ধা আৰু শাসক হিচাপে ক্লাইবৰ চৰিত্ৰ সমালোচনা কৰা।
(Discuss Robert Clive's character as a warrior and as an administrator.)

৬। মহীশূৰৰ প্ৰথম যুদ্ধৰ কাৰণ, গতি আৰু ফলাফল বৰ্ণনা কৰা।
(Describe the causes leading to the First Mysore War. What were the results ?)

# তৃতীয় অধ্যায়

# সাম্ৰাজ্যৰ কাৰণে বৃটিছ-মাৰাঠাৰ যুদ্ধ।

## ওৱাৰেন হেষ্টিংচ্ ( Warren Hastings )

**প্ৰথম জীৱন**—ওঠৰ বছৰ বয়সতে ওৱাৰেন হেষ্টিংচ ইষ্ট ইণ্ডি কোম্পানীৰ কেৰাণী হৈ ভাৰতলৈ আহে। ক্ৰমে উন্নতি কৰি ১৭৬১ খৃষ্টা তেওঁ কলিকতা কাউন্সিলৰ সদস্য হয়। ১৭৬৭ চনত হেষ্টিংচ্ বিলাতলৈ যা আৰু পাঁচ বছৰৰ পিচত বঙ্গদেশৰ গৱৰ্ণৰ হৈ আকৌ ভাৰতলৈ আহে (১৭৭২ খৃঃ)।



ওৱাৰেন হেষ্টিংচ্।

**হেষ্টিংচৰ সমস্যা**—যি সময়ত ওৱাৰেন হেষ্টিংচে বঙ্গদেশৰ শাসনভাৰ গ্ৰহণ কৰিলে, তেতিয়া শাসন-প্ৰণালী একেবাৰে বিশৃঙ্খল অৱস্থাত। ক্লাইবৰ দ্বৈত-শাসনৰ পৰা সুফল পোৱা নগ'ল। কোম্পানীৰ কৰ্ম্মচাৰীসকলে এদনীয়াকৈ ব্যৱসায় চলাবলৈ আৰম্ভ কৰিলে; আৰু তেওঁলোকৰ ৰাজহ আদায়কাৰীসকলে প্ৰজাৰ ওপৰত জোৰ জুলুম চলাবলৈ ধৰিলে। নিৰ্দ্ধাৰিত খাজনাতকৈ বেছি আদায় কৰা হৈছিল অথচ কোম্পানীৰ ভঁড়ালৰ তলিও উদং হৈছিল। কাৰণ কালেক্টৰসকলে আদায় কৰা টকাৰ বেছি ভাগ নিজে হজম কৰিছিল ইফালে আকৌ দলে দলে ডকাইতে ৰায়তৰ ঘৰ লুটি-পুটি আতঙ্কৰ সৃ কৰিছিল। ৰাজনৈতিক ক্ষেত্ৰতো মাৰাঠাসকল ইংৰাজৰ প্ৰবল প্ৰতিদ্বন্দ্বী উঠিল ; দিল্লীৰ সম্ৰাট ছাহ্ আলমে ইংৰাজৰ আশ্ৰয় এৰি মাৰাঠাসকলৰ ললেগৈ ; দাক্ষিণাত্যত হাইদৰ আলিয়ে মাদ্ৰাজ কাউন্সিলৰ বিশ্বাসঘাতকত হোৰ তুলিবলৈ বাঘৰ দৰে খাপ লৈ আছিল।



**হেষ্টিংচৰ শাসন-সংস্কাৰ**—হেষ্টিংচৰ শাসনকাল দুই ভাগত ভগাব ৰি ; প্ৰথম ভাগত তেওঁ বঙ্গদেশৰ গৱৰ্ণৰ আছিল ( ১৭৭২-৭৪ খৃঃ ) আৰু ীয় অংশত ( ১৭৭৪-১৭৮৫ খৃঃ ) তেওঁ সমগ্ৰ বৃটিছ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল ছিল। সেয়ে প্ৰথমে তেওঁ ভিতৰুৱা সংস্কাৰ আৰু পিচৰ ডোখৰ কালত শাসন লীৰ মূলনীতিৰ সংস্কাৰত মনোযোগ দিছিল।

তেওঁ ৰাজহবিভাগৰ বেমেজালি আঁতৰাবলৈ চেষ্টা কৰি, বঙ্গদেশৰ ডেপুটি ন ৰেজা খাঁ আৰু বিহাৰৰ ডেপুটি চিতাব ৰায়ক ৰাজহ আদায় কৰা বাবৰ আঁতৰ কৰিলে। ৰাজহ আদায় কৰা ভাৰ এতিয়া ইংৰাজ কৰ্ম্মচাৰীৰ ত পৰিল ; তাৰ উপৰি তেওঁলোক প্ৰতি জিলাৰে ৰাজহ-আদালতৰ প্ৰধান ৰক নিযুক্ত হ'ল ; এটি ৰাজহ-কমিটিও নিযুক্ত কৰা হ'ল আৰু ৰাজভঁড়াল াবাদৰ পৰা কলিকতালৈ তুলি নিয়া হ'ল। পাঁচ বছৰৰ কাৰণে মাটিৰ দিয়া নিয়ম হ'ল ; যি আটাইতকৈ বেছি ৰাজহ দিব, তেওঁকেই মাটি দিয়া ১৭৭৭ খৃষ্টাব্দৰ পৰা বছৰেকীয়া বন্দৱস্ত আৰম্ভ কৰা হয়।

প্ৰতিখন জিলাতে দেৱানী আৰু ফৌজদাৰী আদালত স্থাপন হয়। ইংৰাজ কলেক্টৰসকল হ'ল দেৱানী আদালতৰ অধিপতি আৰু ফৌজদাৰী আদালতৰ বে ভাৰতীয় বিচাৰক নিয়োগ কৰা হৈছিল। এই সকল আদালতৰ ওপৰত ন কৰিবৰ কাৰণে কলিকতাত সদৰ দেৱানী আদালত ( দেৱানী কৰ্দ্দমাৰ বাবে ) আৰু সদৰ নিজামত আদালত ( ফৌজদাৰী মোকৰ্দ্দমাৰ বে ) স্থাপন কৰা হৈছিল।

কোম্পানীৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবলৈ হেষ্টিংচে যথেষ্ট চেষ্টা কৰিছিল। বঙ্গৰ নবাবৰ বৃত্তি কমাই নি আধা কৰা হ'ল। মাৰাঠাসকলৰ শ্ৰয় লোৱা বাবে দিল্লীৰ সম্ৰাট ছাহ্ আলমৰ পেন্সন বন্ধ হ'ল। কোৰা আৰু লাহাবাদ জিলা সম্ৰাটৰ পৰা কাঢ়ি লৈ হেষ্টিংচে অযোধ্যাৰ নবাবক বেচি ৫০ খ টকা ললে। সৈন্যৰ খৰচ বাবদ কিছু টকা দিবলৈ প্ৰতিশ্ৰুতি হ'ল, ইংৰাজে ৰশ্যক মতে অযোধ্যাৰ নবাবক সহায় কৰিবলৈ মান্তি হ'ল।

**ৰোহিলা যুদ্ধ**—মাৰাঠাসকলে ৰোহিলখণ্ড প্ৰায়ে আক্ৰমণ কৰিছিল—(প্ৰায় ১৭৭০ খৃষ্টাব্দৰ পৰা) আৰু অযোধ্যাৰ নবাবৰো সেই প্ৰদেশৰ পাবলৈ বৰ হাবিয়াস আছিল। ৰোহিলা ৰাজ্য মাৰাঠা শক্তিয়ে আক্ৰমণ কৰিলে যদি নবাবে সহায় কৰে, তেন্তে নবাবক ৪০ লাখ টকা দিয়াৰ ৰোহিলাৰ শাসকসকল সম্মত হ'ল (১৭৭২ খৃঃ)। ১৭৭৩ খৃষ্টাব্দত মাৰাঠা সেই দেশ আক্ৰমণ কৰিলত নবাবে সহায় কৰিলে আৰু তেওঁৰ প্ৰাপ্য টকা দাবী কৰিলে; কিন্তু ৰোহিলাই চুক্তি ভঙ্গ কৰিলত নবাবৰ খং উঠিল আৰু ৰোহিলাক আক্ৰমণ কৰিবলৈ ইংৰাজৰ সহায় খুজিলে; যুদ্ধৰ খৰচৰ উপৰিও আৰু ৪০ লাখ টকা দিবলৈ নবাব ৰাজী হ'ল। হেষ্টিংচে কোম্পানীৰ আৰ্থিক অৱস্থা উন্নত কৰিবলৈ এই সুযোগ গ্ৰহণ কৰিলে। ইংৰাজৰ সহায়ত ৰোহিলখণ্ড নবাবৰ হস্তগত হ'ল; বিজিত ৰাজ্যত সৈন্যসকলে অকথ্য অত্যাচাৰ আৰু ব্যভিচাৰ আৰম্ভ কৰিলে।

**ৰেগুলেটিং এক্ট**—১৭৭৩ খৃঃ (**Regulating Act**)—পলাচীৰ যুদ্ধৰ পৰাই কোম্পানীৰ কৰ্ম্মচাৰীসকলে ৰায়তক জুলুম কৰিও এনেদৰে ভেটি সংগ্ৰহ কৰাত লাগিল, যে ইংলণ্ডৰ মানুহৰ এই অত্যাচাৰৰ প্ৰতি চকু পৰিল। ইংৰাজ জাতিয়ে বুজিলে বেপাৰী কোম্পানীৰ দ্বাৰা শাসনকাৰ্য্য নিৰপেক্ষভাৱে পৰিচালিত হব নোৱাৰে। ১৭৭৩ চনত কোম্পানীয়ে যেতিয়া টকা ধাৰৰ কাৰণে বৃটিছ গৱৰ্ণমেণ্টৰ ওচৰত আবেদন জনালে, গৰ্ণমেণ্টে বেপাৰী কৰ্ম্মচাৰী সকলো কথা তদন্ত কৰি পালে যে ভাৰতবাসীক লুটি-পুটি ইষ্ট ইণ্ডিয়া কোম্পানী ধনী হব পৰা নাই, চহকী হৈছে উক্ত কোম্পানীৰ কৰ্ম্মচাৰী সকলহে। সেই বছৰতে (১৭৭৩ খৃঃ) "নিয়ামক আইন" পাচ কৰা হয়। ইয়াৰ দ্বাৰা—(১) কোম্পানীৰ পৰিচালকসকলে কোম্পানীৰ কৰ্ম্মচাৰীলৈ পঠোৱা সকলো চিঠিপত্ৰৰ নকল বৃটিছ মন্ত্ৰীসভাক দিবলগীয়া হ'ল (২) বঙ্গদেশৰ গৱৰ্ণৰ বৃটিছ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হ'ল আৰু তেওঁ চাৰিজন সদস্যেৰে গঠিত এখন কাউন্সিলৰ পৰামৰ্শ মতে শাসন চলাবলগীয়া হ'ল; কাউন্সিলত গৱৰ্ণৰ



জেনেৰেলৰ মাথোন এটি কাষ্টিং ভোট থাকিল। (৩) আন কিখন প্ৰদেশৰ ওপৰত সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ হাত থাকিল। (৪) কলিকতাৰ প্ৰধান বিচাৰক (চাৰ এলিজা ইম্পে) আৰু তিনিজন সহকাৰী বিচাৰকৰে এখন চুপ্ৰিম কোৰ্ট স্থাপিত হ'ল।

আইনখনত অনেক খুত ৰৈ গ'ল। চুপ্ৰিম কোৰ্টৰ বিচাৰ-কাৰ্য্যৰ একো বন্ধা-ধৰা সীমা নাথাকিল আৰু কলিকতা কাউন্সিলৰ লগত ইয়াৰ সম্বন্ধ স্পষ্টকৈ দিয়া নহ'ল। সেই বাবে কাউন্সিল আৰু চুপ্ৰিম কোৰ্টৰ ভিতৰত বাৰে বাৰে কাজিয়া লাগিবলৈ ধৰিলে। আন এটা প্ৰধান দোষ হৈছে, শাসনৰ দায়িত্ব থাকিব গৱৰ্ণৰ জেনেৰেলৰ ওপৰত কিন্তু তেওঁ কাউন্সিলৰ পৰামৰ্শ উপেক্ষা কৰিব নোৱাৰে। ফলত গৱৰ্ণৰ জেনেৰেলে ইচ্ছাৰ বিৰুদ্ধেও কাউন্সিলৰ উপদেশ মতে এনে ৰাজনৈতিক গুৰুত্বপূৰ্ণ কাৰ্য্য কৰিবলগীয়া হৈছিল, যাৰ নিৰ্দ্ধাৰণৰ ভাৰ আছিল কাউন্সিলৰ ওপৰত কিন্তু ত্ৰুটিৰ বাবে দায়ী হৈছিল গৱৰ্ণৰ জেনেৰেল।

**হেষ্টিংচ আৰু নন্দকুমাৰ**—কাউন্সিলৰ চাৰিজন সদস্যৰ ভিতৰত ক্লেভাৰিং, মনচন্ আৰু ফ্ৰান্সিচ সদায় হেষ্টিংচৰ বিৰুদ্ধে চলিবলৈ ধৰিলে; অকল বাৰওৱেলে মাথোন সমৰ্থন কৰিছিল। কাউন্সিলৰ অধিকাংশ সভ্যই গৱৰ্ণৰ জেনেৰেলৰ বিৰুদ্ধবাদী হোৱাত, তেওঁৰ বিপক্ষে কাউন্সিলৰ আগলৈ অনেক অভিযোগ আহিবলৈ ধৰিলে। নন্দকুমাৰৰ অভিযোগেই আটাইতকৈ প্ৰধান আছিল। অভিযোগ মতে হেষ্টিংচে নবাব মিৰ জাফৰৰ পত্নী মনি বেগমৰ পৰা অজস্ৰ টকা গ্ৰহণ কৰিছিল।

এই অভিযোগৰ গুৰিত কিমানখিনি সত্যতা আছিল ঠিক কৈ কোৱা টান। তথাপি কাউন্সিলৰ বিচাৰৰ সন্মুখীন হবলৈ অস্বীকাৰ কৰি হেষ্টিংচে ভাল কাম নকৰিলে। তেওঁৰ প্ৰতি কাউন্সিলৰ সদস্যসকলৰ সন্দেহ আৰু বিদ্বেষৰ ভাব এনে প্ৰবল আছিল যে বিনা বিচাৰেই তেওঁলোকে হেষ্টিংচক দোষী সাব্যস্ত কৰিলে।

এই ঘটনাৰ দুমাহৰ ভিতৰতে মোহন প্ৰসাদ নামে হেষ্টিংচৰ ফলীয়া এজন লোকে নন্দকুমাৰৰ বিৰুদ্ধে জাল কৰাৰ অভিযোগ আনিলে। চুপ্ৰিম কোৰ্টে জুৰীৰ সহায়ত নন্দকুমাৰৰ বিচাৰ কৰিলে আৰু বিচাৰত তেওঁৰ ফাঁচীৰ হুকুম হ'ল। এই ঘটনাই ভাৰতবৰ্ষ আৰু বিলাতত ভীষণ চাঞ্চল্যৰ সৃষ্টি কৰিলে। বহুতে অনুমান কৰিলে যে নন্দকুমাৰক প্ৰাণদণ্ডৰ আদেশ দিয়া হ'ল হেষ্টিংচৰ চক্ৰান্তত। এই কথা নিঃসন্দেহ যে জাল কৰা অপৰাধ প্ৰমাণিত হলেও নন্দকুমাৰক লঘু পাপত গুৰু শাস্তি দিয়া হৈছিল। আনহাতে, আইনৰ ফালৰ পৰা চাব গলে ভাৰতীয় লোকক দণ্ড বিহিবলৈ তেতিয়ালৈকে চুপ্ৰিম কোৰ্টৰ কোনো ক্ষমতা নাছিল। তদুপৰি, নন্দকুমাৰৰ ফাঁচীৰ বহুদিন পিচৰ পৰাহে জাল কৰা অপৰাধত প্ৰাণদণ্ড দিয়া আইন ভাৰতত জাৰী কৰা হৈছিল।

**প্ৰথম মাৰাঠা যুদ্ধ**—১৭৭২ চনত বালাজী ৰাৱৰ পুত্ৰ চতুৰ্থ পেছোৱা মধু ৰাৱৰ মৃত্যু হলত, তেওঁৰ ভায়েক নাৰায়ণ ৰাৱ পেছোৱা হয়। খুৰাক ৰাঘোবাই নাৰায়ণ ৰাৱক হত্যা কৰিলে আৰু নিজে পেছোৱা পদ গ্ৰহণ কৰিব খোজাত নানা ফাৰ্ণাভিচ্ (Nana Farnavis) সদলবলে তেওঁৰ বিপক্ষে উঠিল আৰু নাৰায়ণ ৰাৱৰ শিশু পুত্ৰ মাধৱ ৰাৱৰ (প্ৰথম মাধৱ ৰাৱৰ নাতিয়েক) দাবী সমৰ্থন কৰিলে।

এইদৰে ব্যৰ্থ হৈ ৰাঘোবা বোম্বেৰ ইংৰাজ শাসকসকলৰ ওচৰ চাপিল। সহায়ৰ পৰিবৰ্তে ইংৰাজক চালচেটি আৰু বেচিন দান কৰা হব—এই চৰ্ত্তত ৰাঘোবা আৰু ইংৰাজৰ ভিতৰত **চুৰাটত** চুক্তি স্বাক্ষৰিত হ'ল (৭ মাৰ্চ্চ ১৭৭৫ খৃঃ)।

চুৰাটৰ সন্ধিৰ চৰ্ত্ত অনুসৰি ইংৰাজ সৈন্য এদল লৈ কৰ্ণেল কিটিং আহি চুৰাটত উপস্থিত হ'ল। ৰঘুনাথ ৰাৱ (ৰাঘোবা) আৰু ইংৰাজ সৈন্যই সম্মিলিত ভাবে চালচেটি আক্ৰমণ কৰি মাধৱ ৰাৱৰ মাৰাঠা বাহিনীক পৰাস্ত কৰিলে আৰু চালচেটি অধিকাৰ কৰিলে। কিন্তু কলিকতাৰ চুপ্ৰিম কাউন্সিলৰ সম্মতি নোহোৱাকৈয়ে বোম্বেৰ ইংৰাজ চৰকাৰে চুৰাটৰ সন্ধি চহী কৰিছিল।



গতিকে ফ্ৰান্সিচ আৰু হেষ্টিংচে একবাক্যে বোম্বে গৱৰ্ণমেণ্টৰ এই কাৰ্য্যৰ নিন্দা কৰিলে। কেইমাহমান পিচতেই, চুপ্ৰিম কাউন্সিলৰ নিৰ্দ্দেশ মতে পুৰন্দৰ নামে ঠাইত দ্বিতীয় মাধৱ ৰাৱৰ মাৰাঠা চৰকাৰৰ লগত ইংৰাজে সন্ধি কৰে। এই সন্ধিমতে চালচেটি ইংৰাজৰ হাতত সমৰ্পণ কৰা হ'ল আৰু তাৰ বিনিময়ত ইংৰাজসকল ৰাঘোবাৰ পক্ষ ললবলৈ মান্তি হ'ল। কিন্তু এই সন্ধি বেছি দিন নিটিকিল। ইংলণ্ডত কোম্পানীৰ পৰিচালকসকলে চুৰাটৰ সন্ধিহে সমৰ্থন কৰিলে আৰু হেষ্টিংচে আকৌ ৰাঘোবাৰ পক্ষ অৱলম্বন কৰিলে।

ইংৰাজ আৰু মাৰাঠাসকলৰ ভিতৰত অসংখ্য যুদ্ধ হ'ল আৰু কেইখনমান যুদ্ধত ইংৰাজ বাহিনীৰ শোচনীয় পৰাজয় ঘটিল। অৱশেষত নিজামে সকলো মাৰাঠা ৰজা (গাইকোঁৱৰত বাহিৰে) আৰু হাইদৰ আলিক একগোট কৰি ভাৰতত বৃটিছ ৰাজশক্তি লোপ কৰিবলৈ সঙ্কল্প কৰিলে (১৭৭৯ খৃঃ)। হেষ্টিংচ এই বিপদৰ মুহূৰ্ত্ততো অতি ধৈৰ্য্যেৰে অগ্ৰসৰ হ'ল; তেওঁ নাগপুৰৰ মাৰাঠা ৰজাক ভেটিৰে হাত কৰিলে আৰু সিন্ধিয়াৰ লগত সন্ধি কৰিলে; বঙ্গদেশৰ পৰা সৈন্য পঠাই কৰ্ণাটত হাইদৰ আলিক ত্ৰস্ত কৰি তুলিলে আৰু সিন্ধিয়াৰ সহায়ত মাৰাঠা শক্তিৰ লগত **চেলবাইত** চুক্তি কৰিলে (১৭৮২ খৃঃ)। এই চুক্তিমতে চালচেটিৰ বাহিৰে ইংৰাজে বাকী ৰাজ্য মাৰাঠাসকলক ঘূৰাই দিলে আৰু ৰাঘোবাক পেন্সন দিলে। এই সুদীৰ্ঘ যুদ্ধৰ দ্বাৰা ইংৰাজৰ একো লাভতো নহলেই বৰঞ্চ কোম্পানীৰ পুঁজি উদং হ'ল। তাকে পূৰণ কৰিবলৈ হেষ্টিংচে অনেক পাপ কাম কৰিবলগীয়া হৈছিল।

**মহীশূৰৰ দ্বিতীয় যুদ্ধ**—১৭৭৮ খৃষ্টাব্দত আমেৰিকাৰ স্বাধীনতাৰ যুদ্ধত ফ্ৰান্সে আমেৰিকাৰ ফালে যোগ দিয়াত, ইংলণ্ডৰ লগত ফ্ৰান্সৰ যুদ্ধ অনিবাৰ্য্য হৈ পৰিল। তাৰে প্ৰতিক্ৰিয়া ভাৰততো দেখা দিলে আৰু ইংৰাজে ফৰাচী অধিকৃত 'মাহে' দখল কৰিলে। এই বন্দৰটি মালবস্তুৰ সৰবৰাহৰ বাবে হাইদৰ আলিৰ অতি আৱশ্যকীয় আছিল; সেই দেখি ইংৰাজে মাহে অধিকাৰ কৰাত তেওঁ আপত্তি কৰিলে, কিন্তু ফল একো নহ'ল। মাদ্ৰাজ গৱৰ্ণমেণ্টে

হাইদৰক মাৰাঠাৰ বিপক্ষে সহায় কৰিম বুলি এবাৰ ঠগিছিলে ( ১৭৭২ খৃঃ ); সাত পাঁচ ভাবি হাইদৰ আলিয়ে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে ( ১৭৭৯-১৭৮৪ খৃঃ ) আৰু নিজামৰ সমবেত শক্তিত যোগ দিলেগৈ (১৭৭৯ খৃঃ)।

কৰ্ণাট আক্ৰমণ কৰি হাইদৰে তাক ভস্মস্তূপত পৰিণত কৰিলে; কৰ্ণেল বেইলিৰ ( Colonel Baillie ) দ্বাৰা পৰিচালিত ইংৰাজ সৈন্যদল তেওঁৰ হাতত আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হ'ল। বক্সাৰ যুদ্ধৰ বিজয়ী বীৰ মনৰো পলাই মাদ্ৰাজ পালেগৈ। হাইদৰে আৰ্কট অধিকাৰ কৰিলে ( ১৭৮০ খৃঃ )। অতি কৌশলেৰে হেষ্টিংচে নিজাম, সিন্ধিয়া আৰু বেৰাৰৰ ৰজাক হাত কৰিলে আৰু হাইদৰ আলি অকলশৰীয়া হ'ল। বঙ্গদেশৰ পৰা সসৈন্যে চাৰ আয়াৰ কুট ( Sir Eyre Coote ) আহি পোৰ্টো নোভোৰ ( Porto Novo ) যুদ্ধত হাইদৰক পৰাস্ত কৰিলে ( ১৭৮১ খৃঃ)। চোলিনগৰৰ ( Sholingar ) যুদ্ধতো আয়াৰ কুটৰে জয় হ'ল। ইতিমধ্যে ফ্ৰান্সৰ পৰা নৌ-বাহিনী এটি আহি পালত ফৰাচী আৰু ইংৰাজ উভয় জাতিয়েই প্ৰবল যুদ্ধত লিপ্ত হ'ল আৰু এই সুযোগতে হাইদৰে কুদ্দালোৰ ( Cuddalore ) ইংৰাজৰ পৰা কাঢ়ি লয়। তেওঁৰ পুতেক টিপুয়ে ( Tipu ) কৰ্ণেল ব্ৰেইথ ওৱেইট'ৰ ( Colonel Braitawaite ) সৈন্যদলক বন্দী কৰিলে ( ১৭৮২ খৃঃ )। ঠিক এই সন্ধিক্ষণত হাইদৰ আলিৰ মৃত্যু হয়। ইংৰাজে স্বস্তিৰ দীৰ্ঘ নিশ্বাস কাঢ়িলে।

ইফালে আকৌ ইংৰাজে আৰু ফৰাচী সকলৰ মাজতো সন্ধি হ'ল (১৭৮৩ খৃঃ) আৰু টিপু চুলতানে অকলে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ চলাবলৈ ধৰিলে। ১৭৮৪ খৃষ্টাব্দত মাদ্ৰাজ গৱৰ্ণমেণ্টে মেঙ্গালোৰত টিপু চুলতানৰ লগত সন্ধি কৰিলে। সেই সন্ধিমতে দুয়োপক্ষই নিজ নিজ অধিকাৰ ঘূৰাই পালে। হেষ্টিংচে এই লাভ নোহোৱা চুক্তিৰ তাৰিফ কৰিব নোৱাৰিলে যদিও, অগত্যা মনে মনে থাকিল।

**চৈত সিংহ আৰু অযোধ্যাৰ বেগমৰ প্ৰতি হেষ্টিংচ্‌—** মাৰাঠা আৰু মহীশূৰৰ যুদ্ধত কোম্পানীৰ আৰ্থিক অৱস্থা বৰ শোচনীয় হ'ল আৰু তাৰ



উন্নতিৰ অৰ্থে হেষ্টিংচৰ চকুত টোপনি নোহোৱা হ'ল। বাৰাণসীৰ ৰজা চৈত সিংহ ইংৰাজৰ কৰতলীয়া আছিল; যুদ্ধৰ সময়ত বছৰি পাঁচ লাখ টকা অধিকৈ তেওঁৰ পৰা আদায় কৰা হৈছিল। অৱশেষত টকা দিয়াত পলম হোৱাৰ কাৰণে হেষ্টিংচে চৈত সিংহক ৫০ লাখ টকা জৰিমনা কৰিলে। জৰিমনা আদায় কৰিবলৈ হেষ্টিংচ্ স্বয়ং বাৰাণসীলৈ আহি ৰজাক বন্দী কৰিলে। প্ৰজাসকল এই অশোভনীয় কাৰ্য্যত অতি ক্ৰুদ্ধ হৈ উঠে আৰু কথমপিহে এই বিদ্ৰোহ দমন কৰা হ'ল। বছৰি ৪০ লাখ টকা কৰ দিবৰ প্ৰতিশ্ৰুতিত চৈত সিংহৰ এজন সম্বন্ধীয় লোকক বাৰাণসী ৰাজ্যৰ শাসনভাৰ দিয়া হয়।

অযোধ্যাৰ নবাবে কোম্পানীক দিবলগীয়া আটাইখিনি টকা পৰিশোধ কৰিব পৰা নাছিল। হেষ্টিংচে টকাৰ বাবে নোটিচ দিলত নবাবে কলে যে তেওঁৰ মাক আৰু বুঢ়ীমাকহে তেওঁৰ বাপেকৰ অধিকাংশ সম্পত্তিৰ গৰাকী। সেই সম্পত্তি অধিকাৰ কৰিবলৈ ইংৰাজে তেওঁক সহায় কৰিলে তেওঁ ততালিকে টকা দিব পাৰে। বেগমৰ ৰক্ষীসকলক অভদ্ৰোচিত ব্যৱহাৰ কৰি জোৰেৰে ইংৰাজ কৰ্ম্মচাৰীহঁতে ধন-সোণ হস্তগত কৰিলে।

**পিটৰ ভাৰতীয় আইন—( Pitt's India Act of 1784 )—** হেষ্টিংচৰ শাসনকালৰ শেষ ভাগত ভাৰতৰ শাসন সম্পৰ্কে বৃটিছ পাৰ্লিয়ামেণ্টত ভালেখিনি আন্দোলন চলিল। ১৭৮৩ খৃষ্টাব্দত মিঃ ফক্সৰ 'ইণ্ডিয়া বিল', হাউচ অব্ লৰ্ডচৰ দ্বাৰা প্ৰত্যাখ্যাত হয় আৰু পিচ বছৰৰ ( ১৭৮৪ খৃঃ ) বৃটিছ প্ৰধানমন্ত্ৰী মিঃ পিটৰ 'ইণ্ডিয়া এক্ট' পাৰ্লিয়ামেণ্টত গৃহীত হয়। এই আইন মতে পূৰ্ব্বৰ শাসনকাৰ্য্যৰ বহুতো সংস্কাৰ সাধন হয়।

(১) বৃটিছ অৰ্থ সচিব, বোৰ্ডৰ সভাপতি আৰু চাৰিজন প্ৰিভি কাউন্সিলৰ সদস্য—এই ছজন মেম্বাৰৰ দ্বাৰা 'বোৰ্ড অব্ কণ্ট্ৰোল' (Board of control) নামে এটি কমিটি গঠন কৰি কোম্পানীৰ সাধাৰণ শাসন, সৈনিক আৰু ৰাজস্ব বিষয়ক সকলো কাৰ্য্য ইয়াৰ তলতীয়া কৰা হয়।

(২) কোম্পানীৰ তিনিজন পৰিচালকেৰে এটি 'কমিটি অৱ্ চিক্রেচি' ( Committee of Secrecy ) গঠন কৰি 'বোৰ্ড'ৰ পৰা ভাৰতলৈ পঠোৱা সকলো কাগজপত্ৰ এই কমিটিৰ যোগেদি পঠোৱাৰ নিয়ম কৰা হ'ল।

(৩) পুনৰ যুদ্ধ আৰু ৰাজ্যবৃদ্ধি নীতি মানা কৰা হ'ল।

(৪) যুদ্ধ, ৰাজহ আৰু ৰাজনৈতিক বিষয়ত মাদ্রাজ আৰু বোম্বে প্রদেশক বঙ্গদেশৰ গৱৰ্ণমেণ্টৰ তলতীয়া কৰা হ'ল।

(৫) গৱৰ্ণৰ জেনেৰেলৰ কাউন্সিলৰ সদস্য চাৰিজনৰ ঠাইত তিনিজন হ'ল আৰু চুপ্রিম কোৰ্টৰ ক্ষমতাৰ সীমা নিৰ্দ্ধাৰিত কৰা হ'ল।

এই আইনৰ দ্বাৰা কোম্পানীৰ ৰাজ্যৰ শাসন প্রায় সম্পূর্ণৰূপে পাৰ্লিয়ামেণ্টৰ হাতলৈ আহিল আৰু গৱৰ্ণৰ জেনেৰেলৰ প্রাধান্য বিস্তৃত হ'ল।

**হেষ্টিংচৰ চৰিত্ৰৰ সমালোচনা**—কোনো কোনো ঐতিহাসিকে হেষ্টিংচক নৰ-দেৱতা পাতিছে, কোনোৱে আকৌ তেওঁক নৰ-পিশাচ বুলিছে। যেয়ে যি নকওক—ওৱাৰেন হেষ্টিংচ আছিল এজন সাম্রাজ্যবাদী; আৰু বিদেশী হৈও স্বাধীন জাতি এটাৰ বৰ ঘৰৰ ভেটিত বহি এখন বিশাল সাম্রাজ্য গঠন কৰিব লাগিলে যিখিনি দোষ-গুণৰ আৱশ্যক হয়, সেই সকলোখিনি তেওঁৰ পূৰামাত্রাই আছিল।

নন্দকুমাৰৰ ফাঁচী, চৈত সিংহ আৰু অযোধ্যাৰ বেগমৰ ওপৰত অভদ্রোচিত ব্যৱহাৰ আৰু অত্যাচাৰ আৰু হাইদৰ আৰু মাৰাঠাৰ প্রতি কৰা ব্যৱহাৰে স্পষ্ট প্রমাণ কৰে যে সাম্রাজ্যৰ বেদীত হেষ্টিংচে জ্ঞান, মান আৰু নিজ বিবেকক অকাতৰে বলি দিছিল। ভাৰতৰ শাসন এৰি বিলাতলৈ গলত তেওঁক অভিযুক্ত কৰা হৈছিল আৰু ৭ বছৰৰ পাচত তেওঁক মুক্ত কৰি দিয়া হৈছিল যদিও, ইতিহাসৰ আদালতত হেষ্টিংচ্ চিৰকাল দোষী বুলি বিবেচিত হব।

আনহাতে—হেষ্টিংচ্ আছিল এজন সুদক্ষ শাসনকৰ্ত্তা। বিশৃঙ্খলা আৰু অৰাজকতা ধ্বংস কৰি তেওঁ বঙ্গদেশত শান্তি আনে আৰু ভাৰতত বৃটিছ শাসন-প্রণালীৰ ভেটি দৃঢ়ভাৱে স্থাপন কৰে; দেশীয় ৰজাসকলৰ ওপৰত যদিও



হেষ্টিংচে অমানুষিক অত্যাচাৰ কৰিছিল, কোম্পানীৰ স্বাৰ্থৰ খাতিৰত হে তেওঁ সেই কাৰ্য্য কৰিছিল বুলি স্বীকাৰ কৰিবই লাগিব। কোম্পানীৰ পৰিচালকসকলে তেওঁৰ শাসনৰ ওপৰত কড়া নজৰ ৰাখিছিল। চুপ্রিম কোৰ্টে ক্ষমতাৰ কাৰণে তেওঁৰ লগত কাজিয়া কৰিছিল আৰু কাউন্সিলৰ অধিকাংশ সভ্যই তেওঁৰ প্রতি পদক্ষেপতে বাধা দিছিল; ইয়াৰ উপৰিও দাক্ষিণাত্যৰ নিজাম, মহীশূৰৰ হাইদৰ আলি আৰু মাৰাঠাসকলৰ সমবেত শক্তিয়ে তেওঁৰ ৰাজশক্তি খৰ্ব্ব কৰিবলৈ সাক্ষাৎ যমৰ দৰে খেদি আহিছিল। যি জন পুৰুষে এই বিপদৰাশি হেলাৰঙে পৰাজয় কৰি ভাৰতীয় সাম্রাজ্য প্রতিষ্ঠা কৰিলে, তেওঁ কি কম ৰাজনীতিজ্ঞ বীৰ ?

তেওঁৰ দিনতে কলিকতাত ৰয়েল এচিয়াটিক চোচাইটি অৱ্ বেঙ্গল (Royal Asiatic Society of Bengal) আৰু মাদ্রাজত মাদ্রাচা বিদ্যালয় স্থাপন হয়। বেহা-বেপাৰৰ সুবিধাৰ অৰ্থে তেওঁ তিব্বতলৈ এটি নতুন ৰাস্তাও খুলিলে।

## প্রশ্নমালা

১। শাসনৰ ভাৰ লৈয়েই ওৱাৰেন হেষ্টিংচ্ ভাৰতত কি কি সমস্যাৰ সন্মুখীন হৈছিল ?

( What were the problems faced by Warren Hastings on assumption of administration in India ? )

২। হেষ্টিংচৰ শাসন-সংস্কাৰ সম্পৰ্কে এটি টোকা লিখা।

( Write a brief note on the administrative reforms introduced by Warren Hastings. )

৩। "ৰেগুলেটিং এক্ট" বা নিয়ামক আইন কি কাৰণে জাৰী কৰিবলগীয়া হৈছিল ? তাৰ দ্বাৰা কি কি শাসন সংস্কাৰ কৰা হৈছিল ?

( What events led to the passing of the Regulating Act. What were the reforms brought about by it ? )

৪। প্ৰথম মাৰাঠা যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।

( Describe the First Maratha War and its results. )

৫। মহীশূৰৰ দ্বিতীয় যুদ্ধৰ কাৰণ, গতি আৰু ফলাফল আলোচনা কৰা।

( Narrate briefly the causes of Second Maratha War. What were the results ? )

৬। পিটৰ ভাৰতীয় আইনৰ দ্বাৰা কি কি শাসন-সংস্কাৰ প্ৰবৰ্ত্তন কৰা হৈছিল ?

( What were the reforms introduced by the Pitt's India Act ? )

৭। ওৱাৰেন হেষ্টিংচক সাম্ৰাজ্যবাদী, অত্যাচাৰী শাসক বুলি কোনো কোনোৱে আখ্যা দিছে। তুমি তাৰ কাৰণ দেখুৱাব পাৰানে ?

( Warren Hastings has been called an Imperialist and a tyrranical administrator. Can you give reasons for it ? )

৮। ওৱাৰেন হেষ্টিংচৰ চৰিত্ৰ সমালোচনা কৰা।

( Discuss Warren Hasting's character. )

---

## চতুৰ্থ অধ্যায়

# কৰ্ণৱালিচ।

## ( ১৭৮৬—৯৩ খ্ৰীঃ )

গৱৰ্ণৰ জেনেৰেলে তেওঁৰ কাউন্সিলৰ সৰহভাগ সদস্যৰ মতানুসাৰে সকলো কাম কৰিবলগীয়া হোৱাত অনেক অসুবিধা হৈছিল। ১৭৮৬ চনৰ এখন আইনেৰে সেই অসুবিধা দূৰ কৰাত কৰ্ণৱালিচে শাসন কাৰ্য্যত ভালেখিনি স্বাধীনতা পাইছিল। যিমান-দূৰ পাৰি তেওঁ যুদ্ধ এৰাই চলিবলৈ বিচাৰিছিল ; আৰু তেওঁৰ সকলো শক্তি, শাসন-সংস্কাৰতে খটুৱাইছিল।



কৰ্ণৱালিচ।

**লৰ্ড কৰ্ণৱালিচৰ শাসন-সংস্কাৰ** :- চেষ্টা কৰিও ওৱাৰেন হেষ্টিংচে কোম্পানীৰ কৰ্ম্মচাৰীসকলৰ অসৎ উপায়েৰে অৰ্থ উপাৰ্জ্জন বৃত্তি বন্ধ কৰিব নোৱাৰিলে ; কৰ্ণৱালিচে দৰ্মহা বৃদ্ধি কৰি আৰু কঠোৰ উপায় অৱলম্বন কৰি সিবিলাকক অসৎ পথৰ পৰা নিবৃত্তি কৰিলে। ভেটি খোৱা আৰু গাইগুটীয়া ব্যৱসায় চলোৱা একেবাৰে বন্ধ কৰি দিয়া হ'ল।

প্ৰতিখন জিলাতে ইউৰোপীয় বিচাৰকৰ তলত একোখনকৈ দেৱানী আদালত স্থাপন কৰা হ'ল আৰু আপিল কৰিবৰ কাৰণে কলিকতা, ঢাকা, মুৰ্চিদাবাদ আৰু পাটনাত চাৰিখন প্ৰাদেশিক আপিল কোৰ্টো স্থাপন হয়। হেষ্টিংচে স্থাপন কৰা সদৰ দেৱানী আদালত আৰু সদৰ নিজামত আদালত

আগৰ দৰেই থাকিল; প্ৰাদেশিক আপিল-কোৰ্টৰ ওপৰতো উক্ত দুই আদালতত আপিল কৰিব পৰা নিয়ম হ'ল।

কালেক্টৰসকলক অকল ৰাজহ আদায় কৰা ভাৰহে দিয়া হ'ল, বিচাৰকৰ ভাৰ তেওঁলোকৰ হাতৰ পৰা কাঢ়ি অনা হ'ল। ইংৰাজ বিচাৰকে বিভিন্ন ঠাইত ঘূৰি ফুৰি ফৌজদাৰী মোকৰ্দ্দমা বিচাৰ কৰা নিয়ম প্ৰৱৰ্ত্তিত হ'ল। অতি নিষ্ঠুৰ শাস্তিবোৰ তুলি দি মুছলমান ফৌজদাৰী আইনকেই বাহাল ৰখা হ'ল।

প্ৰতিখন জিলাক কেইবাখনো থানাত ভাগ কৰা হ'ল আৰু প্ৰতি থানাতে একোজনকৈ ভাৰতীয় দাৰোগা নিযুক্ত কৰি পুলিচ বিভাগৰ শৃঙ্খলা লগোৱা হ'ল।

কৰ্ণৱালিচৰ শাসন-সংস্কাৰৰ প্ৰধান খুঁত এই যে তেওঁ কোনো গুৰুত্বপূৰ্ণ ৰাব ভাৰতীয় কৰ্ম্মচাৰীৰ ওপৰত নেৰাখিলে; আৰু এই অবিশ্বাসৰ কাৰণে ভাৰতীয় প্ৰজা অসন্তুষ্ট হৈছিল।

**চিৰস্থায়ী বন্দৱস্ত**—ওৱাৰেন হেষ্টিংচে প্ৰথমতে পাঁচ বছৰলৈ আৰু পিচত এবছৰীয়াকৈ মাটিৰ স্বত্ব দিয়াত অতি অসন্তোষজনক ফল পোৱা গ'ল। এই ব্যৱস্থা দ্বাৰা কোম্পানীয়ে কিমানখিনি ৰাজহ পাব আৰু কেতিয়া পাব—তাৰ বিশেষ স্থিৰতা নোহোৱা হ'ল। কাৰণ ৰাজহ আদায় কৰাত গণ্ডগোল হবলৈ ধৰিলে। এই বাবে কোম্পানীৰ পৰিচালকসকলে এটি চিৰস্থায়ী বন্দৱস্ত কৰা উচিত বুলি ভাৱিলে। কৰ্ণৱালিচেও এই মত সমৰ্থন কৰিলে আৰু বৃটিছ প্ৰধানমন্ত্ৰী মিঃ পিট্ আৰু 'বোৰ্ড অব্ কণ্ট্ৰোল'ৰ চেয়াৰমেনৰ অনুমোদন ক্ৰমে ১৭৯৩ চনৰ পৰা সেই সময়ৰ প্ৰচলিত ৰাজহ বিধিকেই চিৰস্থায়ী ব্যৱস্থা বুলি ঘোষণা কৰিলে। এইদৰেই বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাত ৰাজহৰ চিৰস্থায়ী বন্দৱস্ত আৰম্ভ হ'ল। এই নতুন ব্যৱস্থাৰ মূল অৰ্থ হৈছে—জমিদাৰসকলক ভূমিৰ সৰ্ব্বস্বত্ব সমৰ্পণ কৰা। এতিয়ালৈকে জমিদাৰ শ্ৰেণীয়ে প্ৰজাৰ পৰা মাথোন খাজনা আদায় কৰাৰ ভাৰ পাইছিল। মাটিত তেওঁলোকৰ একো স্বত্ব নাছিল; চিৰস্থায়ী বন্দৱস্ত মতে তেওঁলোক মাটিৰ গৰাকী হৈ



ৰিল আৰু বিশেষ অপৰাধৰ বাহিৰে তেওঁলোকৰ পৰা সেই স্বত্ব বাজেয়াপ্ত া নহৈছিল।

এই ব্যৱস্থাৰ মূলত কৰ্ণৱালিচৰ দুটা উদ্দেশ্য আছিল—প্ৰথমতে, তেওঁ শা কৰিছিল যে সবলো স্বত্ব পালে জমিদাৰসকলে মাটিৰ গুণৰ উৎকৰ্ষ ন কৰিবলৈ যথাসাধ্য চেষ্টা কৰিব আৰু দ্বিতীয়তে তেওঁ ভাবিছিল যে মিদাৰশ্ৰেণী ইংৰাজ কোম্পানীৰ শ্ৰেষ্ঠ বন্ধু হৈ পৰিব। কবলৈ লাজ লাগে; ৱালিচৰ উদ্দেশ্য সফল হৈছিল।

এইটো স্বীকাৰ কৰিব লাগিব যে চিৰস্থায়ী বন্দৱস্তৰ সুফল স্বৰূপে বঙ্গদেশ গতকৈ বহুগুণে চহকী হৈ পৰিছিল; জমিদাৰশ্ৰেণীৰ অৱস্থা উন্নত হৈছিল, ষি, ব্যৱসায় আদিয়ে বিস্তাৰ লাভ কৰিছিল আৰু কোনো নিৰ্দ্দিষ্ট সময়ৰ ৰে যুৰে বন্দৱস্ত কৰিলে খেতিবাতিৰ যি অচল অৱস্থাৰ সৃষ্টি হয়—সি লোপ াইছিল।

আনহাতে জমিদাৰসকলক ভূমিৰ স্বত্ব দিয়াত সাধাৰণ ৰায়তৰ মাটিৰ ওপৰত একো হাত নাথাকিল আৰু তেওঁলোক জমিদাৰসকলৰ অনুগ্ৰহৰ ওপৰতে সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিবলগীয়া হ'ল; চিৰকাললৈ একেটি খাজনাৰ হাৰ বান্ধি দিয়াৰ কাৰণে, মাটি আৰু খেতিৰ অৱস্থা উন্নত হলেও তাৰ লাভৰ অংশ গবৰ্ণমেণ্টে নোপোৱা হ'ল; ঠিক সময়ত জমিদাৰসকলে গবৰ্ণমেণ্টৰ কৰ শোধাৰ নোৱাৰাত কাল-ক্ৰমত অসংখ্য জমিদাৰ পৰিয়াল উচ্ছন্ন হ'ল আৰু জমিদাৰসকলে ভূমিস্বত্ব পালে মাটিৰ গুণাগুণৰ ফালে চকু দিব বুলি যি আশা কৰা হৈছিল, সি সমূলি কাৰ্য্যত পৰিণত নহ'ল।

**মহীশূৰৰ তৃতীয় যুদ্ধ**—কৰ্ণৱালিচে দাক্ষিণাত্যৰ নিজামৰ পৰা গুণ্টুৰ (Guntur) ৰাজ্য লাভ কৰিলত, নিজামে টিপু চুলতানৰ পৰা তেওঁৰ হেৰোৱা ৰাজ্যখিনি উদ্ধাৰ কৰিবলৈ বৃটিছৰ সহায় খুজিলে (১৭৮৮ খৃঃ)। ইফালে টিপুৰ সঙ্গত কৰা চুক্তিমতে (১৭৮৪ খৃঃ) ইংৰাজে নিজামে দাবী কৰা ৰাজ্যভোগ চুলতানৰ হে প্ৰাপ্য বুলি স্বীকাৰ কৰিছিল। জানিশুনিও কৰ্ণৱালিচে

নিজামক টিপুৰ বিৰুদ্ধে সহায় কৰিবলৈ গাত ললে। ইংৰাজৰ এই প্ৰবঞ্চনাত ক্ৰুদ্ধ হৈ টিপুৱে ইংৰাজৰ আশ্ৰিত ৰাজ্য ত্ৰিবাঙ্কুৰ আক্ৰমণ কৰিলে। টিপুৰ বিপক্ষে কৰ্ণৱালিচে নিজাম আৰু মাৰাঠাসকলৰ লগত চুক্তি কৰিলে। গৱৰ্ণৰ জেনেৰেলে নিজেই সেনাপতিৰ ভাৰ গ্ৰহণ কৰিলে আৰু আৰিকেৰাৰ ( Arikera ) যুদ্ধত টিপু চুলতানক পৰাস্ত কৰিলে; বাঙ্গালোৰ বৃটিছৰ অধিকাৰলৈ আহিল কিন্তু ৰচদ পাতিৰ অভাৱত ইংৰাজ সৈন্য হুহঁকিবলৈ বাধ্য হৈছিল ( ১৭৯০ খৃঃ )। দুবছৰ পাছত ( ১৭৯২ খৃঃ ) কৰ্ণৱালিচ আকৌ অগ্ৰসৰ হয় আৰু শ্ৰীৰঙ্গপট্টম্ অধিকাৰ কৰে।


টিপু চুলতান।

ইফালে মাৰাঠাসকলে মহীশূৰ ৰাজ্য উপান্ত কৰিলে। উপায়ান্তৰ-বিহীন হৈ শ্ৰীৰঙ্গপট্টমত টিপুৱে ইংৰাজৰ লগত সন্ধি কৰিলে ( ১৭৯২ খৃঃ )। এই সন্ধিমতে কোম্পানীয়ে মালাবাৰ, কুৰ্গ, দিন্দিগল আৰু বৰমহল লাভ কৰিলে। মাৰাঠা আৰু নিজামকো অংশ এৰি দিবলগীয়া হ'ল!

**চাৰ জন চোৰ** ( ১৭৯৩-৯৮ খৃঃ )—দেশীয় ৰাজ্য সম্পৰ্কে এওঁ 'নিৰপেক্ষ নীতি' ( Policy of non-intervention ) অৱলম্বন কৰিছিল। মাৰাঠা শক্তিৰ বিৰুদ্ধে নিজামে ইংৰাজৰ সহায় খুজিলত এওঁ সহায় কৰিবলৈ অসম্মত হ'ল। এওঁৰ দিনত অযোধ্যাৰ নবাবৰ মৃত্যু হ'লত, পুতেকক নবাব নাপাতি এওঁ নবাবৰ এজন ভায়েকক সিংহাসনত বহুৱালে। এলাহাবাদ কোম্পানীৰ হাতলৈ আহে।



**লৰ্ড ওৱেলেচ্‌লি** (১৭৯৮-১৮০৫ খৃঃ)—অতি সন্ধিক্ষণত ওৱেলেচ্‌লিয়ে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। টিপু মউৰিটাচ দ্বীপৰ ফৰাচী গৱৰ্ণৰৰ লগত ষড়যন্ত্ৰত লিপ্ত আছিল ; নিৰ্জাম আৰু সিন্ধিয়াই ফৰাচী সেনাপতিৰ দ্বাৰা নতুন ধৰণে সৈন্য শিক্ষা আৰম্ভ কৰিছিল।

দুটা স্পষ্ট উদ্দেশ্য লৈ ওৱেলেচ্‌লি ভাৰতত প্ৰবেশ কৰে। প্ৰথম—ইংৰাজ-ৰাজশক্তিক ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ ৰাজশক্তিত পৰিণত কৰা দ্বিতীয় হৈছে—ভাৰতীয় দেশীয় ৰাজ্যসমূহৰ পৰা ফৰাচী প্ৰভাৱ বিলুপ্ত কৰা। কোৱা নিষ্প্ৰয়োজন যে তেওঁ দুয়োটাতে সফলকাম হৈছিল। তেওঁৰ আশা কাৰ্য্যত পৰিণত কৰি লৈ ওৱেলেচ্‌লিয়ে দুটি উপায় অৱলম্বন কৰিছিল—(১) সৰু আৰু অসহায় ৰাজ্যসমূহক বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা (Annexation Policy ) আৰু (২) পৰাক্ৰমী দেশীয় ৰাজ্যবোৰক "সহায়মূলক মিত্ৰতা"ৰে বৃটিছ শক্তিৰ মুখাপেক্ষী হবলৈ বাধ্য কৰা ; অৰ্থাৎ দেশীয় ৰাজ্যবোৰে নিজ খৰচত এদল বৃটিছ সৈন্য ৰাখিব আৰু ফলত বৃটিছে তেওঁলোকক ভিতৰুৱা কাজিয়া বা বহিৰাক্ৰমণৰ পৰা ৰক্ষা কৰিব ( Subsidiary alliance )। ওৱেলেচ্‌লিৰ এই ৰাজনীতিক পৈশাচিক নুবুলি নোৱাৰি।


ওৱেলেচ্‌লি।

**নিজাম**—খাৰ্দ্দাৰ ( Kharda ) যুদ্ধত মাৰাঠাসকলৰ হাতত নিজামৰ শোচনীয় পৰাজয় ঘটে। তেৱেঁই সৰ্ব্বপ্ৰথমে "সহায়মূলক মিত্ৰতা" (Subsidiary alliance ) গ্ৰহণ কৰে আৰু ফৰাচী সেনাপতিৰে শিক্ষিত সৈন্যদল এৰি দিয়ে।

**মহীশূৰৰ চতুৰ্থ যুদ্ধ** (১৭৯৯ খৃঃ) (The fall of the Mysore Sultanate)—ফৰাচী সকলৰ লগত গোপনে মিত্ৰতা কৰি ইংৰাজক ওফৰাবৰ চেষ্টা কৰাত ওৱেলেচ্‌লিয়ে টিপুৰ তেনে আচৰণৰ বাবে কৈফিয়ৎ খুজিলে। চুলতানৰ গৰ্ব্বিত উত্তৰত ইংৰাজে যুদ্ধ ঘোষণা কৰিলে। কৰ্ণাট আৰু বোম্বে দুই ফালৰ পৰা টিপুক ইংৰাজে আক্ৰমণ কৰিলে; তদুপৰি লৰ্ড ওৱেলেচ্‌লিৰ ভায়েক আৰ্থাৰ ওৱেলেচ্‌লিয়ে (Arthur Wellesley) নিজামৰ এদল সৈন্যেৰে টিপুক খেদি আহিল। শ্ৰীৰঙ্গপট্টম্ ধ্বংস কৰা হ'ল আৰু যুদ্ধত টিপুৰ মৃত্যু হ'ল। চুলতানৰ মৃত্যুত ইংৰাজে আটাইতকৈ ডাঙৰ বৈৰীৰ পৰা ৰক্ষা পালে আৰু ফৰাচীসকলে আটাইতকৈ ডাঙৰ মিত্ৰ হেৰুৱালে।

টিপুৰ মৃত্যুৰ পাচত মহীশূৰ ৰাজ্যৰ অধিকাংশ বৃটিছ সাম্ৰাজ্যৰ চামিল কৰা হ'ল; এভাগ নিজামে পালে আৰু বাকী অংশ হিন্দু ৰজাৰ বংশধৰক (যাৰ পৰা হাইদৰে ৰাজ্য কাঢ়ি লৈছিল) প্ৰত্যৰ্পণ কৰিলে; ৰজাই পূৰ্ণিয় (Purnia) নামে এজন সুদক্ষ ব্ৰাহ্মণ মন্ত্ৰীৰ সহায়ত ৰাজ্য চলাবলৈ ধৰিলে। মহীশূৰ ৰাজ্যয়ো ওৱেলেচ্‌লিৰ "সহায়মূলক মিত্ৰতা" গ্ৰহণ কৰিলে। ইংৰাজে পোৱা ৰাজ্যৰ ভিতৰত কানাৰা, কোইম্বাটুৰ আৰু উপকূল ভূভাগ পৰিছিল। নিজামৰ ভাগত যিখিনি ৰাজ্য পৰিছিল, সৈন্যৰ খৰচ বাবদ তেওঁ সেইখিনিও ইংৰাজক অৰ্পণ কৰিলে।

**কোম্পানীৰ ৰাজ্যবৃদ্ধি**—(১) তাঞ্জোৰৰ সিংহাসন লৈ কাজিয়া লগাত উত্তৰাধিকাৰীৰ এটি বৃত্তি দি ওৱেলেচ্‌লিয়ে সেই প্ৰদেশ বৃটিছ-ৰাজ্যত যোগ দিলে।

(২) সেই দৰেই তেওঁ উত্তৰাধিকাৰ সলনি হোৱাৰ সুযোগ লৈয়েই চুৰাট কোম্পানীৰ অধীনলৈ আনে।

(৩) কৰ্ণাটৰ নবাবে হেনো গোপনে টিপু চুলতানৰ লগত চুক্তি কৰিবলৈ বিচাৰিছিল; তেনে শাসকৰ হাতত ৰাজ্যভাৰ নাৰাখি গৱৰ্ণৰ জেনেৰেলে কৰ্ণাট বৃটিছ-ৰাজ্যভুক্ত কৰিলে।



(৪) সহায়কাৰী সৈন্যৰ খৰচ বুলি ওৱেলেচ্‌লিয়ে অযোধ্যাৰ নবাবৰ পৰা ...ৰক্ষপুৰ, ৰোহিলখণ্ড আৰু দোৱাব কাঢ়ি ললে। নবাবে এনে দুষ্কাৰ্য্যৰ ...ৰ প্ৰতিবাদ কৰিছিল; কিন্তু তেওঁৰ অৰণ্য-ৰোদন বৃটিছে গ্ৰাহ্য নকৰিলে।

**...মাৰাঠা শক্তিৰ আত্ম-কলহ**—বিখ্যাত ৰাজনীতিজ্ঞা মাৰাঠা ৰমণী অহল্যা ...৩০ বছৰ কাল হোলকাৰৰ ৰাজ্য অতি প্ৰজ্ঞা আৰু ন্যায়পৰায়ণতাৰে ...ইছিল। তেওঁৰ মৃত্যুৰ পাচত যশোৱন্ত ৰাও হোলকাৰে শাসনদণ্ড পৰি-...না কৰে; ইফালে মহদজী সিন্ধিয়াৰ পাচত দৌলত ৰাৱে সেই পদ লাভ ...। যশোৱন্ত আৰু দৌলত ৰাৱৰ ভিতৰত প্ৰবল প্ৰতিদ্বন্দ্বিতা চলিবলৈ ...লে। পেচোৱা দ্বিতীয় বাজীৰাৱৰ ...ক্ষম মন্ত্ৰী নানাফাৰ্ণাভিচে (Nana ...arnavis) কিন্তু দক্ষতাৰে শাসনকাৰ্য্য ...াইছিল। কিন্তু পেচোৱাই তেওঁৰ ...ৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। ...ন্য মাৰাঠা শক্তি যেনে, বিৰাৰৰ ...ৰঞ্জলা আৰু বৰোদাৰ গাইকোঁৱৰে, ...াসীনতাৰ নীতি অৱলম্বন কৰাত ...ৰাঠা শক্তি বিচ্ছিন্ন হৈ পৰিছিল; ...ৰশ্যে নামত তেতিয়াও পেচোৱা ...তীয় বাজীৰাৱেই সকলো মাৰাঠা ৰাজাৰ ওপৰত সাৰ্ব্বভৌম শক্তি আছিল।



নানা ফাৰ্ণাভিচ।

**দ্বিতীয় মাৰাঠা যুদ্ধ**—নানা ফাৰ্ণাভিচৰ মৃত্যু হোৱা (১৮০০ খৃঃ) মাত্ৰকে ...শোৱন্ত ৰাও হোলকাৰ আৰু দৌলত ৰাও সিন্ধিয়াৰ ভিতৰত আকৌ প্ৰতিদ্বন্দ্বিতা প্ৰবল হৈ উঠিল। পেচোৱা দ্বিতীয় বাজীৰাৱে সিন্ধিয়াৰ পক্ষ লৈছিল; কিন্তু যশোৱন্ত ৰাৱে এওঁলোকৰ সম্মিলিত বাহিনীক পৰাস্ত কৰাত (১৮০২ খৃঃ), পেচোৱা বাজীৰাও পলাই ফাট্ মাৰিলে। অমৃতৰাও নতুন পেচোৱা হ'ল আৰু দ্বিতীয় বাজীৰাৱে ইংৰাজৰ সহায় ভিক্ষা কৰিলে।

**বেচিনত** সন্ধি কৰি (Treaty of Bassein) বাজীৰাৱে বৃটিছৰ "সহায়-মূলক মিত্ৰতা" গ্ৰহণ কৰিবলৈ মান্তি হ'ল আৰু বৃটিছৰ বিনানুমতিত কোনো দেশীয় ৰাজ্যৰ লগত যুদ্ধ বা মিত্ৰতা নকৰোঁ বুলি আৰু বৃটিছৰ শত্ৰু কোনো ইউৰোপীয় জাতিৰ সহায় নোখোজোঁ বুলি প্ৰতিশ্ৰুত হ'ল। এই চৰ্ত্তত বৃটিছ সৈন্যৰ সহায়ত দ্বিতীয় বাজীৰাও আকৌ পেছোৱা হয় (১৮০২ খৃঃ)।

বৃটিছৰ ওচৰত এইদৰে মূৰ দোঁওৱা কাৰণে সিন্ধিয়া আৰু ভোঞ্চলাৰ পেছোৱাৰ ওপৰত খং উঠিল আৰু তেওঁলোকে বেচিন সন্ধিৰ এই গ্লানি দূৰ কৰোঁ বুলি যুদ্ধৰ আয়োজন কৰিবলৈ ধৰিলে। পেছোৱায়ো তলে তলে এই কাৰ্য্যত সহায়তা কৰিলে। ১৮০৩ খৃষ্টাব্দত ইংৰাজ আৰু মাৰাঠাৰ মাজত আকৌ সঙ্ঘৰ্ষ উপস্থিত হ'ল। কিছু দিনলৈ হোলকাৰ নিৰপেক্ষ থাকিল। দাক্ষিণাত্যত চাৰ আৰ্থাৰ ওৱেলেচ্‌লিয়ে এছে'ৰ (Assaye) যুঁজত সিন্ধিয়া আৰু ভোঞ্চলাৰ সৈন্যক সম্পূৰ্ণৰূপে পৰাস্ত কৰিলে (১৮০৩ খৃঃ)। আৰগাওঁৰ (Argaon) যুদ্ধত ভোঞ্চলা দ্বিতীয় বাৰ পৰাস্ত হয় আৰু গোৱলিগড়ৰ (Gowligarh) দুৰ্গ বৃটিছৰ হাতত পৰে। তেতিয়া ভোঞ্চলাই দেওগাওঁত সন্ধি কৰি (Treaty of Deogaon) ইংৰাজক কটক দান কৰে আৰু তাৰ পৰিবৰ্ত্তে ইংৰাজৰ এদল সৈন্য সহায় হিচাপে পালে।

সিন্ধিয়া দিল্লীৰ ওচৰত আৰু পিচত লাচোৱাৰীৰ (Laswari) যুঁজত ইংৰাজৰ হাতত হাৰে আৰু অৰ্জ্জুন গাওঁৰ (Arjun gaon) সন্ধিমতে 'সহায়-মূলক মিত্ৰতা' গ্ৰহণ কৰে আৰু তাৰ পৰিবৰ্ত্তে আহমদনগৰ, আগ্ৰা আৰু দিল্লী আদি গঙ্গা আৰু যমুনাৰ মাজৰ ভূ-ভাগ ইংৰাজক দান কৰে।

ইমান দিন বৈ থাকি এতিয়া হোলকাৰে ইংৰাজৰ লগত ৰণ কৰিবলৈকে সাজু হ'ল। তেওঁ বৃটিছ আশ্ৰিত ৰাজপুত ৰাজ্যবিলাকক লুটপাট কৰিবলৈ ধৰিলে আৰু ইংৰাজৰ ওপৰত 'চৌথ' দাবী কৰিলে। ওৱেলেচ্‌লিয়ে হোলকাৰৰ দাবী প্ৰত্যাখ্যান কৰিলে আৰু দুয়ো পক্ষৰ মাজত যুদ্ধ আৰম্ভ হ'ল। প্ৰথমে হোলকাৰেই জয়ী হৈছিল কিন্তু পিচত "মুকুন্দ দাৰা পাচ" (Mukund Dara Pass) আৰু 'দিগ'ৰ (Deeg) যুদ্ধত তেওঁৰ পৰাজয় হ'ল। তাৰ পাচত বৃটিছে ভৰতপুৰ দুৰ্গ চাৰিবাৰ আক্ৰমণ কৰে আৰু চাৰিও বাৰেই ভৰতপুৰৰ ৰজাই তেওঁলোকৰ আক্ৰমণ ব্যৰ্থ কৰে, দুয়ো পক্ষৰ ভিতৰত সন্ধি হ'ল যদিও, বৃটিছ বাহিনীৰ পূৰ্ব্বৰ গৌৰৱ ভালেখিনি নষ্ট হ'ল। ওৱেলেচ্‌লিৰ শাসন-নীতি কোম্পানীৰ পৰিচালকসকলে ভাল নাপালে আৰু তেওঁক বিলাতলৈ মাতি নিয়া হ'ল।



**ওৱেলেচ্‌লিৰ সাফল্য**—এওঁৰ দিনত বৃটিছ সাম্ৰাজ্যৰ সীমা আগতকৈ দুগুণে বাঢ়ে। মহীশূৰৰ চুলতান, মাৰাঠা জাতি আৰু নিজাম বৃটিছ ৰাজ-শক্তিৰ হাতত পঙ্গু হৈ পৰে। তেওঁৰ উদ্দেশ্যই আছিল বৃটিছ সাম্ৰাজ্য বিস্তাৰ কৰা আৰু সেই উদ্দেশ্য তেওঁ যেনেতেনে কৰি হলেও সাধন কৰিলে—লাগে মানুহেই মৰক বা লগুণেই ছিগক। তেওঁৰ অনেক কাৰ্য্য দোষণীয় আছিল, অন্ততঃ নৈতিকতাৰ ফালৰ পৰা চালে।

নতুনকৈ ভাৰতলৈ অহা ইংৰাজ কৰ্ম্মচাৰীসকলৰ শিক্ষাৰ অৰ্থে তেওঁ কলিকতাৰ ফোৰ্টউইলিয়মত এখন কলেজ স্থাপন কৰিছিল।

**চাৰ জৰ্জ্জ বাৰ্লো** (১৮০৫—১৮০৭ খৃঃ)—এওঁ দেশীয় ৰাজ্য সমূহৰ লগত মিত্ৰতা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল; হোলকাৰৰ পৰা কাঢ়ি লোৱা ৰাজ্যৰ অংশ এওঁ আকৌ ফিৰাই দিয়ে।

**লৰ্ড মিণ্টো** (Lord Minto I) (১৮০৭—১৩ খৃঃ) নেপোলিয়নৰ ক্ৰম-বৰ্দ্ধিত শক্তিত লৰ্ড মিণ্টো শঙ্কিত হৈ উঠিছিল, আৰু তেওঁ আফগানিস্থান আৰু পাৰস্যলৈ দূত পঠিয়াইছিল; যদিও ফল বিশেষ একো নহ'ল। ভাৰত মহাসাগৰৰ মাজত থকা ফৰাচী আৰু ওলন্দাজৰ অধিকাৰৰ ঠাইবোৰ মিণ্টোৱে দখল কৰে।

১৮১৩ খৃষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানীক দিয়া চনদ মতে, কোম্পানীৰ একচেটীয়া ব্যৱসায় লোপ হয় আৰু ভাৰতীয় লোকৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থাৰ বাবে বছৰি এক লাখ টকা মঞ্জুৰ হয়।

**ৰণজিৎ সিং আৰু মিণ্টো**—আহম্মদ ছাহ দুৰাণিয়ে ভাৰতবৰ্ষ পৰিত্যাগ কৰাৰ পাচত (১৭৬৭ খৃঃ) শিখসকলে ৰাৱলপিণ্ডি আৰু যমুনাৰ মাজৰ ৰাজ্যখণ্ড দখল কৰে। মাৰাঠা শক্তিৰ অভ্যুদয়ৰ লগে লগে শিখ প্ৰভুত্ব সঙ্কুচিত হৈছিল; কিন্তু ১৮০৩ চনৰ ইংৰাজৰ লগত যুদ্ধত মাৰাঠা শক্তিৰ মেৰু-দণ্ড ভাগি যায় আৰু আকৌ এবাৰ শিখসকলৰ মনত ৰাজ্য বিস্তাৰৰ আশাই খোপনিলয়।

লগে লগে এজন অসাধাৰণ প্ৰতিভাশালী শিখ বীৰৰ আবিৰ্ভাৱ হয়। এৱেঁই পঞ্জাবকেশৰী ৰণজিৎ সিং (Ranjit Singh)। মাত্ৰ ১৯ বছৰ বয়সতে


ৰণজিৎ সিং।

ৰণজিতে কাবুলৰ ৰজা জামান চাহক (Zaman Shah) পঞ্জাব আক্ৰমণত সহায় কৰে। কৃতজ্ঞ জামানে ৰণজিতক লাহোৰৰ শাসন-কৰ্ত্তা পাতে আৰু 'ৰজা' উপাধিৰে ভূষিত কৰে (১৭৯৯ খৃঃ)। তিনি বছৰৰ পিচত তেওঁ অমৃতসৰ দখল কৰে (১৮০২ খৃঃ) আৰু শতদ্ৰুৰ পশ্চিমে থকা সকলো শিখ নেতাক তেওঁৰ শাসনাধীন কৰে। ক্ৰমে ক্ৰমে তেওঁৰ শক্তি বাঢ়িবলৈ ধৰে আৰু তেওঁ গোটেই পঞ্জাব আৰু কাশ্মীৰ জয় কৰে। তেওঁৰ সৈন্যদলক ফৰাচী সেনাপতিৰ দ্বাৰা শিক্ষা দিয়া হৈছিল; জৰ্জ্জ বাৰ্লোৰ নিৰপেক্ষ নীতিৰ সুবিধা লৈ ৰণজিৎ সিংহে শতদ্ৰুৰ পূব পাৰে থকা সকলো শিখ চৰ্দ্দাৰকে তেওঁৰ অধীন কৰিবলৈ ইচ্ছা কৰিছিল। এওঁলোক পূৰ্ব্বে সিন্ধিয়াৰ অধীন আছিল কিন্তু তেওঁৰ শক্তি দুৰ্ব্বল হোৱাৰ পাচত বৃটিছৰ আশ্ৰয়ত আছিল। প্ৰায় ১৮০৬ চনত এই ৰাজ্যৰ শিখ নেতাসকলৰ মাজত কাজিয়া উপস্থিত হয় আৰু তেওঁলোকে



ৰণজিৎ সিংহৰ সহায় ভিক্ষা কৰিলে। ৰণজিতে সুবিধা বিচাৰিয়েই আছিল; এই চেলু লৈয়েই তেওঁ শতদ্ৰু পাৰ হৈ লুধিয়ানা দখল কৰিলে। শিখ নেতা-সকলে ৰণজিতৰ এই কাৰ্য্যত ভয় খালে আৰু বৃটিছৰ সহায় প্ৰাৰ্থনা কৰিলে। লৰ্ড মিণ্টোই ৰণজিতৰ বিজয়-কাহিনীৰ ইমানতে অন্ত পেলাবলৈ সঙ্কল্প কৰিলে আৰু সেই উদ্দেশ্যে চাৰ্লচ মেট্‌কাফক (Charles Matcalfe) পঠিয়াই দিলে। বহুত প্ৰবন্ধেৰে অমৃতসৰৰ সন্ধি স্বাক্ষৰিত হ'ল (১৮০৯ খৃঃ)। তাৰ দ্বাৰা শতদ্ৰু নৈকে ৰণজিৎ সিং আৰু বৃটিছ ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ কৰা হ'ল আৰু চিৰকাললৈ দুয়ো পক্ষৰ ভিতৰত সদ্ভাৱ স্থাপিত হ'ল। জীৱনৰ বাকী ত্ৰিশ বছৰ কাল ৰণজিতে এই চুক্তি সন্মানেৰে পালন কৰিছিল।

**লৰ্ড হেষ্টিংচ্ বা লৰ্ড ময়ৰা (১৮১৩—২৩ খৃঃ)**—এওঁৰ পূৰ্ব্ববৰ্ত্তী গৱৰ্ণৰ জেনেৰেলসকলৰ নিৰপেক্ষ নীতিক বৃটিছ শাসকসকলৰ দুৰ্ব্বলতাৰ চিন বুলি ধৰি লৈ বহুত দেশীয় ৰজাই মইমতালি দেখুৱাবলৈ ধৰিলে। বৰ্ম্মা আৰু নেপালৰ ৰজাই বৃটিছৰ ৰাজ্যৰ সীমান্ত ঠাইবোৰত উৎপাত কৰিবলৈ ধৰিলে। আটাইতকৈ বেছি ভয়ানক অত্যাচাৰ কৰিছিল পিণ্ডাৰীবিলাকে। পোনতে শান্তিকামী হলেও, লৰ্ড হেষ্টিংচ্ পিচত ৰণদেৱতাৰ প্ৰিয় শিষ্য হৈ উঠিলগৈ।

**নেপালৰ যুদ্ধ (১৮১৪—১৬ খৃঃ)**—নেপাল ভেলিৰ ৰজাক ওফৰাই গুৰ্খা-সকলে পূবে ভোটানৰ পৰা পশ্চিমে শতদ্ৰুলৈকে প্ৰাধান্য স্থাপন কৰিছিল আৰু ক্ৰমান্বয়ে তেওঁলোকৰ ৰাজ্যৰ সীমা বহলোৱাৰ চেষ্টাত আছিল। অৱশেষত তেওঁলোকে বৃটিছ ৰাজ্যৰ কিছু অংশ কাঢ়ি ললে। ১৮১৪ খৃষ্টাব্দত লৰ্ড হেষ্টিংচে নেপালৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। একেলগে চাৰি ঠাইত আক্ৰমণ কৰিবলৈ চাৰিটা বৃটিছ ফৌজ পঠোৱা হ'ল; কিন্তু সেনাপতিসকলৰ সামৰ্থ্যৰ অভাৱত আৰু গুৰ্খাসকলৰ অসাধাৰণ সাহসৰ কাৰণে আশানুৰূপ ফল পোৱা নগ'ল। এজন সেনাপতিয়ে ৰণক্ষেত্ৰতে প্ৰাণত্যাগ কৰিলে; বাকী তিনিজনো হুঁহকি আহিল। কিন্তু ইংৰাজ সেনাপতি অক্টাৰ্লনিয়ে (Octar-lony) গুৰ্খা নেতা অমৰ সিংহক মেলাৱ দুৰ্গ সমৰ্পণ কৰিবলৈ বাধ্য কৰিলে।

প্ৰথমে সন্ধি কৰা হ'লত নেপালৰ ৰজাই তাক মানিবলৈ অসন্মত হ'ল ; কিন্তু অক্টাৰ্লনিৰ সৈন্যই যেতিয়া ৰাজধানীৰ নিৰাপত্তা পৰ্য্যন্ত সন্দেহজনক কৰি তুলিলে, তেতিয়া **চগৌলিত** (Sagauli) চুক্তি সম্পন্ন কৰা হ'ল (১৮২৬ খৃঃ)। এই সন্ধিমতে গুৰ্খাসকলে চিকিম এৰি আহিবলৈ গাত ললে ; তেৰাই, গাহৰবাল আৰু কুমাওঁ বৃটিছক এৰি দিলে আৰু এজন বৃটিছ অফিচাৰক নেপালৰ ৰাজধানী কাঠমুণ্ডত ৰাখিবলৈ মান্তি হ'ল।

**পিণ্ডাৰী দমন**—পিণ্ডাৰীসকল কোনো এটা নিৰ্দ্দিষ্ট জাতি বা নিৰ্দ্দিষ্ট ধৰ্ম্মৰ মানুহ নাছিল। সকলো জাতি আৰু ধৰ্ম্মৰ মানুহে এই দলভুক্ত হৈছিল আৰু দস্যুবৃত্তিৰে জীৱিকা আৰ্জ্জিছিল। পোনতে ইহঁত সিন্ধিয়া আৰু হোলকাৰৰ সৈন্য আছিল। ইহঁতৰ প্ৰধান নেতা আছিল চিতু (Chitu), ৱাচিল মহম্মদ (Wasil Muhammad) আৰু কৰিম খাঁ (Karim Khan)। পিণ্ডাৰীসকলৰ বাহিৰেও বহুত আফগানে দস্যুবৃত্তি অৱলম্বন কৰিছিল। পিণ্ডাৰীবিলাকে ১৮১৫ খৃষ্টাব্দত নিজামৰ ৰাজ্য আৰু পিচ বছৰত বৃটিছ ৰাজ্য লুটপাট কৰে। হেষ্টিংচে ইহঁতক দমন কৰিবলৈ স্থিৰ কৰি পোনতে ইহঁতক মাৰাঠাসকলৰ আশ্ৰয়ৰ পৰা বঞ্চিত কৰে আৰু পিচত প্ৰকাণ্ড ফৌজ এটা পিণ্ডাৰীসকলৰ অন্বেষণত নিযুক্ত কৰে। কৰিম খাঁই আত্ম-সমৰ্পণ কৰিলে ; ৱাচিল মহম্মদে আত্মহত্যা কৰিলে আৰু জঙ্ঘলৰ মাজত লুকাই ফুৰোতে চিতুৱে বাঘৰ হাতত প্ৰাণ এৰিলে। পাঠান নেতা আমিৰ খাঁক নবাব পতা হলত তেওঁ দস্যুবৃত্তি এৰি দিলে।

**তৃতীয় মাৰাঠা যুদ্ধ**—বেচিনৰ সন্ধিৰ পিচৰ পৰাই দ্বিতীয় বাজীৰাৱে ইংৰাজৰ হাতৰ পৰা স্বাধীন হবলৈ তলে তলে ষড়যন্ত্ৰ কৰি আছিল। ১৮১৫ চনত গাইকোঁৱৰৰ ব্ৰাহ্মণ দূতক বৃটিছৰ আশ্ৰয়ত পুণালৈ যাওঁতে পেছোৱাৰ মন্ত্ৰী ত্ৰিম্বকজীয়ে হত্যা কৰে। এই হত্যাকাণ্ডত পেছোৱাৰ হাত আছে বুলি ইংৰাজে সন্দেহ কৰিলে আৰু ত্ৰিম্বকজীক বৃটিছৰ হাতত সমৰ্পণ কৰিবলৈ কোৱা হ'ল। ইমানেই নহয়, লগে লগে পেছোৱাই তেওঁৰ ৰাজ্যৰ এছোৱা



বৃটিছক এৰি দিবলৈ, মাৰাঠা শক্তিৰ সাৰ্ব্বভৌম অধিকাৰ পৰিত্যাগ কৰিবলৈ আৰু এখন নতুন চুক্তিৰে বৃটিছৰ 'সহায়-মূলক মিত্ৰতা' গ্ৰহণ কৰিবলৈ বৃটিছে দাবী কৰিলে ( ১৮১৭ খৃঃ )।

ইমানখিনি অপমান নিঃশব্দে হজম কৰিবলৈ পেছোৱা সাজু নাছিল। তেওঁ দেখাদেখিকৈয়ে বিদ্ৰোহ ঘোষণা কৰিলে, কিন্তু কিৰ্কিৰ (Kirki ) যুদ্ধত হাৰি দক্ষিণফালে পলাল। ইতিমধ্যে নাগপুৰৰ আপা চাহেব ভোঞ্চলা (Apa Sahib Bhonsla) আৰু হোলকাৰে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে। চিতাবল্ডিত (Sitabaldi) আপা চাহেব পৰাস্ত হ'ল আৰু তেওঁ আত্ম-সমৰ্পন কৰিলে। মহিদপুৰৰ (Mahidpur) যুদ্ধত হোলকাৰৰ সৈন্যশ্ৰেণী বিধ্বস্ত হয়। পেছোৱাৰ সেনাপতিয়ে অষ্টিৰ (Ashti) যুদ্ধত প্ৰাণ ত্যাগ কৰে; আৰু ১৮১৯ খৃষ্টাব্দত অচিৰগড়ৰ দুৰ্গ বৃটিছৰ হস্তগত হয়। বাজীৰাৱে তেতিয়া বৃটিছৰ হাতত ধৰা দিয়ে আৰু শেষ মাৰাঠা যুদ্ধৰ এই দৰে সমাপ্তি হয়।

যুদ্ধৰ অন্তত বাজীৰাৱৰ ৰাজ্য বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। পেছোৱা পদ উঠাই দিয়া হয় আৰু তাৰ ঠাইত চেতাৰাত এখন সৰু ৰাজ্য স্থাপন কৰি শিৱাজীৰ বংশধৰ এজনক তাৰ ৰজা পতা হয়। নাগপুৰৰ আপা চাহেবক সিংহাসন-চ্যুত কৰা হয় আৰু অইন এজনক সেই গদীত বহুওৱা হয়। হোলকাৰে বৃটিছৰ সহায়-মূলক মিত্ৰতা গ্ৰহণ কৰে আৰু মাৰাঠা শক্তি সম্পূৰ্ণৰূপে বিনষ্ট হয়।

**হেষ্টিংচৰ কৃতিত্ব**—ওৱেলেচ্লিয়ে যি কাম আৰম্ভ কৰিছিল, হেষ্টিংচে সেই কাম সম্পূৰ্ণ কৰিলে। পেছোৱাৰ পদ উঠাই দি হোলকাৰৰ আধা ৰাজ্য কাঢ়ি আনি আৰু ভোঞ্চলাক এজন তলতীয়া সাধাৰণ ৰজাৰ অৱস্থালৈ নমাই নি হেষ্টিংচে প্ৰবল প্ৰতাপী মাৰাঠা শক্তিৰ ধৰণী চূৰ্ণ-বিচূৰ্ণ কৰি পেলালে। ইফালে তেওঁ পিণ্ডাৰী আৰু আফগান দস্যুসকলক দমন কৰি মধ্যভাৰতক সিহঁতৰ অত্যাচাৰৰপৰা ৰক্ষা কৰিলে। মাৰাঠাসকলৰ বজ্ৰমুঠিৰ পৰা ৰাজপুতসকলে মুক্তি পালে। মুঠতে তেওঁ অস্ত্ৰৰ বলেৰে বৃটিছ ৰাজ্য বিস্তাৰ কৰি,

একে অস্ত্ৰেৰেই তাৰ ভিতৰুৱা বিশৃঙ্খলবো উচ্ছেদ সাধন কৰিছিল। তেওঁ শিক্ষা বিস্তাৰৰ উৎসাহ দেখুৱাইছিল আৰু ৰাতৰি কাকতৰ স্বাধীনতা দিছিল। ভাৰতৰ বাহিৰে তেওঁ চিঙ্গাপুৰ জয় কৰিছিল।

## প্ৰশ্নমালা

১। লৰ্ড কৰ্ণৱালিচে কি কি শাসন-সংস্কাৰ প্ৰৱৰ্ত্তন কৰিছিল ?

(What were the administrative reforms introduced by Lord Cornwallis in India ?)

২। চিৰস্থায়ী বন্দবস্ত বুলিলে কি বুজা ? এই বন্দবস্তৰ দ্বাৰা ভাৰতীয় মানুহৰ কি লাভ বা লোকচান হৈছিল ?

(What do you understand by "Permanent Settlement"? What were the Indians' gains or losses because of this settlement ?)

৩। মহীশূৰৰ তৃতীয় যুদ্ধৰ কাৰণ কি আছিল? ইংৰাজৰবিশ্বাসঘাতকতাৰ কাৰণে টিপু চুলতানৰ কি লোকচান হৈছিল ?

(What were the causes of the Third Mysore War ? How did Tipu Sultan suffer for the treachery committed by Lord Cornwallis ?)

৪। লৰ্ড ওৱেলেচ্‌লিৰ "অন্তৰ্ভুক্ত কৰা নীতি" আৰু "সহায়মূলক মিত্ৰতা নীতি" সম্বন্ধে কি জানা বহলাই লিখা ?

(Write in details what you know about (a) Annexation Policy and (b) Policy of Subsidiary Alliance followed by Lord Wellesley.)

৫। মহীশূৰৰ চুলতানৰ পতনৰ কাৰণ নিৰ্ণয় কৰা।

(What brought about the downfall of the Mysore Sultanate ?)

৬। ওৱেলেচ্‌লিয়ে কেনেকৈ ভাৰতত বৃটিচ সাম্ৰাজ্য বিস্তাৰ কৰিছিল, আলোচনা কৰা।

(Discuss how Lord Wellesley expanded the British empire in India )

৭। দ্বিতীয় মাৰাঠা যুদ্ধৰ কাৰণ, গতি আৰু ফলাফল বৰ্ণনা কৰা।

(Narrate the causes of the Second Maratha War. What were the results ?



৮। ৰণজিৎ সিঙে কেনেকৈ উত্তৰ ভাৰতত স্বাধীন ৰাজ্য স্থাপন কৰিছিল, নিজৰ ভাষাত লিখা।

(Write in your own language how Ranjit Singh established an independent state in the northern India.)

৯। নেপাল যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণোৱা।

(Describe the causes and results of the Nepal War)

১০। তৃতীয় মাৰাঠা যুদ্ধৰ কাৰণ আৰু ফলাফল লিখা।

(Describe fully the causes and effects of the Third Maratha War.)

### পঞ্চম অধ্যায়

# ব্ৰহ্মপুত্ৰ আৰু শতদ্ৰু নদীলৈকে বৃটিছৰ ৰাজ্য বিস্তাৰ

**লৰ্ড আমহাৰ্ষ্ট** (১৮২৩—২৮ খৃঃ)—আমহাৰ্ষ্টৰ শাসনকালৰ দুটি কথা উল্লেখযোগ্য—(১) ব্ৰহ্মদেশৰ লগত যুদ্ধ আৰু (২) ভৰতপুৰ অধিকাৰ।

**ব্ৰহ্মদেশৰ লগত ১ম যুদ্ধ আৰু অসম জয়**—ইংৰাজসকলে সাম্ৰাজ্য বিস্তাৰৰ কাৰণে যদিও সদায় সুবিধা বিচাৰি আছিল, তথাপি তেওঁলোকৰ অভিসন্ধি পূৰণ কৰাত ভাৰতীয় মানুহেই সহায় কৰিছিল। নিজৰ ভিতৰত দন্দ-খৰিয়াল লাগিলেই একপক্ষই সদায় গৈ ইংৰাজৰ সহায় লৈছিল। অসমতো সেয়ে ঘটিল। ছশ বছৰ ধৰি একেৰাহে অসমত ৰাজত্ব কৰাৰ পিচত আহোম বংশৰ শাসনত বহুতো খুঁত ওলাই পৰিছিল। আহোমৰ আগৰ বিক্ৰম বহু পৰিমাণে কমি গৈছিল। তাৰ প্ৰধান কাৰণ আছিল আত্ম-কলহ। মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ আৰু গুৱাহাটীৰ বিষয়া বদন বৰফুকনৰ ভিতৰত মনোবাদ হোৱাত বৰফুকনে ব্ৰহ্মদেশত গৈ মানৰজাৰ সহায় খোজে আৰু তেতিয়া মানে অসম আক্ৰমণ কৰিলে। মানৰ নৃশংস

অত্যাচাৰৰ কথা বৰ্ণাব নোৱাৰি। অসমৰ ক'ৰ মানুহ ক'লৈ পলাব লগীয়া হ'ল তাৰ ইয়ত্তা নাই। আত্ম-ৰক্ষাৰ কাৰণেহে ইংৰাজে ব্ৰহ্মদেশৰ লগত যুদ্ধত লিপ্ত হবলগীয়া হয়। মানবিলাকে মণিপুৰ অধিকাৰ কৰি (১৮১৩ খৃঃ) অসম জয় কৰে (১৮২২ খৃঃ) আৰু ইংৰাজ সীমান্তত আহি উপস্থিত হয়। পিচ বছৰতে (১৮২৩ খৃঃ) তেওঁলোকে কোম্পানীৰ অধীনস্থ 'ছাহপুৰি' দ্বীপ অধিকাৰ কৰে আৰু বংগদেশ আক্ৰমণ কৰিবলৈকো মন মেলে। দ্বিতী উপায় একো নথকাত আমহাৰ্ষ্টে যুদ্ধ ঘোষণা কৰিলে (১৮২৪ খৃঃ)। ৰেঙ্গুন অধিকাৰ কৰি ইৰাৱতী নৈৰে উজাই মানৰ ৰাজধানী আভা নগৰ অধিকাৰ কৰিবলৈ বৃটিছে ঠিক কৰিলে। চাৰ আৰ্কিবাল্ড কেম্প্‌বেলে (Sir Archibald Campbell) ৰেঙ্গুন অধিকাৰ কৰিলে। মান সেনাপতি বান্দুলাৰ হাতত এদল ইংৰাজ সৈন্য পৰাস্ত হ'ল কিন্তু সোনকালেই ৰেঙ্গুন উদ্ধাৰৰ কাৰণে তেওঁ যাত্ৰা কৰিলে। দোনাবু'ৰ যুদ্ধত বান্দুলা পৰাস্ত হয় আৰু যুদ্ধক্ষেত্ৰতে তেওঁৰ মৃত্যু হয়। ক্ৰমান্বয়ে আগবাঢ়ি ইংৰাজ সৈন্য ইয়াণ্ডাবু (Yandaboo) পালেহি। মান ৰাজধানীৰ অৱস্থা সন্দেহজনক হৈ উঠিলত মানৰজাই ইয়াণ্ডাবুত ইংৰাজৰ সৈতে সন্ধি কৰিলে (১৮২৬ খৃঃ) আৰু অসম, আৰাকান আৰু টেনাচেৰিম ইংৰাজক এৰি দিয়ে। কাছাৰ, জয়ন্তীয়া আৰু মণিপুৰতো মানৰজাৰ একো স্বত্ব নাথাকিল আৰু তদুপৰি যুদ্ধৰ খৰচ এক কোটি টকা তেওঁ কোম্পানিক দিবলৈ স্বীকাৰ কৰিলে।

**ভৰতপুৰ অধিকাৰ**—ব্ৰহ্মদেশৰ লগত যুদ্ধ কৰোঁতে প্ৰথমে কোনো কোনো ঠাইত ইংৰাজ সৈন্যৰ পৰাজয় ঘটিছিল। ইয়াৰ ফলত ভাৰতবৰ্ষৰ পৰা সোনকালেই বৃটিছ ৰাজত্ব অৱসান ঘটিব বুলি জনৰব উঠিছিল। আনকি, ঠায়ে ঠায়ে বিদ্ৰোহৰ সূচনা হৈছিল। ভৰতপুৰৰ ৰজাৰ মৃত্যু হ'লত তেওঁৰ নাবালক পুত্ৰ বলৱন্ত সিংহক ৰাজপাটত বহুওৱা হয়। কিন্তু সেই বংশেৰে দুৰ্জ্জনশাল নামে আন এজন ৰাজকোঁৱৰে সিংহাসনৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিলে। ইংৰাজ চৰকাৰে বলৱন্ত সিংহৰ হকে সমৰ্থন কৰিলে আৰু ইংৰাজ বাহিনীয়ে ভৰতপুৰৰ দুৰ্গ অধিকাৰ কৰিলে (জানুৱাৰী—১৮২৬ খৃঃ)। দুৰ্জ্জনশালক নিৰ্ব্বাসিত কৰা হয়।



১৮২৪ চনত বেৰেকপুৰৰ চিপাহীবিলাকো বিদ্ৰোহী হৈ উঠিছিল। বৃটিছ সৈন্যই গুলী বৰ্ষণ কৰি বিদ্ৰোহ দমন কৰিলেও তলে তলে সি বহুদিনলৈ গুমাই আছিল।

**লৰ্ড উইলিয়াম বেণ্টিঙ্ক (১৮২৮-৩৫ খৃঃ)**—বেণ্টিঙ্ক উদাৰ মনৰ মানুহ আছিল আৰু তেৱেঁই প্ৰথম বৃটিছ শাসনকৰ্ত্তা, যি বিশ্বাস কৰিছিল যে বৃটিছ শাসনৰ উদ্দেশ্য আৰু কৰ্ত্তব্য ভাৰতীয় প্ৰজাৰ হিত সাধন।

**বেণ্টিঙ্কৰ সংস্কাৰ সমূহ (১) আৰ্থিক**—যুদ্ধ আদিৰ কাৰণে খৰচ অত্যধিক হোৱাত কোম্পানীৰ শোচনীয় আৰ্থিক অৱস্থা স্বচ্ছল কৰিবলৈ বেণ্টিঙ্কে নানাউপায় অৱলম্বন কৰিলে। তেওঁ শাসন-বিভাগ আৰু সৈনিক বিভাগৰ ব্যয় কমাই দিলে; সৈনিক কৰ্ম্মচাৰীসকলক যুদ্ধৰ সময়ত দিয়া উপকৰা দৰমহা (half batta) উঠাই দিলে আৰু অনেক উচ্চ কৰ্ম্মচাৰীৰ দৰমহা কমাই দিলে। এনেবোৰ পদ্ধিতৰ কাৰণে ইউৰোপীয় কৰ্ম্মচাৰীসকলে বেণ্টিঙ্কক বেয়া পাইছিল। কানি ব্যৱসায়ৰ এদনীয়া ব্যৱসায় হাতত লৈ আৰু তাকে শৃঙ্খলাৰে সৈতে চলাই আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ ৰাজহৰ নতুন বন্দৱস্ত কৰি তেওঁ কোম্পানীৰ ৰাজ-ভঁড়াল চহকী কৰিলে।


বেণ্টিঙ্ক।

**(২) শাসন-বিষয়ক**—কৰ্ণৱালিচে ভাৰতীয় কৰ্ম্মচাৰীককেতিয়াও দায়িত্ব-পূৰ্ণ বাব নিদিছিল; বিচাৰ আৰু শাসন দুয়ো বিষয়তে বেণ্টিঙ্কে উচ্চ ভাৰতীয়

কৰ্ম্মচাৰী নিযুক্ত কৰিবলৈ ধৰিলে। তেওঁৰ দিনতেই সৰ্ব্বপ্ৰথম ভাৰতীয় লোক চাব্‌ জজ্‌ ( Sub-Judge ) নিযুক্ত হয়। কৰ্ণৱালিচে স্থাপন কৰা প্ৰাদেশিক আপিল আদালত বেণ্টিঙ্কে উঠাই দিয়ে আৰু একেজন কৰ্ম্মচাৰীৰ ওপৰতে জিলা মেজিষ্ট্ৰেট্ আৰু কালেক্টৰৰ ভাৰ অৰ্পণ কৰে। পাৰ্চী ভাষাৰ পৰিবৰ্ত্তে তেওঁ আদালতত প্ৰাদেশিক ভাষাসমূহ প্ৰৱৰ্ত্তন কৰে।

(৩) **সামাজিক**—বেণ্টিঙ্কৰ শাসনকাল চিৰস্মৰণীয় বিশেষকৈ সামাজিক সংস্কাৰৰ কাৰণেহে। স্বামীৰ মৃত্যুত তেওঁৰ লগত চিতাত বিধবা পত্নীকো পুৰি মৰা যি ঘৃণনীয় সতী দাহ প্ৰথা ( Suttee ) হিন্দুসকলৰ মাজত প্ৰচলিত আছিল, বেণ্টিঙ্কৰ মনত সি অসহনীয় বোধ হ'ল আৰু আইনেৰে তাক উঠাই দি তেওঁ হিন্দু সমাজৰ নথৈ উপকাৰ সাধিলে। ঠগ (Thuggee) দমন তেওঁৰ আন এটা কীৰ্ত্তি। এই দস্যুসকলৰ উৎপাতত নিৰাপদে ভ্ৰমণ কৰা অসম্ভৱ হৈ উঠিছিল।



ৰজা ৰামমোহন ৰায়

**ৰজা ৰামমোহন ৰায়**—সমাজ সংস্কাৰ বিষয়ত লৰ্ড বেণ্টিঙ্কক সকলো প্ৰকাৰে সহায় কৰিছিল এগৰাকী ভাৰতীয় নেতাই। তেওঁৰ নাম ৰজা ৰামমোহন ৰায়। ৰামমোহন ৰায়ৰ জন্ম হয় বঙ্গদেশত। তেওঁ দেখিলে যে সমাজক সময়ৰ সোঁতৰ লগত খাপ খুৱাব নোৱাৰিলে কোনো জাতিয়েই টিকি থাকিব নোৱাৰে। সতীদাহ, শিশু-হত্যা আদি কু-নিয়মৰ উপৰিও আন এটা ডাঙৰ দোষ তেওঁ হিন্দু



মাজত দেখিলে। সেই সময়ত যিসকল ভাৰতীয় লোকে খৃষ্টিয়ানসকলৰ ...গত খোৱা বোৱা কৰিছিল বা উচ্চ শিক্ষাৰ অৰ্থে বিলাতলৈ গৈছিল, ...বিলাকক হিন্দু সমাজে পতিত লোক বুলি ঘোষণা কৰি সমাজৰ ...ৰা বাহিৰ কৰি দিছিল। এইদৰে খেদা খোৱা হিন্দুসকলে বাধ্য হৈ খৃষ্টান ...ৰ্ম গ্ৰহণ কৰিবলগীয়া হৈছিল। ৰজা ৰামমোহন ৰায়ে ব্ৰাহ্মধৰ্ম্ম প্ৰতিষ্ঠা ...ৰি এই পতিত লোকসকলক দীক্ষা দিলে আৰু হিন্দুধৰ্ম্মৰ ভিতৰতে ...কাৰ ব্যৱস্থা কৰিলে। যদি আটাইবোৰ পছিমীয়া শিক্ষা পোৱা লোকেই ...টান হৈ পৰিলহেঁতেন, তেন্তে আজি ভাৰতবৰ্ষৰ অৱস্থা কি হ'লহেঁতেন ...কাৰা টান। সেয়ে ৰজা ৰামমোহন ৰায়ৰ ওচৰত ভাৰতবাসী কৃতজ্ঞ।

(৪) **শিক্ষা-বিষয়ক**—বেণ্টিঙ্কৰ সময়ত ভাৰতত কি ভাবাৰে শিক্ষা প্ৰচাৰ কৰা হব আৰু শিক্ষাৰ প্ৰণালীয়েই বা কেনে হোৱা উচিত,—এই বিষয়ে নানা তৰ্ক-বিতৰ্ক আৰু জল্পনা-কল্পনা চলে। এই সময়ৰ আইন-সদস্য (Law-member) লৰ্ড মেকলে ইংৰাজী ভাষাৰ জৰিয়তে ভাৰতত শিক্ষা বিস্তাৰ হব লাগে বুলি জোৰ দিলে। ১৮৩৫ খৃষ্টাব্দৰ পৰা এই সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু সেই অনুসৰি ভাৰতত শিক্ষা-প্ৰণালী অনুসৰণ কৰা হয়। কলিকতাৰ মেডিকেল কলেজ আৰু বোম্বেৰ এল্‌ফিনষ্টোন বিদ্যালয় বেণ্টিঙ্কৰ দিনতে স্থাপিত হয়।

**পৰৰাষ্ট্ৰনীতি**—ৰুচিয়াৰ প্ৰভাব খৰ্ব্ব কৰিবলৈ বেণ্টিঙ্কে ৰণজিৎ সিং আৰু সিন্ধুৰ আমিৰসকলৰ লগত বন্ধুতা স্থাপন কৰিছিল। তেওঁৰ দিনত কুৰ্গ, কাছাৰ আৰু জয়ন্তীয়া ৰাজ্য বৃটিছৰ হাতলৈ আহে। দেশীয় ৰাজ্য-সমূহৰ লগত মিত্ৰতা ৰক্ষা কৰাৰ নীতিয়েই এওঁ অনুসৰণ কৰিছিল।

**নতুন চনদ**—১৮৩৩ খৃঃ ইষ্ট ইণ্ডিয়া কোম্পানীক নতুন চনদ দিয়ে। ইয়াৰ ফলত চীন দেশৰ লগত কোম্পানীৰ একচেটীয়া ব্যৱসায় উঠি যায় আৰু শাসন সংক্ৰান্ত অনেক পৰিবৰ্ত্তনো সাধিত হয়। এই চনদ অনুসৰি কোম্পানীয়ে নিৰ্দ্দেশ পালে যে তেওঁলোকে ভাৰতত নতুনকৈ বাণিজ্য বিস্তাৰ কৰিব

নোৱাৰে। শিক্ষা আৰু সামৰ্থ্য চাই ভাৰতীয় লোককো দায়িত্বপূৰ্ণ পদত নিযুক্ত কৰাৰ নিয়ম হ'ল। এই চনদে বঙ্গদেশৰ গৱৰ্ণৰ জেনেৰেলক ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল পাতিলে আৰু তেওঁৰ কাউন্সিলত এজন আইন সচিব নিযুক্ত কৰাৰ ব্যৱস্থা কৰিলে। লৰ্ড মেকলে প্ৰথম আইন সচিব নিযুক্ত হয়।

**চাৰ চাৰ্লচ মেটকাফ্** (১৮৩৫—৩৬ খৃঃ)—লৰ্ড বেন্টিঙ্কে অৱসৰ লোৱাত চাৰ মেটকাফ্ অস্থায়ীভাৱে গৱৰ্ণৰ জেনেৰেল হয়। প্ৰেছসমূহক ভালেখিনি স্বাধীনতা অৰ্পণ কৰি মেটকাফ্ বিলাতৰ কৰ্তৃপক্ষৰ বিৰাগ-ভাজন হয় আৰু তেওঁ কাম ইস্তফা দি বিলাতলৈ গুচি যায়।

**লৰ্ড অকৃলেণ্ড্** (১৮৩৬—৪২ খৃঃ)—শিক্ষা-বিস্তাৰ বিষয়ত অকৃলেণ্ডে বেন্টিঙ্কৰ নীতিকেই অৱলম্বন কৰিলে। তেওঁ তীৰ্থ-যাত্ৰীৰ কৰ (Pilgrim's Tax) উঠাই দিলে আৰু হিন্দুমন্দিৰ আদিৰ সম্পত্তি ৰাজকৰ্ম্মচাৰীৰ শাসনৰ পৰা বেলেগ কৰি দিলে। তেওঁ পূৰ্ত্তবিভাগ (Irrigation Department) খুলি, খেতি-বাতিৰ যথেষ্ট সুবিধা কৰি দিয়ে। তেওঁ অযোধ্যাৰ পাদচাহ বেগমৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰে আৰু পৰ্ত্তুগীজসকলৰ লগত বৃটিছৰ বিৰুদ্ধে মন্ত্ৰণা কৰাৰ অভিযোগত চাতাৰাৰ ৰজাক সিংহাসনচ্যুত কৰে; কৰ্ণাল মাদ্ৰাজ প্ৰেচিডেন্সিত যোগ দিয়ে আৰু হোলকাৰৰ শাসন-প্ৰণালী সংস্কাৰ কৰিবলৈ বাধ্য কৰে।

**আফগানৰ লগত ১ম সজ্ঘৰ্ষ**—ৰুচিয়াৰ প্ৰাধান্য ক্ৰমে মধ্য এচিয়ালৈ বিস্তৃত হোৱাত আৰু পাৰস্যৰ ৰজাৰ সৈন্য আদিও ৰুচ সেনাপতিৰ দ্বাৰা শিক্ষিত হোৱাত অকৃলেণ্ডে তাৰ প্ৰতিকাৰ কৰিবলগীয়া হ'ল। পাৰস্যৰ সৈন্যই আহি হিৰাট অৱৰোধ কৰিলে (১৮৩৭ খৃঃ)। অকৃলেণ্ডে আফগানিস্থানৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ ইচ্ছা কৰি কাবুললৈ দূত পঠিয়ালে। কাবুলৰ শাসন কৰ্ত্তা দোস্ত মহম্মদে (Dost Muhammad) দাবী কৰিলে যে যদি ইংৰাজে পেছোৱাৰ জিলা ৰণজিৎ সিংহৰ পৰা আনি তেওঁক দিয়ে, তেন্তে তেওঁ বৃটিছৰ মিত্ৰ হব। অকৃলেণ্ড অমান্তি হ'ল আৰু দোস্ত মহম্মদক কাবুলৰ



সিংহাসনৰ পৰা আঁতৰাবলৈ সঙ্কল্প কৰিলে আৰু কাবুলৰ সিংহাসন হেৰুৱাই পেন্সন ভোগ কৰি থকা ছাহ চুজাক সেই গদীত বহুৱাবলৈ ইচ্ছা কৰি ৰণজিৎ আৰু ছাহ চুজাৰ লগত সন্ধি কৰিলে।

খাইবাৰ আৰু বোলান গিৰিসঙ্কটেৰে বৃটিছ সৈন্য অগ্ৰসৰ হ'ল। কান্দাহাৰ, বৃটিছৰ হস্তগত হ'ল আৰু গজনী নগৰ বিধ্বস্ত-প্ৰায় হ'ল। কান্দাহাৰ, জালালাবাদ আৰু কাবুলত বৃটিছ সৈন্যৰ আড্ডা স্থাপন কৰা হ'ল। বৃটিছে ছাহ চুজাক কাবুলৰ সিংহাসনত বহুৱালে আৰু এজন বৃটিছ দূত কাবুলত থোৱাৰ ব্যৱস্থা কৰা হ'ল (১৮০৯ খৃঃ)।

এই ব্যৱস্থাত পাঠানসকল সন্তুষ্ট নহ'ল; তেওঁলোকে ইংৰাজক ঘিণ কৰিছিল আৰু স্বাধীনতা ঘূৰাই পাবলৈ বিদ্ৰোহ আৰম্ভ কৰিলে। বৃটিছ ৰাজদূতক পাঠানসকলে খণ্ড খণ্ড কৈ কাটিলে আৰু আফগানিস্থান এৰি অহা চৰ্ত্তত ইংৰাজৰ লগত সন্ধি কৰিলে। ষোল হেজাৰ বৃটিছ সৈন্যই যেতিয়া তেওঁলোকৰ অস্ত্ৰশস্ত্ৰ পৰিত্যাগ কৰি ভাৰতলৈ খোজ ললে, পাঠানসকলে পাচফালৰ পৰা বৃটিছ বাহিনীৰ ওপৰত জাকে জাকে গুলী বৰষিবলৈ ধৰিলে। মাথোন এজন সৈন্য এই শোকাবহ বাতৰি জালালাবাদলৈ আনিবলৈ জীয়াই আছিল। যুদ্ধ সমাপ্ত হোৱাৰ (১৮৪২ খৃঃ) আগেয়েই অকলেণ্ডে কামৰ পৰা অৱসৰ ললে।

**লৰ্ড এলেনবৰো** (১৮৪২-৪৪ খৃঃ)—লৰ্ড অকৃলেণ্ডৰ আফগান-নীতিক কোনোমতেই সমৰ্থন কৰিব নোৱাৰি। বৃটিছ ৰাজ্যৰ পৰা ৰুচিয়াৰ প্ৰভাৱ অন্ততঃ এহেজাৰ মাইল দূৰত আছিল আৰু আফগান যুদ্ধৰ আগেয়েই পাৰস্য বাহিনীয়ে হিৰাট অৱৰোধ এৰি দিছিল। সি যি নহওক কাবুলৰ ৰজা দোস্ত মহম্মদ স্বাধীন আছিল আৰু তেওঁ পাৰস্য বা ৰাচিয়াৰ লগত মিত্ৰতা কৰিলেও বৃটিছে বাধা দিয়াৰ কোনো যুক্তি-সঙ্গত কাৰণ থাকিব নোৱাৰে; বিশেষকৈ দোস্ত মহম্মদে বৃটিছক কেতিয়াও অসন্তুষ্ট কৰা নাছিল।

সিন্ধু দেশৰ আমিৰসকলৰ লগত মিত্ৰতা পাশত আৱদ্ধ হৈও অকৃলেণ্ডে

তেওঁলোকৰ পৰা জোৰকৈ টকা-পইচা আদায় কৰিছিল। লৰ্ড এলেনবৰোৱে অকূলেগুতকৈও বেছি আক্ৰোশমূলক নীতি অনুসৰণ কৰিবলৈ ধৰিলে আৰু অৱশেষত বৃটিছ ৰাজ-প্ৰতিনিধি চাৰ চাৰ্লচ নেপিয়াৰে (Sir Charles Napier) সিন্ধুৰ অধিকাংশ বৃটিছক এৰি দিবলৈ আমিৰসকলক বাধ্য কৰে আৰু সেই মৰ্মে এটা চুক্তি কৰে। অতি বিৰক্ত হৈ আমিৰসকলে বৃটিছ প্ৰতিনিধিৰ আবাস আক্ৰমণ কৰে। বৃটিছে তেতিয়া যুদ্ধ ঘোষণা কৰিলে। মিয়ানী আৰু দাবোৰ যুদ্ধত আমীৰৰ সৈন্য পৰাস্ত হয় আৰু সিন্ধুদেশ বৃটিছ সাম্ৰাজ্যত চামিল হয়।

**গোৱালিয়ৰ যুদ্ধ**—দৌলত ৰাৱৰ তোলনীয়া পো জাঙ্কজী সিন্ধিয়াৰ মৃত্যু হলত ( ১৮৪৩ খৃঃ ) তেওঁৰ বিধবা পত্নী তাৰাবায়ে (Tara Bai) এটি পোষ্যপুত্ৰ গ্ৰহণ কৰে। এই শিশু ৰজাৰ পৰামৰ্শদাতা এজন লৰ্ড এলেনবৰোৰ পৰামৰ্শ ক্ৰমে নিযুক্ত কৰা হয়; তাৰাবায়ে এই পৰামৰ্শদাতাজনক খেদি দিয়ে আৰু তাৰ পিচত নানা ষড়যন্ত্ৰ আৰম্ভ হবলৈ ধৰিলে। দুৰ্দ্ধৰ্ষ মাৰাঠা সৈন্যই আগেয়ে জিকাৰ খাই থকা শিখ সৈন্যৰ লগ লাগে বুলি লৰ্ড এলেনবৰোৰ ভয় হ'ল। তেওঁ গোৱালিয়ৰৰ সৈন্য সংখ্যা কমাবলৈ দাবী কৰিলত প্ৰকাশ্যে শত্ৰুতা আৰম্ভ হ'ল আৰু ওপৰা-ওপৰিকৈ মহাৰাজপুৰ আৰু পনিয়াৰ যুদ্ধত মাৰাঠা সৈন্য পৰাস্ত হ'ল আৰু এলেনবৰোৰ দাবী অৱশেষত মানি লোৱা হ'ল। ৰাজ্যৰ শাসন ভাৰ এখন কাউন্সিলৰ ওপৰত অৰ্পণ কৰা হ'ল।

**সংস্কাৰ**—দাস প্ৰথা আইন-সম্মত হব নোৱাৰে বুলি এলেনবৰোৱে ঘোষণা কৰিলে; গৱৰ্ণমেণ্ট লটাৰি খেল বন্ধ কৰিলে, ডেপুটি মেজিষ্ট্ৰেট পদ সৃষ্টি কৰিলে আৰু দাৰোগাসকলৰ দৰ্মহা বৃদ্ধি কৰি দিলে। লৰ্ড এলেনবৰোৰ শাসন-নীতি কোম্পানীৰ পৰিচালকসকলৰ স্পষ্ট নিৰ্দ্দেশৰ বিপৰীতে গৈছিল; ১৮৪৪ খৃষ্টাব্দত তেওঁক অৱসৰ দিয়া হয়।

**লৰ্ড হাৰ্ডিঞ্জ ( ১৮৪৪-৪৮ খৃঃ )**—সংস্কাৰসমূহ—লৰ্ড হাৰ্ডিঞ্জে ৰেলওৱে প্ৰণালীৰ পৰিকল্পনা কৰে; গঙ্গাৰ খালৰ আঁচনি তৈয়াৰ কৰে, শিক্ষা-প্ৰচাৰ



কৰে, সতী প্ৰথা আৰু শিশু-বধ প্ৰথা লোপৰ বাবে চেষ্টা কৰে। শিশুবধ প্ৰথা নানা ৰকমে চলিছিল। সন্তানহীন মানুহে একাধিক সন্তান জন্মিলে প্ৰথমটিক গঙ্গাত দিম বুলি শপথ খাইছিল আৰু দিছিলোঁ। কোনোৱে বা আকৌ বিয়া দিয়াত মুস্কিল হ'ব বুলি ছোৱালী জন্মিলে মাৰি পেলাইছিল। হাৰ্ডিঞ্জে সেই প্ৰথা বন্ধ কৰে। উৰিষ্যাৰ পাৰ্ব্বত্য অঞ্চলত প্ৰচলিত নৰবলি প্ৰথাও হাৰ্ডিঞ্জে উঠাই দিয়ে।

**১ম শিখ যুদ্ধ**—ৰণজিৎ সিং জীয়াই থকালৈকে ইংৰাজ আৰু শিখসকলৰ মাজত অতি সদ্ভাৱ আৰু প্ৰীতি বৰ্ত্তমান আছিল। কিন্তু তেওঁৰ মৃত্যুৰ পাচত ( ১৮৩৯ খৃঃ ) অতি অৰিয়া-অৰি আৰু বিশৃঙ্খলাৰ ভাৱ শিখ নায়কসকলৰ মাজত দেখা দিলে। ১৮৪৫ চনত ৰণজিৎ সিংহৰ পাঁচ বছৰীয়া শিশুপুত্ৰ দিলীপ সিং ( Dilip Singh ) ৰাজপাটত উঠে। ৰণজিতৰ বিধবা পত্নীয়ে শিশু ৰজাৰ উপদেষ্টা হিচাবে ৰাজকাৰ্য্য নিয়ন্ত্ৰণ কৰিছিল। কিন্তু শিখ সৈন্যসকল এনে দুৰ্দ্দান্ত আৰু অত্যাচাৰী হৈ উঠিছিল যে ৰাণীয়ে সিহঁতক দমন কৰিবলৈ অসমৰ্থ হৈছিল।

সকলোৱে ভাবিলে যে বৃটিছৰ লগত সজ্ঘৰ্ষ উপস্থিত হলে, হয় জয় লাভ কৰোঁতে কৰোঁতে শিখ সৈন্যৰ বল কমিব অথবা বৃটিছ সৈন্যৰ হাতত সিবিলাক বিধ্বস্ত হব। ৰাণীয়েও অৱশেষত তাকে স্থিৰ কৰি শিখ সৈন্যক বৃটিছ ৰাজ্য আক্ৰমণ কৰিবলৈ আদেশ দিলে। শতদ্ৰু পাৰ হৈ তেওঁলোকে বৃটিছ ৰাজ্যত উপনীত হলত হাৰ্ডিঞ্জে যুদ্ধ ঘোষণা কৰিলে ( ১৮৪৫ খৃঃ )। মুদ্‌কিৰ ( Mudki ) যুদ্ধত শিখসকল পৰাস্ত হয়; ফিৰোজছাহত ( Firoz Shah ) শিখসকল অতি সুৰক্ষিত হলেও অশেষ ক্ষতি স্বীকাৰ কৰি বৃটিছ বাহিনীয়ে তেওঁলোকক তাৰ পৰা হোহোঁকাই পঠিয়ালে। আলিৱাল ( Aliwal ) আৰু সুব্ৰাওঁৰ ( Subraon ) যুঁজত শিখ সৈন্যৰ মেৰুদণ্ড ভাগে। তেতিয়া দুই শক্তিৰ ভিতৰত লাহোৰত সন্ধি স্থাপিত হয়। এই সন্ধিমতে বৃটিছে শতদ্ৰুৰ পূব পাৰৰ সকলো ৰাজ্য, জলন্ধৰ দোৱাব আৰু কাশ্মীৰ লাভ কৰিলে। শিখসকলে

যুদ্ধৰ খৰচ বাবদ কিছু টকাও ইংৰাজক দিবলগীয়া হ'ল। ইংৰাজে গোলাব সিংহক ( Golab Singh ) কাশ্মীৰ ৰাজ্য বিক্ৰী কৰিলে। দিলীপ সিংহই শিখ ৰজা হৈ থাকিল কিন্তু সৈন্যৰ সংখ্যা আগতকৈ কমাবলগীয়া হ'ল আৰু লাহোৰত এজন বৃটিছ ৰাজ প্ৰতিনিধি ৰখাৰ ব্যৱস্থা কৰা হ'ল, যাতে নাবালক ৰজাৰ ৰাজ্য শাসনত একো অসুবিধা নহয়।

**লৰ্ড ডেলহাউচি ( ১৮৪৮-৫৬ খৃঃ )—দ্বিতীয় শিখ যুদ্ধ—** বৃটিছ ৰাজ প্ৰতিনিধিৰ শাসন শিখসকলৰ মনঃপুত নহ'ল। মূলতানৰ শাসনকৰ্ত্তা মূলৰাজ আৰু বৃটিছ প্ৰতিনিধিৰ মাজত মনোমালিন্য হোৱাত তেওঁ পদ ইস্তফা দিলে। তেতিয়া দুজন ডেকা ইংৰাজ কৰ্ম্মচাৰী তালৈ পঠোৱা হলত তেওঁলোকক হত্যা কৰা হয়; মূলৰাজে বিদ্ৰোহী হৈ আকৌ মূলতান অধিকাৰ কৰে। বিদ্ৰোহ ক্ৰমে ব্যাপক হৈ উঠিলত ডেলহাউচিয়ে যুদ্ধ ঘোষণা কৰিলে।

লেফ্‌টেনেণ্ট এড্‌ৱাৰ্ডচে মূলৰাজক পৰাস্ত কৰে আৰু মূলতানত আশ্ৰয় লবলৈ বাধ্য কৰে। বৃটিছ প্ৰধান সেনাপতি গফে ( Lord Gouph ) চিলিৱানালাত শিখ সৈন্যৰ লগত যুঁজ কৰে ( ১৮৪৯ খৃঃ ) কিন্তু ক্ষতিগ্ৰস্ত হৈ হুইঁকিবলৈ বাধ্য হয়। কিছুদিন বীৰবিক্ৰমেৰে আত্মৰক্ষা কৰাৰ পিচত মূলতান বৃটিছৰ হাতত পৰে। গুজৰাটৰ যুদ্ধত লৰ্ড গফে শিখ বাহিনীক সম্পূৰ্ণৰূপে পৰাস্ত কৰে আৰু তেওঁৰ হৃত গৌৰৱ ফিৰাই আনে। ইয়াৰ পাচত শান্তি স্থাপন হয়। পঞ্জাব বৃটিছ ৰাজ্যৰ ভিতৰুৱা হয় আৰু দিলীপ সিংহক পেন্সন দিয়া হয়। চাৰ জন লৰেন্সক ( Sir John Lawrence ) নতুন প্ৰদেশৰ শাসন ভাৰ অৰ্পণ কৰা হয়। পঞ্জাবৰ লোকসকলক নিৰস্ত্ৰ কৰা হয়; দাসপ্ৰথা আৰু ডকাইতি লুপ্ত হয় আৰু দেৱানী আৰু ফৌজদাৰী আইন প্ৰৱৰ্ত্তন কৰা হয়। এই ৰাজ্যত বৃটিছ শাসন এনে কৃতকাৰ্য্য হয় যে দ্বিতীয় ব্ৰহ্মযুদ্ধত আৰু চিপাহী বিদ্ৰোহত শিখসকলে বৃটিছৰ সপক্ষে যুদ্ধ কৰিছিল।

**ব্ৰহ্মদেশৰ লগত ২য় যুদ্ধ—**প্ৰথম ব্ৰহ্মযুদ্ধৰ পৰাই মানৰজাৰ ব্যৱহাৰ অতি অসন্তোষজনক হৈ উঠিছিল আৰু ১৮৪০ খৃষ্টাব্দত বৃটিছ ৰাজদূত



হাৰ কৰিবলগীয়া হয়। ১৮৫১ চনত ৰেঙ্গুন নগৰত বৃটিছ বেপাৰীক কলে অপমানজনক ব্যৱহাৰ কৰিলত ডেলহাউচিয়ে তাৰ প্ৰতিকাৰৰ




চেষ্টা কৰিলে; কিন্তু সকলো চেষ্টা ব্যৰ্থ হলত ১৮৫২ চনত ব্ৰহ্মদেশৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা হ'ল। যুদ্ধ কম দিনীয়া হলেও বৃটিছে সাফল্য লাভ কৰিলে। ৰেঙ্গুনৰ বিখ্যাত বৌদ্ধ পেগোদা ধ্বংস কৰা হ'ল। প্ৰোম আৰু পেগু বৃটিছৰ

হস্তগত হ'ল। মান ৰজাই সন্ধি কৰিবলৈ অমান্তি হলত দক্ষিণ ব্ৰহ্মদেশ বৃটিছে লৈ ললে ( ১৮৫২ খৃঃ )।

**ৰাজ্য বিস্তাৰ নীতি**—বৃটিছ ৰাজ্য বিস্তাৰ কৰিবলৈ ডেলহাউচিয়ে তিনিটা উপায় অৱলম্বন কৰিছিল :—(১) যুদ্ধ, (২) স্বত্ব-বিলোপ নীতি ( Doctrine of Lapse ) অৰ্থাৎ কোনো দেশীয় ৰজা অপুত্ৰক হৈ মৰিলে তেওঁৰ বিধবা পত্নীক পোষ্যপুত্ৰ ৰাখিব নিদি ৰাজ্য কাঢ়ি লোৱা নীতি, আৰু (৩) কুশাসনকাৰী দেশীয় ৰজাসকলৰ পৰা ৰাজ্য হৰণ কৰা। পঞ্জাব আৰু পেগু প্ৰথম উপায়েৰে বৃটিছৰ তলতীয়া কৰা হৈছিল।

আটাইতকৈ বেছি ৰাজ্য অধিকাৰ কৰা হৈছিল 'স্বত্ব-বিলোপ' নীতিৰ সহায়ত। চাতাৰা, ঝান্সি, নাগপুৰ, জয়পুৰ, বুন্দেলখণ্ড আৰু উৰিষ্যাৰ সম্বলপুৰ উক্ত নীতিৰ সহায়ত বৃটিছৰ অধীন কৰা হয়। অযোধ্যাৰ নবাব ওৱাজেদ আলি ( Wazid Ali ) অত্যন্ত কুশাসক আছিল আৰু বিলাতৰ কৰ্তৃপক্ষৰ অনুমোদনক্ৰমে সেই প্ৰদেশ বৃটিছ সাম্ৰাজ্যভুক্ত কৰা হয়। নবাবক পেন্সন দিয়া হয়। সৰু-সুৰা বহুত কাৰণত ডেলহাউচিয়ে অইন বহুত ৰাজ্যৰ স্বাধীনতা হৰণ কৰে। কৰ্ণাটৰ নবাবৰ ৰাজ্য আৰু তাঞ্জোৰৰ ৰজাৰ ৰাজ্য ডেলহাউচিয়ে বৃটিছ ৰাজ্যৰ ভিতৰুৱা কৰে। পেছোৱাৰ তোলনীয়া পো নানা চাহাবৰ ( Nana Sahib ) পেন্সন তেওঁ বন্ধ কৰি দিলে। নিজামৰ পৰা বেৰাৰ ৰাজ্যও বৃটিছৰ হাতত পৰিলহি। যদিও দেশীয় শাসনৰ অত্যাচাৰৰ পৰা প্ৰজাক ৰক্ষা কৰাটো ডেলহাউচিৰ ইচ্ছা আছিল, তথাপি তেওঁৰ ৰাজনীতি ৰাজ্য বিস্তাৰৰ প্ৰলোভন দ্বাৰা পৰিচালিত হৈছিল।

**শাসন**—সৰ্ব্বপ্ৰথম ডেলহাউচিয়েই ভাৰতত ৰেলওৱে আৰু টেলিগ্ৰাফ প্ৰবৰ্ত্তন কৰে। এওঁৱেই পি, ডব্লিউ, ডি, বিভাগ (P. W. D.) খোলে, গ্ৰেণ্ড ট্ৰাঙ্ক ৰোড বন্ধায় আৰু গঙ্গাৰ খাল খনায়। গোটেই ভাৰতত চলা দুই পইচাৰ ডাক-টিকট তেৱেঁই প্ৰথমে চলায়। মাতৃভাষাৰে শিক্ষা দিয়া স্কুল, কলেজ, গৱৰ্ণমেণ্ট এইডেড্ স্কুল আৰু বিশ্ব-বিদ্যালয় আদি এওঁৰ দিনৰ পৰাই স্থাপন



হবলৈ আৰম্ভ কৰে আৰু শিক্ষা বিভাগটো সুশৃঙ্খলাৰে গঢ়ি উলিয়ায়। শাসন বিষয়তো এওঁ অনেক সংস্কাৰ সাধি শাসনবান্ধ কটকটীয়া কৰিলে।

**ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আৰু আনন্দৰাম বৰুৱা**—লৰ্ড ডেলহাউচিৰ দিনতে ভাৰতীয় শিক্ষিত লোকসকলৰ ভিতৰত সংস্কৃত শাস্ত্ৰৰ পুনৰ আলোচনা আৰু গবেষণাৰ প্ৰতি ৰাপ জন্মে; বঙ্গদেশত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জন্মই চাকৈয়ে এটি নতুন পোহৰ বিলালে। অদ্বিতীয় পণ্ডিতৰ উপৰিও বিদ্যাসাগৰ আছিল এজন সমাজ-সংস্কাৰক। তেওঁৰ যত্নতে বিধবা-বিবাহ আইন জাৰী হয়।

অসমত আনন্দৰাম বৰুৱাই সংস্কৃত-সাহিত্যৰ গবেষণা আৰম্ভ কৰি সংস্কৃত ব্যাকৰণ, সংস্কৃত অভিধান আৰু ভৱভূতি আদি সংস্কৃত কবিসকলৰ সাহিত্যত স্থান নিৰ্ণয় কৰিবলৈ গ্ৰন্থাদি ৰচনা কৰে। ভাৰতীয় লোকসকলৰ কাৰণে আই-চি-এচ পদবী খুলি দিয়াত তেওঁ যোগ্যতাৰে সেই পৰীক্ষাত উত্তীৰ্ণ হয়।



আনন্দৰাম বৰুৱা।

**প্ৰশ্নমালা**

১। কেনেকৈ আৰু কাৰপৰা ইংৰাজে অসম দেশ অধিকাৰ কৰিলে চমুকৈ লিখা।

( Write briefly how and from whom the British took over Assam.)

২। লৰ্ড উইলিয়ম বেণ্টিঙ্কে প্ৰৱৰ্ত্তন কৰা সংস্কাৰবিলাকৰ এটি চমু বিৱৰণ দিয়া।

( Give a brief account of the reforms introduced by Lord William Bentinck. )

৩। ৰজা ৰামমোহন ৰায়ৰ চমু জীৱনী লিখা।

( Give a life sketch of Raja Ram Mohan Roy. )

৪। বৃটিছৰ লগত আফগান সকলৰ প্ৰথম সঙ্ঘৰ্ষ কি কাৰণে হৈছিল ? লৰ্ড এলেনবৰোৰ আফগান নীতি উচিত আছিল নে ?

( What led to the first war between the British and the Afghans ? Was Ellenborough's Afghan Policy justifiable ?)

৫। শিখসকলৰ লগত ইংৰাজৰ প্ৰথম যুদ্ধৰ বিৱৰণ দিয়া।

( Describe the first Anglo-Sikh War. )

৬। দ্বিতীয় শিখ যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।

(Narrate the causes and results of the Second Sikh War.)

৭। কি কি নীতিৰ সহায়ত ডেলহাউচিয়ে ভাৰতত ইংৰাজ ৰাজ্য বিস্তাৰ কৰিছিল ?

( What policy did Dalhousi adopt to expand the British Empire in India ? )

৮। চমু টোকা লিখা :—(ক) ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ (খ) আনন্দৰাম বৰুৱা।

( Write short notes on :

(a) Iswarchandra Vidyasagar.

(b) Anandaram Barooah. )

## ষষ্ঠ অধ্যায়

# স্বাধীনতাৰ প্ৰথম যুদ্ধ।

**লৰ্ড কেনিং** ( ১৮৫৬—১৮৬২ খৃঃ )—এওঁৰ শাসনকালৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য ঘটনা হ'ল চিপাহী বিদ্রোহ ( ১৮৫৭ চনত )। ইংৰাজৰ ৰাজ্য গোটেই ভাৰতবৰ্ষ জুৰি বিয়পি পৰিলেও আৰু দেখাত সকলো ভাৰতবাসীয়ে বৃটিছৰ অধীনতা স্বীকাৰ কৰিলেও ভিতৰি ভিতৰি স্বাধীনতাৰ জুইকুৰা তেতিয়াও দপ্ দপ্ কৈ জ্বলি আছিল। নমুনা হিচাপে ১৮১৬ চনৰ বাৰেলী বিদ্রোহ, ১৮৩১ চনৰ বঙ্গদেশৰ ৱহাবীৰ আন্দোলন, ১৮৪৯ চনৰ পৰা ১৮১৫ চনলৈকে সময়ে সময়ে জ্বলি উঠা 'মোপলা' বিদ্রোহলৈ আঙুলিয়াব পাৰি। ১৮৫৭ চনত হোৱা বিদ্রোহক চিপাহী বিদ্রোহ নবুলি "ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ" বুলিব পাৰি। চিপাহী বিদ্রোহৰ কাৰণ 'সমূহক মুঠতে তিনি ভাগত ভগাব পাৰি— (১) ৰাজনৈতিক, (২) সামাজিক আৰু (৩) সামৰিক।



কেনিং।

ৰাজনৈতিক— ডেলহাউচিৰ ৰাজ্যবিস্তাৰ নীতিৰ (Annexation Policy ) পৰা এই কথা প্ৰায় স্পষ্ট হৈ পৰে যে ন্যায় হওক, অন্যায় হওক, কোম্পানীৰ যি কোনো সুবিধাৰ সুযোগ লৈ ৰাজ্য বঢ়াবই। দ্বিতীয় বাজীৰাও পেছোৱাৰ তোলনীয়া পো নানা চাহাবৰ পেন্সন বন্ধ কৰি দিয়াত তেওঁৰ প্ৰজাসমূহ অতি ক্ষুব্ধ হয় আৰু তেৱেঁই ইংৰাজৰ আটাইতকৈ ডাঙৰ

শক্ৰ হৈ উঠে। অযোধ্যা বৃটিছৰ তললৈ অহাৰ পিছত সদায় কোম্পানীৰ শাসনত অসন্তুষ্ট আছিল; কাৰণ ভাৰ তালুকদাৰসকলৰ আবেদন নিবেদন প্ৰতি বৃটিছে সদায় আওকাণ কৰিছিল।

**সামাজিক**—পাশ্চাত্য শিক্ষা-দীক্ষা, ৰীতি-নীতি ভাৰতত প্ৰবেশ কৰাত প্ৰজাসকলৰ মনত এটা সন্দেহৰ ভাব জাগিছিল; ইংৰাজী ভাষাৰ জৰিয়তে শিক্ষা-বিস্তাৰ, ৰেলওৱে আৰু টেলিগ্ৰাফৰ আবিৰ্ভাৱ, সতীপ্ৰথা লোপ আৰু বিধবা বিবাহ আইন আৰু মিচনাৰী চাহাবসকলৰ খৃষ্টান ধৰ্ম্ম বিস্তাৰ আদি নানা কাৰণত সেই সন্দেহ গভীৰ হ'ল; আৰু জনসাধাৰণে ভাবিলে যে গোটেইখন ভাৰতবৰ্ষকেই ইংৰাজ জাতিয়ে খৃষ্টান কৰিবলৈকে বিচাৰিছে। ধৰ্ম্মৰ নামত বহুতো স্বাৰ্থপৰ মানুহ নিজ অভিসন্ধি পূৰণ কৰাত ব্যস্ত আছিল।

**সামৰিক**—ইফালে আকৌ সৈন্য-শ্ৰেণীৰ মাজত শিক্ষা আৰু শৃঙ্খলাৰ অধঃপতন হৈছিল। চাকৰি কৰা দিনৰ আধিক্য হিচাপেহে কৰ্ম্মচাৰীসকলক প্ৰমোচন দিয়াত বহুত অকামিলা মানুহেও ওখ সামৰিক বিষয় লাভ কৰিছিল আৰু বিশেষতঃ কাৰ্য্যদক্ষ প্ৰায়বোৰ সেনাপতিকেই সাধাৰণ শাসন বিষয়ত স্থানান্তৰ কৰাত সৈনিক বিভাগত কাৰ্য্য-কুশল পৰিচালকৰ অভাৱ হৈছিল। বৃটিছ ৰাজ্য ক্ৰমান্বয়ে বিস্তাৰ লাভ কৰাত সৈন্যবোৰে নজনা নুশুনা ঠাইতো যুদ্ধ কৰিব লগা হ'ল আৰু তেওঁলোকৰ বিশেষ এলাৱেন্সো বন্ধ কৰি দিয়াত সৈন্যসকলৰ মনত নিৰুৎসাহ আৰু বিৰক্তিৰ ভাবে দেখা দিলে। এঠাইৰ পৰা আন ঠাইলৈ জাহাজেৰে যাবলৈ বহুত হিন্দু সৈন্য অমান্তি হ'ল, কাৰণ তেওঁলোকৰ জাত যাব পাৰে। তদুপৰি কেনিঙে এই মৰ্ম্মে এখন আইন জাৰি কৰিলে যে সৈন্যসকলক য'লৈকে ইচ্ছা ত'লৈকে যুদ্ধৰ বাবে নিয়া হ'ব, তাত তেওঁলোকৰ একো আপত্তি নাথাকে (General Service Enlistment Act)। নতুনকৈ প্ৰচলন কৰা এনফিল্ড্ ৰাইফেলত (Enfield Rifle) যি কাৰ্ত্তুজ ব্যৱহাৰ কৰিব লগা হ'ল তাত গৰু আৰু গাহৰিৰ তেল আছে বুলি এটা জনৰব ওলাল; অতি সহজেই তাৰ ব্যাখ্যা ওলাল যে একে কাৰ্ত্তুজেৰেই



হিন্দু আৰু ইছ্লাম উভয় ধৰ্ম্মৰ চিপাহীৰেই জাত মাৰিবৰ উদ্দেশ্যেৰেই ইয়াৰ প্ৰচলন কৰা হৈছে।

**বিদ্ৰোহ আৰম্ভ আৰু বিস্তাৰ (The Mutiny)**—প্ৰথমে বাৰাকপুৰ তাৰ পিচত বহৰমপুৰ আৰু আম্বালা আৰু শেষত মিৰাটত চিপাহী বিদ্ৰোহ আৰম্ভ হয়। মিৰাটৰ কিছুমান সৈন্যক দুবছৰকৈ কাৰাদণ্ড দিয়া হলত, তিনি সৈন্যই প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰিলে আৰু তেওঁলোকৰ কৰ্ম্মচাৰী-বিলাকক গুলীয়াই বধ কৰি, জেলৰ পৰা লগৰীয়া সৈন্যবিলাকক মুকলি কৰি আহি আৰু দিল্লী অধিকাৰ কৰিলেগৈ। মোগল সম্ৰাটৰ বংশধৰ বাহাদুৰ চাহক পুনি দিল্লীৰ সম্ৰাট বুলি ঘোষণা কৰা হ'ল। এই দৃষ্টান্তৰ পাচত লক্ষ্ণৌ, বেৰিলি, কানপুৰ, আগ্ৰা, ঝান্সি, মধ্যভাৰত, বুন্দেলখণ্ড আৰু অন্যান্য ঠাইতো বিদ্ৰোহ দেখা দিলে। অযোধ্যাত বিদ্ৰোহ ভীষণ মূৰ্ত্তি ধাৰণ কৰিলে। আন ঠাইত অকল চিপাহীবিলাকেহে বিদ্ৰোহ কৰিছিল, প্ৰজাবৰ্গই তাত যোগ দিয়া নাছিল। পঞ্জাবত চাৰ জন লৰেন্সে শিখসকলক বিদ্ৰোহৰ পৰা আঁতৰত ৰাখিছিল।

**বিদ্ৰোহ দমন**—দিল্লী পুনৰ অধিকাৰ কৰাটোৱেই বৃটিছৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য হৈ উঠিছিল। দিল্লী, বিদ্ৰোহীসকলৰ হাতত চাৰি মাহ আছিল, তাৰ পাচত চাৰ জন লৰেন্সৰ জৰিয়তে ইয়াক উদ্ধাৰ কৰা হয়। বাহাদুৰ চাহক ৰেঙ্গুনলৈ নিৰ্ব্বাসিত কৰা হয় আৰু তেওঁৰ পুতেক দুইজনক গুলীয়াই বধ কৰা হয়। অযোধ্যাত লক্ষ্ণৌ আৰু কানপুৰেই বিদ্ৰোহীসকলৰ কেন্দ্ৰ আছিল। লক্ষ্ণৌত চাৰ হেন্ৰি লৰেন্স (চাৰ জন লৰেন্স নহয়) আৰু তেওঁৰ সৈন্যদল বিদ্ৰোহীহঁতৰ দ্বাৰা অবৰুদ্ধ হয়। অবৰোধৰ আগছোৱাতে লৰেন্সৰ মৃত্যু হয়; তাৰ পাচত সেনাপতি আউটৰাম আৰু হেভেলক্, বৃটিছ সৈন্যসকলৰ সহায়ৰ অৰ্থে আগবাঢ়ি আহে; কিন্তু তেতিয়াও বিদ্ৰোহীসকলৰ সংখ্যা অত্যাধিক আছিল। অৱশেষত চাৰ কলিন্ কেম্প্বেলে (Sir Colin Campbell) তেওঁলোকক উদ্ধাৰ কৰে। কানপুৰৰ বিদ্ৰোহ নানা চাহাবৰ

দ্বাৰা পৰিচালিত হৈছিল ; ইয়াত বিদ্ৰোহী দলৰ লগত বৃটিছ সৈন্যৰ সম্মুখ হলত বৃটিছ সৈন্য পৰাস্ত হৈ সন্ধি কৰে, কিন্তু বিশ্বাসঘাতকতা কৰি নানা চাহাবে বৃটিছ বাহিনীৰ ওপৰত গুলী বৰ্ষণ কৰে। মাত্ৰ চাৰিজন সৈন্যই জীৱনে পাইছিল। ইতিমধ্যে হেভেলকৰ সৈন্যদল কানপুৰৰ ফালে অগ্ৰসৰ হোৱাত নানা চাহাবে ইংৰাজসকলৰ ল'ৰা-তিৰোতা সকলোকে হত্যা কৰায়। জেনেৰেল হেভেলকে কানপুৰ অধিকাৰ কৰিলেও তান্তিয়া টোপিৰ (Tantia Topi) বিদ্ৰোহী সৈন্যই আকৌ তাক অধিকাৰ কৰে ; কেম্পবেলেহে কানপুৰ পুনৰ বৃটিছৰ হাতলৈ আনে। বেৰিলিত বিদ্ৰোহীসকলে প্ৰায় এবছৰলৈ ৰোহিলাৰ ডাঙৰীয়া এজনক শাসনকৰ্ত্তা পাতিছিল। মধ্য-ভাৰত আৰু বুন্দেলখণ্ডত ঝান্সিৰ ৰাণী আৰু তান্তিয়া টোপি বিদ্ৰোহীসকলৰ নেতা আছিল। চাৰ হিউ ৰোজে (Sir Hugh Rose) তেওঁলোকৰ সৈন্যক যুদ্ধত হৰুৱালে ; ৰাণী যুঁজৰ বেশেৰে ৰণ কৰি থাকোঁতে মৃত্যুৰ মুখত পৰে। তান্তিয়া টোপি বৃটিছৰ হস্তগত হ'লত তেওঁ প্ৰাণদণ্ড ভোগে ; নানা চাহাবৰ শুংসূত্ৰকে পোৱা নগ'ল।



তান্তিয়া তোপি।

**১৮৫৮ চনৰ শাসন সম্পৰ্কীয় বন্দৱস্ত**—চিপাহী বিদ্ৰোহৰ প্ৰধান ফল হ'ল কোম্পানীৰ শাসনৰ অৱসান। বিদ্ৰোহৰ বাতৰি গৈ বিলাত পোৱাত পাৰ্লামেণ্ট স্তম্ভিত হ'ল ; তেওঁলোকে ভাৰত সাম্ৰাজ্যৰ শাসনভাৰ এটা দায়িত্ব-জ্ঞানহীন বেপাৰী কোম্পানীৰ হাতত ৰাখিবলৈ অনিচ্ছুক হ'ল। ভাৰত পাৰ্লামেণ্টৰ শাসনাধীন হয়, আৰু অপেক্ষাকৃত ভাল শাসন পদ্ধতিৰ বাবে এখন নতুন ভাৰতীয় আইন ৰচনা কৰা হয়। (An act for the better



Govt. of India)। এই আইনৰ দ্বাৰা বোৰ্ড অব্ কণ্ট্ৰোল আৰু কোৰ্ট অব্ ডাইৰেক্টৰ্চ উঠাইয়া দিয়া হয় আৰু তাৰ ঠাইত এজন ভাৰত সচিব আৰু তেওঁৰ উপদেষ্টা ১৫ জন নিযুক্ত হয়। আগেয়ে ভাৰত শাসনকৰ্ত্তাৰ উপাধি আছিল গৱৰ্ণৰ জেনেৰেল, এতিয়া তেওঁক আগৰ উপাধিৰ উপৰিও 'ভাইচৰয়' (ৰাজপ্ৰতিনিধি) বোলা হ'ল।

**ৰাণী ভিক্টোৰিয়াৰ ঘোষণা**—১৮৫৮ চনৰ নবেম্বৰ মাহত মহাৰাণী ভিক্টোৰিয়াই ঘোষণা জাৰি কৰিলে যে ভাৰতবৰ্ষৰ শাসন, ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰা ইংলণ্ডৰ সিংহাসনৰ তললৈ অনা হ'ল। দেশীয় ৰজাসকলক তেওঁ প্ৰতিশ্ৰুতি দিলে যে তেওঁলোকৰ সম্মান আৰু ক্ষমতা অক্ষুণ্ণ ৰখা হব আৰু কোম্পানীৰ লগত কৰা সকলো চুক্তি ৰক্ষা কৰা হব। প্ৰজাসকলক আশ্বাস দিয়া হ'ল যে তেওঁলোকৰ ধৰ্ম্ম আৰু আচাৰ পদ্ধতিত গৱৰ্ণমেণ্টে হস্তক্ষেপ নকৰে ; জাতিবৰ্ণ নিৰ্ব্বিশেষে যোগ্যতা অনুসৰি ভাৰতীয় লোককো ওখ বিষয় দিয়া হব বুলি ঘোষণা পত্ৰত কোৱা হ'ল। বৃটিছ প্ৰজাসকলৰ হত্যাকাণ্ডত লিপ্ত থকা বিদ্ৰোহীসকলৰ বাহিৰে আন আন বিদ্ৰোহীসকলক লঘু শাস্তি দিয়া হ'ল। ভাৰতীয় প্ৰজাসকলৰ ঐহিক আৰু নৈতিক উন্নতিয়েই যে গৱৰ্ণমেণ্টৰ লক্ষ্য হব, সেই কথাও ঘোষণাত স্পষ্টকৈ উল্লেখ কৰা হৈছিল।



ৰাণী ভিক্টোৰিয়া।

**কেনিঙৰ শাসন-সংস্কাৰ**—১৮৫৮ চনৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড কেনিং ভাৰতৰ ভাইচৰয় হয়। তেওঁ অনেক শাসন-সংস্কাৰ সাধন কৰে। ডেলহাউচিৰ স্বত্ববিলোপনীতি (Doctrine of Lapse) কেনিঙে পৰিত্যাগ কৰে। ৰায়তৰ স্বত্ব ৰক্ষাৰ বাবে ৰাজহ-আইন প্ৰবৰ্ত্তন কৰা হয় ; ভাৰতীয় দণ্ডবিধি আইন

(Indian Penal Code) প্ৰৱৰ্ত্তিত হয় (১৮৬০ খৃঃ); চুপ্ৰিম আৰু সদৰ আদালতৰ পৰিৱৰ্ত্তে কলিকতা, বোম্বে আৰু মাদ্ৰাজত তিনিখন হাইকোৰ্ট স্থাপন কৰা হয় (১৮৮১ খৃঃ); ভাৰতীয় পৰিষদ আইন (Indian Councils Act 1861) গৃহীত হয়; আয়কৰ (Income-Tax) নামে নতুন কৰ নিৰ্দ্ধাৰ্য হয়; কাগজৰ মুদ্ৰাৰ (Currency notes) প্ৰচলন হয়। ভাৰতীয় লোকক চিভিল চাৰ্ভিচৰ উচ্চপদত নিযুক্ত কৰা হয় আৰু তেওঁৰ উদ্যোগতে কলিকতা, বোম্বে আৰু মাদ্ৰাজত বিশ্ববিদ্যালয় স্থাপন হয়। কিন্তু সামৰিক বিভাগত ভাৰতীয় সৈন্যৰ সংখ্যা কমোৱা হয় আৰু তাৰ উচ্চ পদৰ পৰা ভাৰতীয় লোকক অপসৰণ কৰা হয়।

**লৰ্ড এলগিন** (১৮৬২—৬৩ খৃঃ) ভাৰতলৈ অহাৰ কিছুদিন পাচতেই এল্‌গিনৰ মৃত্যু হয়। এওঁৰ দিনৰ প্ৰধান ঘটনা হৈছে—হিৰাটত হোৱা যুদ্ধ বিগ্ৰহ। এতিয়ালৈকে ইংৰাজৰ লগত আফগানিস্তানৰ সম্বন্ধ ভালেই আছিল। পিচে হঠাৎ আফ্‌গানিস্থানৰ ৰজা দোস্ত মহম্মদে হিৰাট আক্ৰমণ কৰিলে (১৮৬২ খৃঃ)। হিৰাট এজন স্বাধীন শাসনকৰ্ত্তাৰ তলত আছিল। ইংৰাজৰ প্ৰতিবাদ আওকাণ কৰিও দোস্ত মহম্মদে হিৰাট দখল কৰিলে।

**চাৰ জন লৰেন্স** (১৮৬৪—৬৯ খৃঃ)—এল্‌গিনৰ মৃত্যুত পঞ্জাৱৰ শাসন কৰ্ত্তা চাৰ জন লৰেন্সক ভাইচৰয় নিযুক্ত কৰা হয়। তেওঁৰ দিনত ভুটীয়াসকলৰ সৈতে বৃটিছৰ সঙ্ঘৰ্ষ উপস্থিত হয়। ভুটীয়াসকলে বৃটিছ ৰাজ্যত উপদ্ৰৱ কৰা কাৰণেই এই অপ্ৰীতিকৰ ঘটনা ঘটে। শেষত, বছৰি কিছু টকাৰ পৰিৱৰ্ত্তে ভুটীয়াসকলে বৃটিছক 'দুৱাৰ' খণ্ড এৰি দিয়ে।

১৮৬৬ চনত উৰিষ্যাত প্ৰবল দুৰ্ভিক্ষই দেখা দিয়ে আৰু লক্ষ লক্ষ মানুহে অনাহাৰত প্ৰাণত্যাগ কৰে। লৰেন্সৰ অমনোযোগেই দুৰ্ভিক্ষৰ উৎপীড়ন এনে ভয়ঙ্কৰ কৰি তুলিলে; অৱশেষত দুৰ্ভিক্ষৰ কাৰণ তদন্ত কৰিবলৈ এটি কমিচন নিযুক্ত কৰা হয় (Famine Commission)। শাসন বিষয়তে লৰেন্স যথেষ্ট উৎসাহেৰে কাম কৰিছিল। পি, ডব্লিউ, ডি, (P. W. D.) আৰু পূৰ্ত্ত বিভাগত



ত্তেওঁ অনেক টকা-পইচা খৰচ কৰে; জমিদাৰৰ স্বাৰ্থৰ বিৰুদ্ধে ৰায়তৰ পক্ষ অৱলম্বন কৰে আৰু পঞ্জাৱ আৰু অযোধ্যাত টেনান্সি এক্ট (Tenancy Act) জাৰী কৰে (১৮৬৮ খৃঃ)।

**আফগান নীতি**—লৰেন্সে আফ্‌গানিস্থানৰ ভিতৰুৱা কাৰ্য্যত হস্তক্ষেপ কৰিবলৈ অনিচ্ছুক আছিল; সেই বাবে দোস্ত মহম্মদৰ মৃত্যুত সিংহাসনৰ বাবে অন্তৰ্কলহ উপস্থিত হলত তেওঁ কোনো প্ৰতিদ্বন্দ্বীকেই সহায় নকৰিলে; কিন্তু আমিৰ আলিয়ে প্ৰাধান্য লাভ কৰাত তেওঁকেই ন্যায়-সঙ্গত শাসনকৰ্ত্তা বুলি লৰেন্সে মানি লয়। লৰেন্সৰ এই নীতিক "সুনিপুণ নিষ্ক্ৰিয়তা" (Masterly Inaction) বোলা হৈছে; ইয়াৰ দ্বাৰা বৃটিছে আফগানিস্থানৰ প্ৰকৃত মিত্ৰতা হেৰুৱাইছিল।

**লৰ্ড মেয়ো** (১৮৬৯—৭২ খৃঃ)—মেয়োক দেশীয় ৰজাসকলে বৰ ভাল পাইছিল; তেওঁ দেশীয় যুৱৰাজসকলৰ শিক্ষাৰ কাৰণে আজমীৰত 'মেয়ো কলেজ' স্থাপন কৰে।

তেওঁ আয়কৰ আৰু লোণকৰ বৃদ্ধি কৰে আৰু "প্ৰাদেশিক চুক্তি" (Provincial Contracts) অনুসৰি প্ৰদেশবিলাকক কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ পৰা এটা নিৰ্দ্দিষ্ট পৰিমিত ধন দিয়া নিয়ম কৰিলে। সেই ধন খৰচ কৰাৰ ক্ষমতা সম্পূৰ্ণ ৰকমে প্ৰদেশবোৰৰ ওপৰতে থাকিল। এওঁৰ দিনত কৃষি আৰু বাণিজ্য বিভাগ স্থাপিত হয়। আন্দামানত এজন পাঠান বন্দীৰ ছুৰিৰ আঘাতত লৰ্ড মেয়োৰ মৃত্যু হয়।

**লৰ্ড নৰ্থব্ৰুক** (১৮৭২—৭৬ খৃঃ)—লৰ্ড নৰ্থব্ৰুকৰ শাসনকাল ঘটনাপূৰ্ণ নহয়। একমাত্ৰ উল্লেখযোগ্য ঘটনা হৈছে বৰোদাৰ গাইকোঁৱৰ মহলৰ ৰাৱৰ সিংহাসন চ্যুতি, আৰু বিহাৰৰ দুৰ্ভিক্ষ। গাইকোঁৱৰ উপযুক্ত শাসনকৰ্ত্তা নাছিল আৰু আৱশ্যকীয় শাসন-সংস্কাৰ কাৰ্য্যত পৰিণত কৰিব পৰা নাছিল। আনহাতে বৰোদাত থকা ইংৰাজ প্ৰতিনিধিক হত্যা কৰিব খোজা অপৰাধত তেওঁ বিচাৰৰ সম্মুখীন হবলগীয়া হৈছিল। বিচাৰত খালাচ হলেও

কুশাসনৰ কাৰণে তেওঁ সিংহাসনচ্যুত হয়। ১৮৭৫ চনৰ প্ৰিন্স অব্ ওৱেল্‌চে ভাৰতত পদাৰ্পণ কৰে।

**লৰ্ড লিটন** ( ১৮৭৬—১৮৮০ খৃ: )—পাৰ্লামেণ্টৰ আইন অনুসাৰে ( ১৮৭৬ খৃ: ) ইংলণ্ডৰ ৰাণীক 'ভাৰত সম্ৰাজ্ঞী' বুলি ঘোষণা কৰা হয়। এই ঘোষণাৰ ফলত দেশীয় ৰজাসকল আওপকীয়াভাৱে বৃটিছৰ অধীন হয়। এওঁৰ দিনত দাক্ষিণাত্যত ভীষণ দুৰ্ভিক্ষ হৈ অনেক জনহানি হয়। ভৱিষ্যতে দুৰ্ভিক্ষ নিবাৰণৰ কাৰণে এটি কমিচন গঠিত হয় ( ১৮৭৮ খৃ: )।

লৰ্ড লিটনৰ দিনত অবাধ বাণিজ্য নীতি (Free trade) আৰু প্ৰাদেশিক গৱৰ্ণমেণ্টৰ ৰাজহ বিষয় বিশেষ ক্ষমতাই বিস্তাৰ লাভ কৰে; ষ্টেটিউটৰি চিভিল চাৰ্ভিচৰ দ্বাৰা (Statutory Civil Service) ভাৰতবাসীক উচ্চ পদত নিযুক্ত কৰাৰ ব্যৱস্থা কৰা হয়। কিন্তু আনহাতে আকৌ দেশীয় ভাষাৰ বাতৰি কাকতৰ স্বাধীনতা ভালেখিনি হৰণ কৰা হয় (Vernacular Press Act )।

**দ্বিতীয় আফগান যুদ্ধ**—লিটনৰ আফগান নীতি অতি আক্ৰোশমূলক আছিল। আফগান শক্তিয়ে বৃটিছৰ মিত্ৰতা অগ্ৰাহ্য কৰিলে। সেইবাবে তাৰ ধ্বংস সাধন কৰাটোৱেই তেওঁৰ উদ্দেশ্য আছিল। লিটনে কোয়েটা অধিকাৰ কৰিলে। ১৮৭৮ খৃষ্টাব্দত আমিৰ চেৰ আলিয়ে ৰাচিয়াৰ দূতক সম্ভাষণ জনালে অথচ বৃটিছ মিচনক ফিৰাই পঠিয়ালে। তেতিয়া লিটনে যুদ্ধ ঘোষণা কৰিলে। চেৰ আলি পলাল আৰু কিছুদিন পিচতে তেওঁৰ মৃত্যু হয়; তেওঁৰ পুতেক ইয়াকুব খাঁক আমিৰ বুলি বৃটিছে মানি লয় আৰু দুয়ো পক্ষৰ মাজত সন্ধি স্থাপিত হয়। কিন্তু স্বাধীনতাকামী পাঠানসকলে তেওঁলোকৰ শাসনত বৃটিছ প্ৰভাব মানি লবলৈ টান পালে আৰু বৃটিছ ৰেচিডেণ্টক সপৰিয়ালে হত্যা কৰিলে। তেতিয়া ইংৰাজ সৈন্যই কান্দাহাৰ দখল কৰে আৰু কাবুলো তেওঁলোকৰ হস্তগত হয়। ইতিমধ্যে ইয়াকুব খাঁক বন্দী কৰা হৈছিল। লৰ্ড লিটনে তেতিয়া কাবুলৰ পৰা কান্দাহাৰ পৃথক কৰিবলৈকে জল্পনা-কল্পনা



ছিল। এনেতে তেওঁ ভাইচৰয় পদ ইস্তফা দিবলৈ বাধ্য হয় (১৮৮০ খৃ:)। ৰ পৰৱৰ্ত্তী ভাইচৰয় লৰ্ড ৰিপনৰ দিনত আফগানসকলেৰে সৈতে বৃটিছৰ তা স্থাপন হয় আৰু অনেক অন্তৰ্দ্বন্দ্বৰ পাচত চেৰ আলিৰ অন্যতম পুত্ৰ ৰ খাঁক পৰাস্ত কৰি আবদুৰ ৰহমান আমিৰ হয়।

### প্ৰশ্নমালা

১। ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধৰ কাৰণবিলাক বৰ্ণনা কৰা।

(Narrate the causes of the first war of India's indepen-ce.)

২। কোন কোন ভাৰতীয় নেতাই স্বাধীনতাৰ প্ৰথম যুদ্ধ চলাইছিল? কৈ ইংৰাজে এই বিপ্লৱ দমন কৰিছিল?

(Who were the Indian leaders that conducted the first r of independence? How did the British suppress thfs ss-rising ?)

৩। ৰাণী ভিক্টোৰিয়াৰ ঘোষণাৰ তাৎপৰ্য্য কি আছিল? লৰ্ড কেনিঙে কি শাসন-সংস্কাৰ প্ৰৱৰ্ত্তন কৰিছিল?

(What was the significance of the Queen's Proclamation? at administrative reforms were brought about by Lord nning ? )

৪। ভাইচৰয় হিচাপে চাৰ জন লৰেন্সে কি কি জনহিতকৰ কাম ছিল?

(What were the main events during the Viceroyalty of John Lawrence?)

৫। লৰ্ড লিটনৰ শাসন কালত কি উল্লেখযোগ্য ঘটনা ঘটিছিল? দ্বিতীয় ফগান যুদ্ধৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।

(Narrate the important events that took place when rd Lytton was the Viceroy of India. Describe the causes d results of the Second Afghan War.)

———

## সপ্তম অধ্যায়

# ভাৰতৰ শাসনতন্ত্ৰ ৰচনাৰ প্ৰথম অধ্যায়।

**লৰ্ড ৰিপন** (১৮৮০—৮৪ খৃঃ)—লৰ্ড ৰিপনৰ শাসনকাল উদাৰ ৰাজনীতিৰ কাৰণে প্ৰখ্যাত। ভাৰতীয় লোকৰ আশা-আকাঙ্ক্ষাৰ প্ৰতি তেওঁৰ সহানুভূতি আছিল। ইমানদিনে প্ৰজাৰ স্বত্ব আৰু সুখ-দুখৰ প্ৰতি শাসনকৰ্ত্তা সকল সম্পূৰ্ণ উদাসীন আছিল। ৰিপনে স্বায়ত্ত-শাসন বিষয়ত ভাৰতীয় লোকক অভিজ্ঞ কৰিবলৈ নানা প্ৰাথমিক সংস্কাৰ হাতত লৈছিল। শাসনভাৰ গ্ৰহণ কৰিয়েই তেওঁ লৰ্ড লিটনৰ আফগান নীতি পৰিহাৰ কৰে আৰু আমিৰৰ লৈতে মিত্ৰতা স্থাপন কৰে।

**সংস্কাৰ সমূহ [১] স্বায়ত্ত শাসন**—স্থানীয় স্বায়ত্ত-শাসন আইন (Local Self-Government Act) জাৰী কৰি ৰিপনে জিলা বোৰ্ড আৰু লোকেল বোৰ্ড স্থাপন কৰে। উক্ত অনুষ্ঠানবোৰক স্বাস্থ্য-ৰক্ষা, নিম্ন-প্ৰাইমাৰী শিক্ষা আৰু ৰাস্তা-ঘাট আদি স্থানীয় জনসাধাৰণৰ সমস্যা সমাধানৰ কাৰণে ক্ষমতা দিয়া হৈছিল। সম্ভৱপৰ হলে মিউনিচিপালিটিৰ চেয়াৰমেনজন কোনো ৰাজ-বিষয় ভোগ নকৰা মানুহক নিৰ্ব্বাচিত কৰিবলৈ নিয়ম কৰা হ'ল।

(২) **বাতৰি কাকতৰ স্বাধীনতা** (Freedom of the Press)—লৰ্ড লিটনে দেশীয় ভাষাৰ বাতৰি কাকতবিলাকত ৰাজনৈতিক প্ৰশ্ন সমালোচনা কৰিব নিদিছিল। ৰিপনে সেই ঘৃণনীয় আইন উঠাই দি বাতৰি কাকতৰ স্বাধীনতা ফিৰাই আনে।

(৩) 'শিক্ষা-কমিচন' নিযুক্ত কৰি প্ৰাইমাৰী আৰু ইংৰাজী শিক্ষাৰ ব্যৱস্থা উন্নত কৰা হয়।



(৪) ভাৰতীয় বিচাৰকক ইউৰোপীয় লোকৰ বিচাৰ কৰিবলৈকো ক্ষমতা দিয়া হয়। ইয়াৰ পূৰ্ব্বে নিজে ইউৰোপীয় নহলে কোনো বিচাৰকে ইউৰোপীয় লোকৰ বিচাৰ সুধিব নোৱাৰিছিল। বিচাৰ বিষয়ত ভাৰতীয় আৰু ইউৰোপীয় লোকৰ ভিতৰত জাতিগত যিবোৰ উচ্চ-নীচ ভাব আছিল, ইলবাৰ্ট বিলেৰে (Ilbert Bill) সেইবোৰ উঠাই দিয়া হয়; কিন্তু শ্বেতাঙ্গসকলৰ পৰা প্ৰবল আন্দোলন চলোৱাত, ইল্‌বাৰ্ট বিলৰ কিছু অংশ সংশোধন কৰা হয়। বঙ্গ আৰু অযোধ্যাৰ ৰায়তক উশাহ দিবৰ কাৰণে 'টেনান্সি এক্ট' (Tenancy Act) জাৰী কৰা হয় আৰু কাৰখানাৰ বনুৱাসকলক অত্যধিক পৰিশ্ৰমৰ পৰা ৰেহাই দিবৰ কাৰণে 'ফেক্টৰি এক্ট' (Factory Act) জাৰী কৰা হয়। ১৮৩১ চনত বেণ্টিঙ্কে মহীশূৰৰ ৰজাক সিংহাসনচ্যুত কৰিছিল; লৰ্ড ৰিপনে ৰজাৰ পোষ্যপুত্ৰক মহীশূৰ ৰাজ্য আকৌ ফিৰাই দিলে (১৮৮১ খৃঃ)।

**লৰ্ড ডাফৰিন্** (১৮৮৪—৮৮ খৃঃ)—১৮৮৫ খৃষ্টাব্দত আফগানিস্থান আৰু ৰাচিয়াৰ ভিতৰত এখন সৰু-সুৰা যুদ্ধ হয়। মিত্ৰতা-চুক্তিৰ কাৰণে ইংৰাজে ৰাচিয়াৰ বিৰুদ্ধে আফগানিস্থানৰ পক্ষে যুদ্ধত যোগ দিব লাগিছিল। কিন্তু ৰাজনৈতিক দূৰদৰ্শিতাৰে ডাফ্‌ৰিন সেই যুদ্ধৰ পৰা আঁতৰত থাকে আৰু সীমা নিৰ্দ্ধাৰণ কমিটিৰ দ্বাৰা সেই গণ্ডগোলৰ মীমাংসা কৰে। আমিৰ আবদুৰ ৰহমানক ৰাৱালপিণ্ডিৰ দৰবাৰত সন্মানিত কৰা হয়।

**ব্ৰহ্মদেশৰ লগত যুদ্ধ** (The Annexation of Burma)—মান ৰজা থিব'ই (Theebaw) ইংৰাজৰ বিৰুদ্ধে ফৰাচীসকলৰ লগত ষড়যন্ত্ৰ কৰিছিল। তদুপৰি তেওঁ বোম্বে আৰু ব্ৰহ্মদেশৰ বেপাৰী কোম্পানীৰ ওচৰত জৰিমনা লগাই আৰু তাৰ কৰ্ম্মচাৰীসকলক বন্দী কৰি ডাফ্‌ৰিনৰ খং তুলিলে। অৱশেষত যুদ্ধ ঘোষণা কৰা হ'ল আৰু প্ৰায় বিনা বাধাই বৃটিছে ব্ৰহ্মদেশ অধিকাৰ কৰে আৰু ১৮৬৬ চনত তাক বৃটিছৰ ৰাজ্যভুক্ত কৰে।

ডাফ্‌ৰিনে ভিতৰুৱা সংস্কাৰতো মনোযোগ দিছিল। তেওঁ গোৱালিয়ৰৰ সিন্ধিয়াক নিজ ৰাজ্য ঘূৰাই দিয়ে; বঙ্গদেশ, অযোধ্যা আৰু পঞ্জাৱত 'টেনান্সি

এক্ট' জাৰী কৰি ৰায়তৰ স্বত্ব বৃদ্ধি কৰিলে। এওঁৰ দিনত **'ভাৰতীয় জাতীয় কংগ্ৰেছ'** (Indian National Congress) স্থাপিত হয় (১৮৮৫ খৃঃ) আৰু এয়েই ভাৰতৰ জাতীয় জাগৰণৰ প্ৰথম সোপান। গণ-তান্ত্ৰিক শাসন সংস্কাৰ প্ৰৱৰ্ত্তনেই এই মহাসভাৰ উদ্দেশ্য আছিল। মিঃ হিউম্, দাদাভাই নৌৰজি, সুৰেন্দ্ৰনাথ বেনাৰ্জ্জী আৰু উমেশচন্দ্ৰ বেনাৰ্জ্জী আদি এই মহাসভাৰ প্ৰতিষ্ঠাতা আছিল।



উমেশচন্দ্ৰ বেনাৰ্জ্জী।

**লৰ্ড লেন্স্‌ডাউন** (১৮৮৮—৯৪ খৃঃ)—এওঁ উত্তৰ-পশ্চিম সীমান্ত ৰক্ষাৰ কাৰণে বিশেষ মনোযোগ দিয়ে। কাবুলৰ আমিৰৰ লগত ঘনিষ্ঠ মিত্ৰতা ৰক্ষা কৰে; হুঞ্জা (Hunza) আৰু নগৰ (Nagar) অধিকাৰ কৰি ফ্ৰন্টিয়াৰ অতি সুৰক্ষিত কৰে।

মণিপুৰ ৰাজ্যত উত্তৰাধিকাৰ সম্পৰ্কে গোলমাল হোৱাত অসমৰ চিফ্ কমিচনাৰে তাতে মীমাংসা কৰিবলৈ যায়। কিন্তু ষ্টেটৰ প্ৰধান সেনাপতিয়ে কমিচনাৰক হত্যা কৰে। তেতিয়া লেন্স্‌ডাউনে এদল সৈন্য পঠিয়াই মণিপুৰৰ সিংহাসনত ৰাজপৰিয়ালৰ সৰু ল'ৰা এজনক বহুৱায় আৰু তাত এজন ইংৰাজ ৰেচিডেণ্ট ৰখাৰ ব্যৱস্থা কৰে; প্ৰধান সেনাপতিৰ ফাঁচীৰ হুকুম হয়। কাশ্মীৰৰ মহাৰজাৰ পৰা সিংহাসন কাঢ়ি লোৱা হৈছিল কিন্তু ১৯০৫ খৃষ্টাব্দত তেওঁক ৰাজ্য প্ৰত্যৰ্পণ কৰা হয়। তেওঁৰ দিনত চিকিম, লুচাই আৰু চান্ ৰাজ্য বৃটিছৰ হাতলৈ আহে।



**সংস্কাৰ** (১) লৰ্ড ৰিপনৰ ফেক্টৰি এক্ট সংস্কাৰ সাধন কৰি লেন্স্‌ডাউনে বনুৱাৰ অৱস্থাৰ পুনৰ উন্নতি কৰে। (২) ভাৰতীয় পৰিষদ আইন (১৮৯২ খৃঃ) প্ৰৱৰ্ত্তন কৰা হয়। বৃটিছ পাৰ্লামেণ্টে এই আইনৰ দ্বাৰা ব্যৱস্থাপক সভাত বেচৰকাৰী সদস্যৰ সংখ্যা বৃদ্ধি কৰে। বিশ্ববিদ্যালয়, জিলা বোৰ্ড আদি অনুষ্ঠানৰ পৰা পৰিষদলৈ সদস্য পঠোৱা নিয়ম হয়। সভ্যসকলে ব্যৱস্থাপক সভাত গৱৰ্ণমেণ্টৰ আয়-ব্যয় সম্পৰ্কে আলোচনা আৰু শাসন বিষয়ে প্ৰশ্ন সুধিবৰ ক্ষমতা পালে।



লৰ্ড লেন্স্‌ডাউন।

**দ্বিতীয় লৰ্ড এলগিন**—(১৮৯৪—৯৯ খৃঃ)—এওঁ আমদানি পণ্য বস্তুৰ ওপৰত কৰ লগায়। এওঁৰ দিনতে আকালআৰু প্লেগৰ প্ৰকোপত অসংখ্য প্ৰজাৰ প্ৰাণ-হানি হয়। বোম্বে প্ৰদেশত প্ৰথমতে প্লেগ বেমাৰে দেখা দিয়ে (১৮৯৬ খৃঃ) আৰু পিচত ভাৰতৰ নানা ঠাইত বিয়পি পৰে। বিপদ অকলে নাহে। প্লেগৰ লগে লগে দুৰ্ভিক্ষৰ ক'লা ছাঁই ভাৰতবৰ্ষ ছাটি পেলায়। অকল দুৰ্ভিক্ষৰ কাৰণেই প্ৰায় ৭০ লাখ মানুহ মৰে। উত্তৰ-পশ্চিম সীমান্তৰ পাৰ্ব্বত্য জাতি কিছুমানৰ লগত ইংৰাজৰ যুদ্ধ হয় আৰু চিত্ৰল (Chitral) বৃটিছৰ অধিকাৰলৈ আহে। ১৮৯৭ খৃষ্টাব্দত ৰাণী ভিক্টোৰিয়াৰ 'হীৰক জয়ন্তী' পালন কৰা হয়; একে বছৰতে পূৰ্ব্ব-ভাৰতত এটা প্ৰলয়ঙ্কৰ ভূমিকম্প হয়। এই ভূমিকম্পত অসমৰ নানা ঠাইত ঘৰ-দুৱাৰ ভাগি যথেষ্ট ক্ষতি হয়। ওখ ঠাই দ হয় আন দ ঠাই ওপৰলৈ উঠি খেতি-বাতিৰ অপূৰণীয় লোকচান কৰে। এই ভূমিকম্পত বহুত প্ৰাণ-নাশ হৈছিল। মাটিৰ তলত পোত খাই অলেখ গৰু-গাই আৰু মানুহে প্ৰাণ হেৰুৱাই ছিল।

## প্রশ্নমালা

১। লর্ড ৰিপনৰ দিনৰ শাসন-সংস্কাৰবিলাক বিবৃতি কৰা।

(Describe fully the popular reforms introduced by Lord Ripon in India.)

২। টোকা লিখা :—(ক) ব্ৰহ্মদেশ ইংৰাজ-ৰাজ্যৰ লগত চামিল হোৱা, (খ) ভাৰতীয় জাতীয় কংগ্রেছ স্থাপন, (গ) লর্ড লেন্স্‌ডাউনৰ দিনৰ শাসন-সংস্কাৰ।

(Write short notes on—

(a) Annexation of Burma with the British Territories, (b) Founding of the Indian National Congress, (c) The reforms of Lord Lansdowne.)

———

## অষ্টম অধ্যায়

# ভাৰতৰ শাসনতন্ত্ৰ ৰচনাৰ দ্বিতীয় অধ্যায়।

**লর্ড কার্জ্জন** ( ১৮৯৯—১৯০৫ খৃঃ )—ভাৰতত আহিয়েই লর্ড কার্জ্জনে এক মহা দুর্ভিক্ষৰ লগত যুদ্ধ কৰিবলগীয়া হয় ( ১৮৯৯ খৃঃ ); তেওঁৰ সময়োপ-যোগী ব্যৱস্থাৰ কাৰণে অসংখ্য নৰ-নাৰী মৃত্যুৰ মুখৰ পৰা ৰক্ষা পৰে।

শাসনৰ সুবিধাৰ কাৰণে কার্জ্জনে সিন্ধু নদীৰ পশ্চিমে থকা সীমান্ত ৰাজ্য লগ লগাই উত্তৰ-পশ্চিম সীমান্ত প্রদেশ গঠন কৰে আৰু এজন চিফ্‌ কমিচনাৰৰ হাতত ইয়াৰ শাসনৰ ভাৰ অর্পণ কৰে।

আফ্‌গানিস্থানৰ আমিৰ আবদুৰ ৰহমানৰ পুতেক আৰু উত্তৰাধিকাৰী হবিবুল্লাৰ লগত লর্ড কার্জ্জনে বন্ধুতা স্থাপন কৰে; তেওঁক 'ৰজা' উপাধিৰে ভূষিত কৰা হয়। তিব্বতৰ দলৈ লামাৰ লগত ৰাচিয়াৰ বন্ধুতা স্থাপনৰ পূর্ব্বাভাস দেখি কার্জ্জনে লাচালৈ এদল বৃটিছ সৈন্য পঠিয়াই দিলে। লাচা



বৃটিছৰ হস্তগত হ'ল; পূর্ব্বৰ দলৈ লামাক খেদি তেওঁৰ উত্তৰাধিকাৰীৰে সৈতে সন্ধি কৰা হয় আৰু তিব্বত চিনৰ শাসনাধীন বুলি ধৰা হয়। কার্জ্জনে নিজামক ফুচুলাই বিৰাৰ প্রদেশ লাভ কৰে। আৰু দেশীয় ৰাজ্যসমূহৰ দ্বাৰা একোটি সৈন্যদল গঠন কৰায়, যাতে আৱশ্যক মতে তেওঁলোকে বৃটিছক সহায় কৰিব পাৰে।

**বঙ্গ-বিভাগ আৰু বঙ্গ-ভঙ্গ আন্দোলন**—বঙ্গদেশৰ আয়তন বৰ বহল দেখি আৰু এজন লেফ্‌টেনাণ্ট্‌ গৱর্ণৰে তাৰ শাসন চলোৱা দুষ্কৰ ভাবি, পূর্ব্ববঙ্গ আৰু অসম লগ লগাই এখন বেলেগ প্রদেশ কৰা হয় আৰু সেই নতুন প্রদেশৰ ৰাজধানী হয় ঢাকা। বঙ্গালীসকলৰ প্রভাব খর্ব্ব কৰিবলৈকে এই কার্য্য কৰা হৈছে বুলি বঙ্গবাসীসকলে বঙ্গদেশ দুডোখৰ কৰাৰ বিৰুদ্ধে তুমুল আন্দোলন চলায়; ইয়াকে স্বদেশী আন্দোলন বোলা হৈছিল। ইয়াৰ পাচত প্রধান সেনাপতিৰ লগত সামৰিক কাউন্সিল উঠোৱা বিষয়ে এটা প্রশ্নত মতদ্বৈধ উপস্থিত হোৱাত আৰু ভাৰতৰ সচিবেও সেনাপতিৰ পক্ষকেই সমর্থন কৰাত লর্ড কার্জ্জনে পদ ইস্তফা দিয়ে।

**সংস্কাৰ সমূহ**—লর্ড কার্জ্জনৰ দিনতে ভাৰতত স্বর্ণমান অনুষ্ঠিত হয় আৰু এক চভাৰিণৰ মূল্য পোন্ধৰ টকা নিৰূপিত হয়। লোণ-কৰ কমাই প্রায় আধা কৰা হয় আৰু অনূ্যন যিমান টকা হলে ইনকাম্‌-টেক্স লগাব লাগে, তাৰ সংখ্যা ভালেখিনি উঠাই দি সৰু-সুৰা ব্যৱসায়ী লোকক আয়-কৰৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিলে। ৰাজহ নিৰূপণ আৰু আদায় কৰা বিষয়ত কার্জ্জনে ৰায়তক নীতি-নিয়ম বহুখিনি ঢিলাই দিলে আৰু ৰায়তক টকা ধাৰে দিবলৈ সমবায় গাৱঁলীয়া বেঙ্ক (Co-operative Rural Banks) স্থাপন কৰিলে। পঞ্জাবৰ মহাজনসকলৰ হাতৰ পৰা ধকুৱা খেতিয়কক ৰক্ষা কৰিবৰ কাৰণে **পঞ্জাৱ ভূমি হস্তান্তৰ আইন** (The Punjab Land Alienation Act) জাৰী কৰা হয়। শিল্প আৰু বাণিজ্য বিষয়ৰ ভাৰ ভাৰতীয় শাসন-পৰিষদৰ এজন নতুন মেম্বাৰৰ হাতত দিয়া হয়; পুলিচ বিভাগৰ সংস্কাৰ আৰু

পূৰ্ত্ত বিভাগ আদিও কাৰ্জ্জনৰে শাসনৰ ফল। **১৯০৪ খৃষ্টাব্দত কাৰ্জ্জনে বিশ্ববিদ্যালয় আইন** (Universities Act) জাৰী কৰি ভাৰতীয় বিশ্ব-বিদ্যালয়বিলাকৰ ওপৰত গৱৰ্ণমেণ্টৰ প্ৰভাৱ স্থাপন কৰে ; এই আইনে সকলো প্ৰকৃত শিক্ষানুৰাগী লোকক অসন্তুষ্ট কৰি তুলিছিল। প্ৰাচীন কীৰ্ত্তিসমূহ ৰক্ষা কৰিবৰ কাৰণে ভাইচৰয়ে যি আইন কৰিলে, সি সঁচাকৈ প্ৰশংসনীয় ; তেওঁ কলিকতাত ইম্পিৰিয়েল লাইব্ৰেৰি স্থাপন কৰে। প্ৰাচীন কীৰ্ত্তি সংৰক্ষণৰ কাৰণে **আৰ্কিওলজিকেল চাৰ্ভে অৱ্ ইণ্ডিয়া** (Archaeological Survey of India) বিভাগো স্থাপন হয়।

**দ্বিতীয় লৰ্ড মিণ্টো** (১৯০৫—১০ খৃঃ)—পাশ্চাত্য শিক্ষা-দীক্ষাৰ ফলত ভাৰতীয় লোকৰ মনত গণতান্ত্ৰিক শাসন লাভ কৰাৰ আকাঙ্ক্ষা প্ৰবল হৈ উঠে। পাৰস্য, ভাৰতবৰ্ষ আৰু চীন-দেশ—সকলোতে এচিয়াৰ হেৰোৱা গৌৰৱ উদ্ধাৰ কৰাৰ হেপাহ আৰু উদ্যম জাগি উঠে। ৰুচ-জাপান যুদ্ধত জাপানৰ জয়লাভে সেই আশা আৰু উদ্যম দুগুণে জ্বলায়। ইফালে ভাৰতীয় জাতীয় মহাসভাৰ শক্তি দিনে দিনে বাঢ়ি আহে। এই সভাই স্বায়ত্ত-শাসনৰ বাবে গৱৰ্ণমেণ্টৰ ওচৰত কৰা দাবী পূৰণ কৰিবলৈকে এখন শাসন সংস্কাৰমূলক আইন প্ৰৱৰ্ত্তন কৰা হয়। এয়েই বিখ্যাত মৰ্লে-মিণ্টো সংস্কাৰ।


লৰ্ড মিণ্টো।

**মৰ্লে-মিণ্টো সংস্কাৰ**—(১৯০৯ খৃঃ)—এই আইনৰ দ্বাৰা কেন্দ্ৰীয় আৰু প্ৰাদেশিক শাসনত 'এক্সিকিউটিভ' আৰু ব্যৱস্থাপক সভাৰ সদস্যৰ সংখ্যা বৃদ্ধি কৰা হয়। মনোনয়ন প্ৰথাৰ ওচৰাওচৰিকৈ নিৰ্ব্বাচন প্ৰথাৰো প্ৰৱৰ্ত্তন কৰা হয় ; সম্প্ৰদায়ৰ ভিত্তিতে



সকলো জাতি আৰু সম্প্ৰদায়ৰে প্ৰতিনিধি পঠাবলৈ বিশেষ বন্দৱস্ত কৰা হৈছিল।

কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্যৰ সংখ্যা ২১-ৰ পৰা ৬০ কৰা হ'ল ; আনহাতে প্ৰাদেশিক ব্যৱস্থাপক সভাৰ সভ্য সংখ্যা দুগুণতকৈ বেছি কৰা হয়। মাদ্ৰাজ আৰু বোম্বেত এক্সিকিউটিভ কাউন্সিলৰ মেম্বাৰৰ সংখ্যা দুজনৰ ঠাইত চাৰিজন কৰা হয়। ভাইচৰয়ৰ এক্সিকিউটিভ কাউন্সিলতো এজন ভাৰতীয় সদস্য নিযুক্ত হয় আৰু সেই অনুসাৰে প্ৰাদেশিক এক্সিকিউটিভ কাউন্সিলতো ভাৰতীয় লোক নিয়োগ কৰা হয়। ভাৰত সচিবক পৰামৰ্শ দিবলৈ ইণ্ডিয়া কাউন্সিলতো দুজন ভাৰতীয় সভ্য লোৱা হয়। ব্যৱস্থাপক সভাৰ সভ্যসকলক বাজেটত ভোট দিয়াৰ ক্ষমতা নিদিলেও তাৰ আলোচনা কৰাৰ স্বত্ব দিয়া হয়।

মৰ্লে-মিণ্টো সংস্কাৰে জাতীয়তাবাদী লোকসকলক সন্তুষ্ট কৰিব নোৱাৰিলে। আনহাতে বঙ্গ-ভঙ্গ আন্দোলনৰ ফলস্বৰূপে উগ্ৰ-পন্থী ৰাজনৈতিক দল এটি ভাৰতবৰ্ষত গঠিত হ'ল। এওঁলোকে সশস্ত্ৰ বিপ্লৱৰ দ্বাৰা দেশ স্বাধীন কৰিবলৈ কঁকালত টঙালি বান্ধিলে। বহুতো ইংৰাজ কৰ্ম্মচাৰীক এওঁলোকে গুলী কৰি হত্যা কৰিলে। ইংৰাজ চৰকাৰেও কঠোৰ হাতেৰে এই বিপ্লৱী দল দমন কৰিবলৈ ঠিক কৰিলে। নামমাত্ৰ বিচাৰ কৰি বহুতক ফাঁচী দিলে। অলেখ লোকক যাৱজ্জীৱন কাৰাদণ্ড দিলে। তথাপি আন্দোলন নেথামিল। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনেহে এই আন্দোলনৰ গতি ফিৰালে।

**দ্বিতীয় লৰ্ড হাৰ্ডিঞ্জ** ( ১৯১০-১৫ খৃঃ )—**দিল্লীৰ দৰবাৰ**—লৰ্ড হাৰ্ডিঞ্জৰ শাসন-কালত সম্ৰাট আৰু সম্ৰাজ্ঞী ভাৰতলৈ আহিছিল আৰু দিল্লীৰ দৰবাৰত তেওঁলোকৰ অভিষেক ক্ৰিয়া সম্পন্ন হয়। সম্ৰাটৰ আজ্ঞামতে (১) সকলো বঙ্গ-ভাষা-ভাষী মানুহক বঙ্গদেশৰ তললৈ অনা হয় আৰু (২) ভাৰতৰ ৰাজধানী কলিকতাৰ পৰা দিল্লীলৈ স্থানান্তৰিত কৰা হয়। বিহাৰ, উৰিষ্যা আৰু ছোটনাগপুৰ মিলি এখন প্ৰদেশ আৰু অসমক এখন স্বকীয় প্ৰদেশ বুলি ধৰা হয়।

**লৰ্ড চেমচ্‌ফোৰ্ড** (১৯১৬-২১ খৃ:)—লৰ্ড চেমচ্‌ফোৰ্ড ভাৰতলৈ আহি দেখিলে চাৰিওফালে বিপদৰ ছাঁ। সকলো বস্তুৰে দাম অতিপাত চৰিছে, অনেক কল-কাৰখানাত ধৰ্ম্মঘট আৰম্ভ হৈছে আৰু নানা ৰকমৰ গণ্ডগোলৰ সীমা নাই। ভাৰতীয় প্ৰজাৰ ৰাজ-নৈতিক জাগৰণক জোৰেৰে দমাবলৈ **ৰাওলাট আইন** (Rowlatt Act) প্ৰৱৰ্ত্তন কৰা হয়। এই দমনমূলক নীতিৰ বিৰুদ্ধে প্ৰবল আন্দোলন চলিল। পঞ্জাৱ আদি ঠাইত অনেক সঙ্ঘৰ্ষ উপস্থিত হোৱাত দমন নীতিৰ কোব আকৌ চৰিলহে। এই নীতিৰ চৰম পৰিণতি ঘটে অমৃতচৰৰ **জালিয়ান-ওৱালাবাগৰ হত্যাকাণ্ডত** (১৯১৯ চনৰ ১৩ এপ্ৰিল); নিৰস্ত্ৰ অসহায় জনতাৰ ওপৰত গুলীবৰ্ষণ কৰি সেনাপতি ডায়াৰে (General Dyer) সামৰিক বৰ্ব্বৰতাৰ পৰিচয় দিলে। এই পৈশাচিক হত্যাকাণ্ডত প্ৰায় দুহেজাৰ নৰ-নাৰী আহত আৰু মৃত হয়; ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ এই শোকৰ কাহিনী প্ৰচাৰ হলত প্ৰতি ভাৰতীয় লোকৰ তেজ চঞ্চল হৈ উঠিল। কংগ্ৰেছৰ অসহযোগ আন্দোলন (Non-Co-operation Movement) আৰম্ভ হ'ল আৰু হেজাৰ হেজাৰ নৰ-নাৰীয়ে হাঁহিমুখে দেশৰ হকে কাৰাবৰণ কৰিলে। ইফালে মুছলমান সকলৰ খিলাফৎ আন্দোলনো লগে লগে আৰম্ভ হ'ল।



লৰ্ড চেমচ্‌ফোৰ্ড।

**মণ্টেগু-চেমচ্‌ফোৰ্ড শাসন-সংস্কাৰ—ভাৰতীয় শাসন আইন** (১৯১৯ খৃ:) ভাৰতীয় লোকৰ ঘনীভূত অসন্তোষ দমাবলৈ হলে শাসনতন্ত্ৰৰ পৰিবৰ্ত্তন নহলে নহয়, এই কথা বৃটিছ শাসকসকলেও বুজিলে। তদুপৰি পৃথিৱীব্যাপী মহাসমৰত ভাৰতে অৰ্থবল আৰু জনবলেৰে বৃটিছক সহায়



কৰিছিল। এই সকলো কথা গমি-পিতি অৱশেষত ভাৰত সচিব মিঃ মণ্টেগুৱে এটি ঘোষণা প্ৰচাৰ কৰিলে (১৯১৭ খৃষ্টাব্দৰ ২০ আগষ্ট তাৰিখে)। তেওঁ দুটি কথাত বিশেষ জোৰ দিলে—(১) "শাসনকাৰ্য্যৰ প্ৰতি বিভাগতে ভাৰতীয় লোকৰ ক্ৰম-বৰ্দ্ধমান সহযোগ" (The increasing association of Indians in every branch of administration) আৰু (২) "বৃটিছ-সাম্ৰাজ্যৰ অপৰিহাৰ্য্য অঙ্গ-স্বৰূপে, ভাৰতত দায়িত্ব-পূৰ্ণ শাসনপ্ৰণালীৰ ক্ৰম-পৰিণতিকেই উদ্দেশ্য কৰি স্বায়ত্ত-শাসন-মূলক অনুষ্ঠানসমূহৰ ক্ৰম-বিকাশ" (The gradual development of self-governing institutions with a view to the progressive realisation of responsible government in India as an integral part of the British Empire)।

মিঃ মণ্টেগু ভাৰতলৈ আহিছিল আৰু ভাইচৰয় লৰ্ড চেমচ্‌ফোৰ্ডৰ লগত পৰামৰ্শ কৰি এটি ৰিপোৰ্ট প্ৰকাশ কৰিলে (Montague-Chelmsford Report)। ১৯১৯ চনৰ ভাৰত শাসন আইন এই ৰিপোৰ্টৰে ফল। ১৯২১ চনৰপৰা এই আইন ভাৰতত প্ৰৱৰ্তিত হয় আৰু ইয়াৰ দ্বাৰা শাসন প্ৰণালীত কেইটিমান উল্লেখযোগ্য পৰিবৰ্ত্তন সাধিত হয়—(১) প্ৰাদেশিক শাসনত শাসন-বিভাগবোৰক 'হস্তান্তৰিত' (Transferred) আৰু 'সংৰক্ষিত' (Reserved) এই দুই ভাগত ভগোৱা হয়; 'হস্তান্তৰিত বিভাগ' ভাৰতীয় নিৰ্ব্বাচিত মন্ত্ৰি-মণ্ডলীৰ দ্বাৰা আৰু 'সংৰক্ষিত বিভাগ' গৱৰ্ণৰৰ এক্সিকিউটিভ কাউন্সিলৰ দ্বাৰা চলোৱা ব্যৱস্থা হ'ল। (২) ব্যৱস্থা পৰিষদৰ সদস্যৰ সংখ্যা বৃদ্ধি কৰা হ'ল আৰু মনোনীত সদস্যতকৈ নিৰ্ব্বাচিত-সদস্যৰ সংখ্যা সৰহ হ'ল। মন্ত্ৰিমণ্ডলী ব্যৱস্থা পৰিষদৰ আস্থা-সাপেক্ষ হ'ল অৰ্থাৎ ব্যৱস্থা পৰিষদে অনাস্থা প্ৰকাশ কৰিলে মন্ত্ৰীসকল গদীৰ পৰা পপিয়াতবাৰ দৰে খহি পৰিব। (৩) প্ৰাদেশিক বাজেটত ব্যৱস্থা পৰিষদে ভোট দিয়াৰ অধিকাৰ পালে। (৪) প্ৰাদেশিক বাজেটত ব্যৱস্থা পৰিষদ ভাঙি দুখন কৰা হ'ল (ক) ৰাষ্ট্ৰীয় পৰিষদ (Council of State) আৰু (খ) ব্যৱস্থাপক সভা (Legislative

Assembly)। (৫) কেইটামান আৱশ্যকীয় কথাৰ বাহিৰে বাকী বিষয়ত বাজেটত ভোট দিয়াৰ অধিকাৰ ভাৰতীয় কাউন্সিলৰ সভ্যসকলেও পালে। কিন্তু পৰিষদে অগ্ৰাহ্য কৰা ব্যয় আদিও গৱৰ্ণৰ জেনেৰেলে ইচ্ছা কৰিলে মঞ্জুৰ কৰিব পৰা ব্যৱস্থা থাকিল।

'হস্তান্তৰিত' আৰু 'সংৰক্ষিত' এই দুতৰপীয়া শাসনে (Diarchy বা দ্বৈত শাসন) কোনো ভাৰতীয় প্ৰজাকে সন্তুষ্ট কৰিব নোৱাৰিলে। কাৰণ প্ৰকৃত শাসনভাৰ এতিয়াৰ শ্বেতাঙ্গসকলৰ হাতত থাকিল।

**লৰ্ড ৰিডিং** (১৯২১-২৬ খৃঃ)—এওঁৰ দিনত স্বৰ্গীয় মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাশ আৰু দেশভক্ত তৰুণ ৰাম ফুকনৰ চেষ্টাত কংগ্ৰেছৰ ভিতৰতে স্বৰাজ্য পাৰ্টিৰ গঠন হয়। এওঁলোকে ব্যৱস্থাপক সভাত প্ৰবেশ কৰিলে হয়, কিন্তু মন্ত্ৰিত্ব গ্ৰহণ নকৰিলে; কাৰণ এখেতসকলৰ উদ্দেশ্য আছিল ব্যৱস্থাপক পৰিষদৰ ভিতৰত থাকিও ১৯১৯ চনৰ ভাৰত শাসন আইনৰ বিৰোধিতা কৰা। এই সময়তেই মহাত্মা গান্ধীক ফাটেক দিয়া হয় আৰু 'ৰাওলাট আইন' প্ৰত্যাহাৰ কৰা হয়।



লৰ্ড আৰ্‌উইন।

**লৰ্ড আৰ্‌উইন** (১৯২৬—৩১ খৃঃ)—আৰ্‌উইনৰ দিনৰ সৰ্ব্বপ্ৰধান ঘটনা হৈছে বৃটিছ পাৰ্লামেণ্টৰ দ্বাৰা 'চাইমন কমিচন' নিয়োগ (Simon Commission) ১৯২৮ খৃঃ। ভাৰতক দায়িত্বপূৰ্ণ শাসন দান কৰাৰ উপায় আৰু ব্যৱস্থা অনুসন্ধান কৰিবলৈ এই কমিচন ভাৰতলৈ পঠোৱা হয়। পিচে এই কমিচনে ভাৰতৰ কোনো ৰাজনৈতিক দলৰেই সহানুভূতি আকৰ্ষণ কৰিব নোৱাৰিলে, কাৰণ কোনো ভাৰতীয় লোককে এই কমিচনৰ সদস্য নিযুক্ত কৰা হোৱা নাছিল। কমিচনৰ ৰিপোৰ্টৰ পাচত



ভাৰতৰ নানা দল-ভুক্ত মানুহক গোট খুৱাই "ঘূৰণীয়া মেজমেল" (Round Table Conference) বহুৱা হয় (১৯৩০ খৃঃ)। কংগ্ৰেছে এই বৈঠক বৰ্জ্জন কৰিলে আৰু দ্বিতীয় 'অসহযোগ আন্দোলন' চলালে। আৰ্‌উইনে অতি দক্ষতাৰে এই আন্দোলনৰ গতি নিৰীক্ষণ কৰিছিল আৰু অৱশেষত কংগ্ৰেছৰ কৰ্ণধাৰ গান্ধীজীৰ লগত তেওঁৰ এখন চুক্তি হয়। এয়েই বিখ্যাত "গান্ধী-আৰ্‌উইন চুক্তি" (Gandhi-Irwin-Pact)।

**লৰ্ড উইলিংডন** (১৯৩১-৩৬ খৃঃ)—এওঁৰ দিনতে ১৯৩৫ চনৰ "ভাৰত শাসন আইন" বৃটিছ পাৰ্লামেণ্টত গৃহীত হয়।

**শাসনতন্ত্ৰ সংস্কাৰ**—নতুন ভাৰত শাসন আইনৰ ফলস্বৰূপে শাসনতন্ত্ৰত দুটি ডাঙৰ পৰিৱৰ্ত্তন আহিল—(১) বৃটিছ শাসিত প্ৰদেশ আৰু দেশীয় ৰাজ্যসমূহ লগ কৰি এখন "মিলিত ভাৰতীয় ৰাষ্ট্ৰীয় সঙ্ঘ" (All-India Federation) গঠনৰ আঁচনি কৰা হয়। উপযুক্ত সংখ্যক দেশীয় ৰজাই ইচ্ছানুক্ৰমে ৰাষ্ট্ৰসঙ্ঘত যোগ দিলে ফেডাৰেচন আৰম্ভ হব বুলি ঘোষণা কৰা হৈছিল। কিন্তু সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰীয় সঙ্ঘ গঠনৰ পদ্ধতিত ভাৰতৰ কোনো ৰাজনৈতিক অনুষ্ঠানেই সন্মতি নিদিলে। ৰাষ্ট্ৰীয় সঙ্ঘ প্ৰৱৰ্ত্তিত হলে উমৈহতীয়া দায়িত্বপূৰ্ণ মন্ত্ৰিসভা (Cabinet of collective responsibility) আৰু তিনিজন উপদেষ্টাৰ সহায়ত গৱৰ্ণৰ জেনেৰেলে শাসন চলোৱা ব্যৱস্থা আছিল। এটা ফেডাৰেল ব্যৱস্থাপক সভা (Federal Legislature) গঠন কৰাৰ প্ৰস্তাৱো এই আইনত সন্নিবিষ্ট আছিল। 'ফেডাৰেল কোৰ্ট' (Federal Court) এখন ইতিমধ্যে স্থাপন কৰা হ'ল। পৰৰাষ্ট্ৰ শান্তিৰক্ষা আৰু দেশ-ৰক্ষা, অৰ্থবিভাগ আদি কেইটামান অত্যাৱশ্যকীয় বিষয়ত মন্ত্ৰিসভাৰ কোনো হাত নাথাকিব কিন্তু বাকী বিষয় মন্ত্ৰীসকলেই চলাব; মন্ত্ৰীসকলক ফেডাৰেল ব্যৱস্থাপক সভাৰ নিৰ্ব্বাচিত সভ্যসকলৰ পৰাই গৱৰ্ণৰ জেনেৰেলে নিযুক্ত কৰিব। ফেডাৰেল ব্যৱস্থাপক সভাৰ দুটি ভাগ থাকিব—(১) কাউন্সিল অব্ ষ্টেট আৰু ফেডাৰেল এচেম্‌ব্লি। এচেম্‌ব্লিৰ মুঠ ৪১০ জন সভ্যৰ ভিতৰত ১৭৫

জনেই দেশীয় ৰজাসকলৰ মনোনীত সভ্য। দেশীয় ৰাজ্যৰ প্ৰতিনিধিৰ সংখ্যা লোকসংখ্যানুপাতত অত্যধিক হোৱাত বৃটিছ প্ৰদেশৰ প্ৰজাসকল অসন্তুষ্ট হোৱাৰ যথেষ্ট কাৰণ আছিল। কাউন্সিল অব্ ষ্টেটৰ মুঠ সদস্য সংখ্যা ২৬০ জন।

(২) প্ৰদেশবিলাকত স্বায়ত্ত-শাসন প্ৰবৰ্ত্তন কৰা হ'ল (১৯৩৭ চনৰ ১ এপ্ৰিল)। তাত আগৰ দ্বৈত-শাসন উঠাই দিয়া হ'ল। গতিকে আগৰ গবৰ্ণৰসকলৰ এক্সিকিউটিভ কাউন্সিলে চলোৱা বিষয়বিলাকো এতিয়া প্ৰাদেশিক মন্ত্ৰিমণ্ডলীয়ে চলোৱাৰ ব্যৱস্থা কৰা হ'ল। মন্ত্ৰীসকলো প্ৰাদেশিক ব্যৱস্থাপক সভাৰ (Legislative Assembly) নিৰ্ব্বাচিত সভ্য। প্ৰাদেশিক ব্যৱস্থাপক সভাৰো দুটি পৰিষৎ (১) লেজিচলেটিভ এচেম্ব্লি আৰু (২) লেজিচলেটিভ্ কাউন্সিল। নতুনকৈ গঠিত হোৱা বিহাৰ, উৰিষ্যা আৰু সিন্ধুক লৈ এঘাৰখনৰ প্ৰদেশত নতুন শাসন প্ৰবৰ্ত্তন কৰিবলৈ ঠিক কৰা হয়। বাকীবোৰ প্ৰদেশৰ শাসন-ভাৰ উপদেষ্টাৰ সহায়ত গবৰ্ণৰসকলে চলাইছিল।

### প্ৰশ্নমালা

১। লৰ্ড কাৰ্জ্জনৰ শাসন-সংস্কাৰ সমূহ বৰ্ণোৱা।

(Describe the administrative reforms brought about by Lord Curzon.)

২। মৰ্লে-মিণ্টো সংস্কাৰৰ গুৰি কথা কি? এই সংস্কাৰৰ প্ৰধান প্ৰধান কথা কেইটি বৰ্ণনা কৰা।

(Describe the events leading to the Morley-Minto reforms. What were the main points of these reforms?)

৩। কি ঘটনাৰ আলম লৈ জালিয়ান-ওৱালাবাগৰ হত্যাকাণ্ড অনুষ্ঠিত হৈছিল। তাৰ ফলাফল উল্লেখ কৰা।

(What led to the massacre of the Jallian-wallabagh? What were the results?)



৪। মণ্টেগু-চেমচ্ফোৰ্ডৰ শাসন-সংস্কাৰ বিশদভাৱে আলোচনা কৰা।

(Discuss in details the reforms proposed in the Mantague-Chelmsford Report.)

৫। কি কাৰণে "চাইমন কমিচন" নিযুক্ত কৰা হৈছিল? তাৰ ফলাফল কি হৈছিল বাৰু?

(Why was the Simon Commission appointed? What were the results?)

৬। ১৯৩৫ চনৰ "ভাৰত শাসন আইনৰ" দ্বাৰা কি কি শাসন-সংস্কাৰৰ পৰিকল্পনা কৰা হৈছিল? এই আইন সম্পূৰ্ণ ভাবে কাৰ্য্যত পৰিণত কৰা হৈছিল নে?

(What reforms were proposed by the India Act of 1935? Was this Act fully put into effect?)

---

## নৱম অধ্যায়

# বৃটিছ শাসনৰ তলত ভাৰতত শিক্ষা-দীক্ষাৰ বিস্তাৰ।

দেশীয় ৰজাসকলৰ হাতৰ পৰা বৃটিছ শাসনৰ তললৈ অহাৰ এই মধ্যৱৰ্ত্তী দীঘলীয়া কালছোৱাত ভাৰতীয় শিক্ষা-দীক্ষাৰ চৰম অধঃপতন হয়। প্ৰাচীন ভাৰতত শিক্ষিত লোকৰ সংখ্যা যিমান আছিল, মুছলমান ৰজাসকলৰ তলত তাতকৈ বহু কম আৰু বৃটিছ ৰাজত্বৰ প্ৰথম ভাগত ভাৰত অজ্ঞান-অন্ধকাৰত ডুব যাবলগীয়া হয়। বৃটিছ শাসন ক্ৰমে সুপ্ৰতিষ্ঠিত হলত শিক্ষাৰ প্ৰতিও

শাসকসকলৰ দৃষ্টি পৰে। এই বিষয়ত আগৰণুৱা বুলিব পাৰি লৰ্ড উইলিয়ম বেন্টিঙ্কক। ১৮১৩ চনৰ চনদ আইন মতে সৰ্ব্বপ্ৰথমে গৱৰ্ণমেণ্টে শিক্ষা বিষয়ত ব্যয়-নিৰ্ব্বাহ কৰিবলৈ ওলালেও শিক্ষা-বিস্তাৰৰ প্ৰথম উদ্যগনি আৰম্ভ বেন্টিঙ্কৰ পৰা। মিচনাৰি চাহাবসকলেও ভাৰতত ইংৰাজী-শিক্ষা বিস্তাৰত কম কাম কৰা নাই। "শিক্ষা-বিষয়ক আদেশ-পত্ৰ"ৰ ( Education Despatch of 1854) দ্বাৰা লৰ্ড ডেলহাউচিৰ দিনতে শিক্ষা-প্ৰণালীৰভেটি ৰচনা হৈছিল। ১৮৫৭ খৃঃ লৰ্ড কেনিঙৰ আমোলত কলিকতা, বোম্বে আৰু মাদ্ৰাজত বিশ্ববিদ্যালয় স্থাপিত হয়। সেই দিনৰ পৰা বিশ্ববিদ্যালয়ৰ সংখ্যা বাঢ়ি গৈ আজি ভাৰতত ৪৯খন বিশ্ববিদ্যালয় স্থাপন হৈছে। যদিও ভাৰতৰদৰে বিশাল দেশ এখনৰ পক্ষে ই যথেষ্ট নহয়। লৰ্ড ৰিপনৰ দিনত স্বায়ত্ত-শাসনমূলক প্ৰতিষ্ঠানসমূহ স্থাপিত হলত সিবিলাকৰ ওপৰত প্ৰাথমিক শিক্ষা বিস্তাৰৰ আৰু পৰিচালনাৰ ভাৰ দিয়া হয়। লৰ্ড কাৰ্জ্জনৰ "বিশ্ববিদ্যালয় বিষয়ক আইন"ৰ দ্বাৰা (১৯০৪ খৃঃ) ভাৰতৰ কেইবাখনো বিশ্ববিদ্যালয় গঠিত হৈছিল। অৱশ্যে কাৰ্জ্জনৰ এই আইনে বিশ্ববিদ্যালয়ৰ ভালেখিনি স্বাধীনতা হৰণ কৰি তাত গৱৰ্ণমেণ্টৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। চেদ্লাৰ কমিচনৰ ৰিপোৰ্ট অনুযায়ী কেইবাখনো বিশ্ববিদ্যালয় পুনৰ্গঠিত হৈছিল। ১৯১৯ চনৰ শাসন-তন্ত্ৰ প্ৰবৰ্ত্তনৰ পিচৰ পৰা শিক্ষা বিষয়ৰ ভাৰ ভাৰতীয় মন্ত্ৰীসকলৰ হাতত পৰিল। তেওঁলোকে কেইবাখনো প্ৰদেশত বাধ্যতামূলক প্ৰাথমিক শিক্ষা দানৰ ব্যৱস্থা আৰম্ভ কৰিলে। শিল্প-বিদ্যাৰ উন্নতিৰ কাৰণে ইঞ্জিনিয়াৰিং স্কুল, কলেজ আৰু পলিটেক্নিক্ বিদ্যালয় স্থাপন কৰা হ'ল। চিকিৎসা-শাস্ত্ৰ অধ্যয়নৰ কাৰণে মেডিকেল স্কুল আৰু কলেজ ঠায়ে ঠায়ে পতা হ'ল। আইন আৰু সামৰিক শিক্ষাৰ বাবে আইন আৰু সামৰিক কলেজৰো ব্যৱস্থা কৰা হ'ল। কেইবাখনো প্ৰদেশত সুকুমাৰ কলা অধ্যয়নৰ কাৰণে আৰ্টচ স্কুল আৰু কলেজ প্ৰতিষ্ঠা কৰা হ'ল। কলিকতাত ইম্পিৰিয়েল লাইব্ৰেৰি আৰু ভাৰতীয় যাদুঘৰ স্থাপিত হোৱাত ভাৰতৰ ইতিহাস সম্পৰ্কে গৱেষণা কৰাত যথেষ্ট সুবিধা হ'ল। লাহে



লাহে স্ত্ৰী-শিক্ষাৰ আন্দোলনে চৰকাৰ আৰু সমাজ—উভয়ৰে দৃষ্টি আকৰ্ষণ কৰিলে। প্ৰতি প্ৰদেশতে কম-বেছি পৰিমাণে স্ত্ৰী-শিক্ষাৰ বাবে স্কুল আৰু কলেজ স্থাপিত হ'ল।

ওপৰত কোৱা কথাখিনিৰ পৰা মনত এটি প্ৰশ্নৰ উদয় হয়। যদি বৃটিছৰ অধীনত অতবোৰ নানা বিষয়ৰ বিদ্যালয় আৰু বিশ্ববিদ্যালয় স্থাপিত হৈছিল, তেনেহলে আমি কিয় কওঁ যে ইংৰাজৰ অধীনত শিক্ষা-দীক্ষা, বেপাৰ-বাণিজ্য সকলো বিষয়তে আমাৰ উন্নতিৰ পথত হেঙাৰ বন্ধা হৈছিল? কোনো বিদেশী জাতিয়ে নিজৰ তলতীয়া দেশৰ উন্নতি নিবিচাৰে। পৰাধীন জাতিয়ে যিমান সোনকালে আৰু যি পৰিমাণে উন্নতি কৰে, ঠিক তিমান বেগেৰে আৰু সেই পৰিমাণে সাম্ৰাজ্যবাদী জাতিৰ শোষণ কমি আহে। ইংৰাজে ভাৰতবৰ্ষ দখল নকৰাহেঁতেন আমাৰ প্ৰগতিৰ বেগ আৰু পৰিমাণ বহুত বেছি হ'লহেঁতেন; তাৰ প্ৰমাণ পাবলৈ বেছি দূৰলৈ যাব নালাগে। স্বাধীনতাৰ পিচত যোৱা কুৰি বছৰৰ ভিতৰতে ভাৰতবৰ্ষই শিক্ষা-দীক্ষা, কল-কাৰখানা স্থাপন, কৃষি-উদ্যোগ আদি বিষয়ত যিমান দূৰ আগুৱালে ইংৰাজৰ দেৰ শ বছৰীয়া শাসনৰ তলতো সিমান আগুৱাব পৰা নাছিল; তাৰোপৰি পৃথিৱীৰ ভিতৰতে ভাৰতবৰ্ষ আজি এখন লেখত লবলগীয়া দেশ বুলি প্ৰমাণিত হৈছে। এই সকলোৰে গুৰিত হৈছে—ভাৰতবৰ্ষই নতুনকৈ অৰ্জ্জা স্বাধীনতা।

তথাপি ইংৰাজৰ শাসনৰ তলতো আমাৰ যি লাভালাভ হৈছিল তাক উলাই কৰিব নেলাগে। ইংৰাজৰ দৰে বুদ্ধিমান জাতি এটাই এই কথা নিশ্চয় উপলব্ধি কৰিছিল যে ভাৰতবৰ্ষৰ দৰে দেশ এখনক সদায় পৰাধীন কাৰ ৰাখিব নোৱাৰি। সেয়ে, শাসনৰ লগে লগে তেওঁলোকে মন্থৰ গতিত হলেও যথেষ্ট ভাল কামো কৰিছিল। ডেলহাউচিৰ দিনৰ পৰাই ভাৰততো বৈষয়িক উন্নতিৰ ঢৌ সোমাইছিল বুলি কব পাৰি। বিশাল ৰাজপথ, ৰেল, জাহাজ, টেলিগ্ৰাফ, টেলিফোন, ডাকবিভাগ আদি ইংৰাজ শাসনৰ তলতেই প্ৰৱৰ্ত্তিত হৈছিল। জন-সাধাৰণৰ স্বাস্থ্যৰ প্ৰতিও চৰকাৰে কিছু যত্ন লৈছিল। চৰকাৰী

ডাক্তৰখানা ঠায়ে ঠায়ে স্থাপন কৰা হৈছিল। আৰু গাৱেঁ-ভূঁয়ে দাতব্য ঔষধালয় স্থাপিত হৈছিল। ইয়াৰ ফল-স্বৰূপে ভাৰতত মাৰি মৰকৰ সংখ্যা কমি আহিছিল।

এটি কথা স্পষ্টকৈ অনুমান কৰিব পাৰি—ইংৰাজ শাসনৰ পৰা আমি পোনপটীয়াকৈ যিমান উপকাৰ পাইছোঁ, তাতকৈ বেছি উপকাৰ পাইছোঁ আওপকীয়া ভাবে। গ্ৰীক, শক, হূন, পাঠান, মোগল আদি কত বিদেশী জাতিয়ে ভাৰতবৰ্ষ আক্ৰমণ কৰিছিল আৰু ইয়াত ৰাজ্য-স্থাপন কৰিছিল। কিন্তু তেওঁলোকৰ আক্ৰমণে সমগ্ৰ ভাৰতবৰ্ষক একোটি শাসনৰ তললৈ অনা নাছিল। প্ৰাচীন কালত ভাৰতবৰ্ষত সাম্ৰাজ্য স্থাপন হৈছিল সঁচা ; কিন্তু সেয়া আছিল ভাৰতীয় সম্ৰাটৰ তলত। ইংৰাজৰ সৰ্ব্ব-ভাৰতীয় শাসনৰ তলত আমাৰ চৈতন্য উদয় হ'ল। কঠোৰ বৃটিছ শাসন-যন্ত্ৰৰ চেপাত আমাৰ জাতীয়তাবোধ জাগি উঠিল ; আমি অনুভৱ কৰিলোঁ যে আমাৰ দেশ আকাৰত বিশাল হলেও, ইয়াৰ জনসংখ্যা বহুল হলেও আৰু জাতীয় সম্পদৰ গুৰি বহুমুখী হলেও, একতাৰ অভাৱত আমাৰ বাৰে বাৰে পতন হৈছে। আমি যেন আমাৰ হেৰোৱা আত্মা বিচাৰি পালোঁ। এই আত্মবোধ আৰু আত্মাভিমান-পূৰ্ণ ভাব জগাই তুলি আমাক স্বাধীনতাৰ পথলৈ লৈ আহিছিল মহাত্মা গান্ধীয়ে।

### প্ৰশ্নমালা

১। বৃটিছৰ অধীনত ভাৰতত শিক্ষা-দীক্ষা আৰু বেপাৰ-বণিজৰ বিস্তাৰ কেনেকৈ হৈছিল তাৰ আভাস দিয়া।

( Give an idea how education and trade spread in India under the British rule. )

## দশম অধ্যায়

# স্বাধীনতাৰ শেষ যুদ্ধ।

লৰ্ড লিন্‌লিথগো ( ১৯৩৬-১৯৪৩ খৃঃ )—প্ৰদেশবিলাকত কংগ্ৰেছৰ দ্বাৰা শাসনভাৰ গ্ৰহণ—দ্বিতীয় মহাসমৰ ( ১৯৩৯-৪৫ )—কংগ্ৰেছৰ শাসনভাৰ ত্যাগ—ব্যক্তিগত সত্যাগ্ৰহ ১৯৪১—ষ্টাফোৰ্ড ক্ৰিপচৰ ভাৰত আগমন (১৯৪২ খৃঃ) আৰু কংগ্ৰেছ আৰু মুছলিম লীগৰ লগত আলাপ-আলোচনা—নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বে-অধিবেশন—১৯৪২ চনৰ আগষ্ট মাহ—ভাৰতৰ জাতীয় নেতাসমূহ গ্ৰেপ্তাৰ ; ৯ আগষ্ট—বিয়াল্লিচৰ গণ-বিপ্লৱ—লৰ্ড ওৱাভেল—বৃটিছ মন্ত্ৰিসভা মিচন—লৰ্ড ওৱাভেল আৰু নেহৰুৰ অস্থায়ী মন্ত্ৰিসভা—লৰ্ড লুই মাউণ্টবেটেন—ভাৰত আৰু পাকিস্তানৰ স্বাধীনতা লাভ—১৫ আগষ্ট ১৯৪৭ খৃঃ—স্বাধীন ভাৰত—।

**লৰ্ড লিন্‌লিথ্‌গো**—লৰ্ড উইলিংডনৰ দিনত পাৰ্লামেণ্টত গৃহীত হোৱা ভাৰত শাসন আইন এওঁৰ দিনত ( ১৯৩৭ চনৰ ১ এপ্ৰিল তাৰিখে ) প্ৰৱৰ্ত্তিত হয়। এওঁৰ শাসনকালৰ অন্যতম ঘটনা হৈছে দ্বিতীয় মহাসমৰৰ আৰম্ভণ। জাৰ্ম্মানিয়ে আন্তৰ্জ্জাতিক বন্দৰ ডান্‌জিগ আক্ৰমণ কৰাৰ ফলত বৃটিছেও ১৯৩৯ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে জাৰ্ম্মানিৰ বিৰুদ্ধে ফ্ৰান্সৰ লগ লাগি যুদ্ধ ঘোষণা কৰে। এই সময়ত ভাৰতৰ এঘাৰখন প্ৰদেশত কংগ্ৰেছ মন্ত্ৰিসভাই শাসনকাৰ্য্য চলাইছিল। অসমৰ কংগ্ৰেছী দল আন



লৰ্ড লিন্‌লিথ্‌গো।

দলতকৈ ডাঙৰ হলেও অসম এচেম্‌ব্লিত সংখ্যাগৰিষ্ঠ দল নাছিল আৰু সেই

বাবে কংগ্ৰেছ দলপতি গোপীনাথ বৰদলৈয়ে সংযুক্ত মন্ত্ৰিসভা গঠন কৰিবলগীয়া হৈছিল। বঙ্গদেশ, সিন্ধু আৰু পঞ্জাবৰ বাহিৰে আন আঠাইবোৰ ডাঙৰ প্ৰদেশতে কংগ্ৰেছৰ শাসন চলিছিল। বৃটিছ আৰু কংগ্ৰেছৰ এই সহযোগিতা কিন্তু বেছিদিন টিকিবলৈ নাপালে। দ্বিতীয় মহাসমৰ আৰম্ভ হলত যুদ্ধ-সজাৰ কাৰণে বিপুল আয়োজনৰ আৱশ্যক হ'ল। হিট্লাৰ আৰু মুচোলিনি ৰণোল্লাসত তেতিয়া গোটেই ইউৰোপ থৰহৰি কম্পমান হৈছিল। ভাৰত পৰা ধনে-জনে সম্পূৰ্ণ সহায় নাপালে বৃটিছৰ সৰ্ব্বনাশ হব—ইয়াকে ভাবি বৃটিছ চৰকাৰে কংগ্ৰেছৰ পৰা মহাসমৰত সম্পূৰ্ণ সহযোগিতা খুজিলে।

ভাৰতৰ জাতীয় কংগ্ৰেছৰ কৰ্ণধাৰ মহাত্মা গান্ধীৰ এই বিষয়ত আগৰ ব তিতা অভিজ্ঞতা আছিল। প্ৰথম মহাসমৰতো বৃটিছে ভাৰতক পূৰা স্বায়ত্ত শাসন দিবৰ প্ৰতিশ্ৰুতি দিয়াত, মহাত্মা গান্ধী প্ৰমুখ্যে নেতাসকলে ভাৰতৰ পৰা ধনে-জনে বৃটিছক পাৰে মানে সহায় কৰি-ছিল; কিন্তু যুদ্ধৰ শেষত ভাৰতবৰ্ষই বৃটেনৰ পৰা পালে কি? স্বাধীনতাৰ পৰিবৰ্ত্তে ভাৰতে পালে ১৯১৯ চনৰ ভাৰত শাসন আইন আৰু দ্বৈত-শাসন। গান্ধীজীয়ে বৃটিছক পূৰ্ব্বৰ প্ৰতিশ্ৰুতি সোঁৱৰাই দিছিল। তাৰ পৰা লাভ একো নহ'ল আৰু এনে



মহাত্মা গান্ধী।



২০-২১ চনৰ অসহযোগ আন্দোলনৰ গুৰি কথা। এইবাৰ কংগ্ৰেছ বৃটিছৰ ঠা কথাত ভোল নগ'ল। প্ৰথম মহাসমৰৰ মাজত কোৱাৰ দৰেই বৃটিছে ই বাৰো কলে—যুদ্ধ শেষ হলেই ভাৰতক স্বাধীনতা দিয়া হব। কংগ্ৰেছে লে যে বৃটিছ চৰকাৰৰ আন্তৰিকতাৰ চিন স্বৰূপে এতিয়াই সম্পূৰ্ণ ভাৰপ্ৰাপ্ত ৰতীয় মন্ত্ৰিসভা এখন গঠন কৰি তেওঁলোকৰ হাতত ভাৰতৰ শাসন চলো- ৰ ভাৰ অৰ্পণ কৰক। বৃটিছ প্ৰধান মন্ত্ৰী সাম্ৰাজ্যবাদী মিঃ চাৰ্চ্চিল এই াবত সন্মত হব নোৱাৰিলে। ফলস্বৰূপে এঘাৰখন প্ৰদেশতে কংগ্ৰেছী ন্ত্ৰিসভাই পদত্যাগ কৰিলে আৰু প্ৰাদেশিক গৱৰ্ণৰবিলাকে শাসনকাৰ্য্য াবলগীয়া হ'ল।

ঘটনাৰ সোঁত এনে প্ৰবলভাৱে বৈছিল যে গান্ধীজীয়ে বৃটিছৰ লগত আৰু ন যুদ্ধ অপৰিহাৰ্য্য বুলি বুজি লৈছিল। আত্ম-শক্তি বুজিবৰ কাৰণে তেওঁ ন এজনকৈ সত্যাগ্ৰহী বাচি লৈ ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ িলে (১৯৪১ চনত)। এই আন্দোলন বৃটিছৰ খেদিবৰ কাৰণে কৰা ন্দোলন নাছিল; ই আছিল তাতোকৈ ভয়ঙ্কৰ আৰু কঠোৰ ৰণৰ কাৰণে গ্ৰেছী লোকক সাজু হবলৈ দিয়া ইঙ্গিত। ইতিমধ্যে দ্বিতীয় মহাসমৰ নতুন ললে। বৃটেন, ফ্ৰান্সৰ লগত ৰাচিয়া, মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু চীনদেশেও গ দিলে আৰু মিত্ৰশক্তিৰ শক্তি বঢ়ালে। আনফালে জাপানে পূব-ৰণাঙ্গন ম্ভ কৰি জাৰ্ম্মানি আৰু ইটালিক সহায় কৰিলে। জাপানৰ অগ্ৰগতি ইমান আৰু কৌশলী আছিল যে বৃটেন আৰু মাৰ্কিন দেশৰ সামৰিক শক্তি ান্ত মহাসাগৰত প্ৰায় লোপ পাইছিল। ১৯৪২ চনত জাপানৰ হাতত শক্তিয়ে বাৰে বাৰে পৰাজয় আৰু অপমান বৰণ কৰিবলগীয়া হৈছিল। ানে মালয়, চিঙ্গাপুৰ আৰু ব্ৰহ্মদেশ জয় কৰি অসমৰ সীমাত ভৰি হিলহি। ভাৰতৰ জাতীয় কংগ্ৰেছৰ দলচ্যুত নেতা সুভাষ বসুৱে জাপান াৰৰ সহায়ত সম্পূৰ্ণ স্বাধীন সামৰিক বাহিনী এটি তৈয়াৰ কৰিলে আৰু ই ৰতীয় জাতীয় বাহিনী' (Indian National Army) নামে পৰিচিত

হ'ল। এই বাহিনী আহি নগা পাহাৰৰ সদৰ ঠাই কোহিমালৈকে অধিকাৰ কৰিছিল আৰু স্বাধীন ভাৰতৰ নিচান উৰাই ভাৰতৰ নৰ-নাৰীৰ প্ৰাণত এটি নতুন আশা আৰু উদ্যমৰ ঢৌ বোৱাই দিছিল।

ভাৰতবৰ্ষ জাপানৰ হাতলৈ যোৱাৰ আশঙ্কাত চাৰ্চ্চিলৰ বুকু কঁপি উঠিল আৰু ভাৰতৰ জাতীয় নেতাসকলৰ লগত আলাপ আলোচনা চলাবলৈকে মিঃ ষ্টাফোৰ্ড ক্ৰিপচ্ নামে বৃটিছ মন্ত্ৰিসভাৰ সদস্যএজনক ভাৰতলৈ পঠিয়ালে। ক্ৰিপ্চে কংগ্ৰেছ আৰু মুছলিম লীগৰ নেতাসকলক লগ ধৰিলে আৰু চাৰ্চ্চিল মন্ত্ৰিসভাৰ প্ৰস্তাৱ তেওঁলোকৰ আগতে দাঙি ধৰিলে। কংগ্ৰেছৰ প্ৰস্তাৱ আছিল সকলো ক্ষমতা থকা ভাৰতীয় মন্ত্ৰিসভা এখন গঠন কৰা। ষ্ট্যাফোৰ্ড ক্ৰিপচে সিমান দূৰ আগুৱাবলৈ চাৰ্চ্চিলৰ পৰা নিৰ্দ্দেশ নাপালে। ফলত ক্ৰিপচৰ দৌত্য ব্যৰ্থ হ'ল আৰু নতুন ৰাজনৈতিক পৰিস্থিতি আলোচনা কৰিবৰ বাবে কংগ্ৰেছে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক বোম্বে নগৰত আহ্বান কৰিলে (৮ আগষ্ট, ১৯৪২ চন)। এই কংগ্ৰেছ কমিটিৰ বৈঠকত মহাত্মা গান্ধীয়ে দিয়া বক্তৃতাটি অতি বৈপ্লৱিক আৰু উদ্দীপনাময়ী আছিল। তেওঁৰ প্ৰেৰণাতেই কংগ্ৰেছ কমিটিয়ে বিখ্যাত "ভাৰত এৰি যোৱা" (Quit India) প্ৰস্তাৱটি গ্ৰহণ কৰে। গান্ধীজীয়ে কৈছিল যে তেওঁ শেষবাৰৰ কাৰণে বৃটিছ ভাইচৰয়ৰ লগত আলোচনা কৰিব আৰু সসন্মানে ভাৰত এৰি যাবলৈ তেওঁলোকক এটি সুবিধা দিব। কিন্তু লৰ্ড লিন্‌লিথগোৰ চৰকাৰে গান্ধীজীৰ সেই আলোচনা চলাবলৈকে সুবিধা নিদিলে আৰু ৯ আগষ্টৰ দিনা পুৱা মহাত্মা গান্ধী আৰু প্ৰধান প্ৰধান কংগ্ৰেছী নেতাসকলক বন্দী কৰি ভাৰতৰ বুকুত বিপ্লৱৰ বান বোৱাই দিলে। ১৯৪২ চনৰ গণ-বিপ্লৱ কংগ্ৰেছে আৰম্ভ কৰা নাছিল, কৰিছিল মিঃ চাৰ্চ্চিলৰ ভাৰত-চৰকাৰে। আগষ্ট বিপ্লৱক তিনিটা পৰ্য্যায়ত ভাগ কৰিব পাৰি। জাতীয় নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পাচতে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে জনতাই প্ৰতিবাদ কৰিলে—শোভাযাত্ৰা, সভা আদি পাতি। ৰণসজ্জাৰ কামত প্ৰতিবন্ধক জন্মোৱা হ'ল—



সৈন্যৰ ৰচদ-পাতিৰ যোগান বন্ধ কৰি আৰু যোগাযোগ বিচ্ছিন্ন কৰি। ৰাজহ দিবলৈ জনতা অমান্তি হ'ল। দ্বিতীয় পৰ্য্যায় আৰম্ভ হ'ল পঞ্চায়ত-ৰাজ স্থাপনৰ লগে লগে। বৃটিছ চৰকাৰৰ অস্তিত্ব অস্বীকাৰ কৰা হ'ল আৰু ভাৰতৰ গাৱঁে গাৱঁে নিজৰ মানুহ বাচি লৈ পঞ্চায়ত স্থাপন কৰা হ'ল। গাৱঁৰ সকলো গোচৰ পঞ্চায়তবিলাকে বিচাৰ কৰিবলৈ ললে। বৃটিছৰ আইন, আদালত আৰু পুলিচ থানাৰ কাম নাইকিয়া হ'ল।

বৃটিছ চৰকাৰে নিজৰ অস্তিত্ব ৰক্ষা কৰিবলৈ উঠি-পৰি লাগিল। যুদ্ধৰ আয়োজনত বাধা দিবলৈ যোগাযোগ বিচ্ছিন্ন কৰা হৈছিল—ৰেল লাইন, টেলিগ্ৰাফ আৰু টেলিফোন তাঁৰ আদি নষ্ট কৰি। সেইবোৰৰ পোটক তুলিবলৈ বৃটিছে অবৰ্ণনীয় অত্যাচাৰ কৰিলে—পাইকাৰী জৰিমনা লগোৱা হ'ল। বহুতো লোকে পুলিচ আৰু সৈন্যৰ গুলীত প্ৰাণ হেৰুৱালে আৰু হেজাৰ হেজাৰ লোকক বিনা বিচাৰত বা নামমাত্ৰ বিচাৰত আটক কৰা হ'ল। তৃতীয় পৰ্য্যায় আৰম্ভ হ'ল যেতিয়া ভাৰতীয় জনতাই সশস্ত্ৰ পুলিচ আৰু সৈনিকক—অস্ত্ৰৰ দ্বাৰাই উত্তৰ দিবলৈ ওলাল। ঠায়ে ঠায়ে সৈনিক আৰু জনতাৰ মাজত অস্ত্ৰৰ যুদ্ধ আৰম্ভ হ'ল। পুলিচৰ থানা আদি পুৰি দিয়া হ'ল। বৃটিছ গুপ্তচৰৰ ওপৰত আক্ৰমণ চলিল আৰু কোনো কোনো ঠাইত দেশী বোমাৰ ব্যৱহাৰ কৰা হ'ল। বিপ্লৱী জনতাক মাজে-সময়ে পৰামৰ্শ দিয়া হৈছিল বিপ্লৱীসকলৰ দ্বাৰা পৰিচালিত দুই-তিনিটা বেঁতাৰ কেন্দ্ৰৰ পৰা।

আগষ্ট-বিপ্লৱ চলি থাকোঁতেই ভাৰতত দুটা ডাঙৰ শোকাবহ ঘটনা ঘটিল। বন্দী অৱস্থাতে মহাত্মা গান্ধীৰ সহধৰ্ম্মিণী শ্ৰীমতী কস্তুৰীবাইৰ মৃত্যু হয় আৰু বঙ্গদেশত দুৰ্ভিক্ষ হয়। নিৰীহ জনতাৰ যিকণ খোৱাবস্তু আছিল সেইখিনিৰে চলেবলে চৰকাৰে গৈ সৈন্য-বাহিনীক যোগান ধৰিলে আৰু ফলত বঙ্গদেশত আকাল হৈ প্ৰায় ত্ৰিশ লাখ মানুহৰ প্ৰাণহানি হয় আৰু ততোধিক মানুহ উপযুক্ত খাদ্যৰ অভাৱত নৰ-কঙ্কালত পৰিণত হয়। বৃটিছ চৰকাৰৰ উৎপীড়ন আৰু দুৰ্ভিক্ষ আদিৰ প্ৰকোপত আগষ্ট বিপ্লৱৰ লাহে লাহে শা

কাটে, কিন্তু এই বিপ্লৱে বৃটিছ চৰকাৰৰ ঘৰ ঘৰৰ ভেটিতে বেমাৰৰ বীজ ছটিয়াই দিলে; পাটনাৰ সশস্ত্ৰ পুলিচ আৰু বোম্বেৰ নৌ-বাহিনীৰ ভিতৰত বিদ্ৰোহে দেখা দিলে। ভাৰতত বৃটিছ চৰকাৰৰ অস্তিত্ব ৰাখিছিল ভাৰতৰ সৈনিক দলে। এতিয়া গোটেই সৈন্য বাহিনীৰ ভিতৰতে বিপ্লৱ আৰম্ভ হোৱাৰ ভয়ত বৃটিছ চৰকাৰ সশঙ্কিত হৈ উঠিল।

বৃটিছৰ এই দুৰ্য্যোগৰ অৱস্থাত ভাৰতত ভাইচৰয় আছিল লৰ্ড ওৱাভেল (১৯৪৩—৪৭ খৃঃ)। লৰ্ড ওৱাভেলে ইয়াৰ আগতে ভাৰতৰ প্ৰধান সেনাপতি হিচাপে অশেষ সুখ্যাতি আৰ্জ্জিছিল আৰু সামৰিক প্ৰতিভাৰ কাৰণেই যুদ্ধকালীন অৱস্থাত তেওঁক গৱৰ্ণৰ জেনেৰেল আৰু ভাইচৰয় পদত নিযুক্ত কৰা হৈছিল। এওঁৰ শাসনকালৰ ভিতৰতে জাৰ্ম্মানিয়ে মিত্ৰপক্ষৰ হাতত আত্ম-সমৰ্পণ কৰে (১৯৪৫ চনৰ ৭ মে'ত)। জাপানী সৈন্যকো ভাৰতৰ ৰা খেদি দিয়া হয় আৰু ব্ৰহ্মদেশ পুনৰ দখল কৰিবৰ কাৰণে তুমুল যুদ্ধ াৰম্ভ হয়। ১৯৪৫ চনৰ ৬ আগষ্ট তাৰিখে জাপানী চহৰ হিৰোচিমা'ৰ পৰত মাৰ্কিন বিমানে প্ৰথম আণবিক বোমা বৰ্ষণ কৰে আৰু সেই মাহৰে ০ তাৰিখে জাপানে সন্ধিৰ প্ৰস্তাৱ কৰে। এই বছৰৰ ভিতৰতে ভাৰতৰ াতীয় নেতাসকলক জেলৰ পৰা মুক্তি দিয়া হয় আৰু আপোচ-আলোচনাৰ াৰণে চিমলাত এখন সম্মিলন বহে। নানা কাৰণত লৰ্ড ওৱাভেলে আহ্বান ৰা চিমলা-সম্মিলন ব্যৰ্থ হয়। মহাসমৰৰ অন্ত হোৱাৰ পিচতে বৃটেনত ধাৰণ নিৰ্ব্বাচন হয় (১৯৪৫ চনত) আৰু সেই নিৰ্ব্বাচনত মিঃ চাৰ্চ্চিলৰ ৰোধী শ্ৰমিক দলে বিপুল ভোটাধিকাৰত জয় লাভ কৰে। শ্ৰমিকদলৰ তা মিঃ ক্লিমেণ্ট এটলিৰ চৰকাৰে ভাৰতৰ লগত এটি সুমীমাংসা কৰিবলৈ ৰিবে পৰাই যত্ন আৰম্ভ কৰিলে আৰু তেওঁ ১৯৪৬ চনত মিঃ পেথিক ৰেন্সৰ নেতৃত্বত তেওঁৰ মন্ত্ৰিসভাৰ তিনিজন সদস্যক ভাৰতীয় জাতীয় ংগ্ৰেছ আৰু মুছলিম লীগৰ লগত আলোচনা কৰিবলৈ পঠিয়ালে। লিম লীগৰ দলপতি মিঃ জিন্নাই ভাৰতক দুভাগ কৰি এভাগ হিন্দু



আৰু আনভাগ মুছলমানসকলৰ হাতত দি যাব লাগে বুলি দাবী কৰিলে। ১৯৪৬ চনৰ ১৬ মে তাৰিখে বৃটিছ কেবিনেট মিচনে ভাৰতক স্বাধীনতা দিবৰ এটা পৰিকল্পনা ঘোষণা কৰিলে। কংগ্ৰেছ আৰু মুছলিম লীগ দুয়ো দলে এই আঁচনি গ্ৰহণ কৰিলে আৰু সেই মতে শ্ৰীজৱহৰলাল নেহৰুৱে অন্তৰ্বৰ্ত্তী চৰকাৰ গঠন কৰিলে (১৯৪৬ চনৰ—২ চেপ্তেম্বৰ), কিন্তু মুছলিম লীগে কেবিনেট মিচনৰ আঁচনি গ্ৰহণ নকৰোঁ বুলি জনালে। কিছুদিনৰ পিচত লীগৰ পাঁচজন সভ্যই নেহৰু মন্ত্ৰিসভাত যোগদান কৰে।

স্বাধীন ভাৰতৰ কাৰণে সংবিধান ৰচনা কৰিবলৈ ১৯৪৬ চনৰ ৯ ডিচেম্বৰ তাৰিখে দিল্লীত গণপৰিষদৰ অধিবেশন আহ্বান কৰা হয়। মুছলিম লীগে



জৱহৰলাল নেহৰু।



এট্‌লি।

ভাত যোগদান নকৰিলে। এই বিধিপথালি সত্ত্বেও এট্‌লি গৱৰ্ণমেণ্টে ঘোষণা কৰিলে যে ভাৰতক স্বাধীনতা দিয়া হ'বই (১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰী) আৰু সেই উদ্দেশ্যে তেওঁ বৃটিছ পাৰ্লামেণ্টত ভাৰত-স্বাধীনতা-বিল উথাপন কৰিবলৈ

যে-জা কৰিলে। ১৯৪৭ চনত ভাৰতৰ শেষ বৃটিছ ভাইচৰয় নিযুক্ত হ'ল লৰ্ড লুই মাউণ্টবেটেন। তেৱোঁ কোনোমতে মুছলিম লীগক অখণ্ড স্বাধীন-ভাৰতৰ আঁচনি গ্ৰহণ কৰিবলৈ মান্তি কৰাব নোৱাৰিলে।

লীগৰ সভাপতি মিঃ জিন্না চাহেব এই বিষয়ত অচল-অটল। অৱশেষত ভাৰত বিভাজন নীতিত মহাত্মা-গান্ধী প্ৰমুখ্যে কংগ্ৰেছ নেতাসকলেও স্বীকৃতি দিবলগীয়া হ'ল আৰু ১৯৪৭ চনৰ ৩ জুনৰ দিনা ভাৰত বিভাগৰ আঁচনি ঘোষণা কৰা হ'ল। এইদৰে অখণ্ড ভাৰতৰ স্বাধীনতাৰ কাৰণে ৬০ বছৰ ধৰি কংগ্ৰেছ অবিচলিতভাৱে বৃটিছ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে যি যুদ্ধ কৰিছিল—সেই যুদ্ধৰ সম্পূৰ্ণ ফল পোৱা নহ'ল। অতি কম সময়ৰ ভিতৰত বৃটিছ পাৰ্লামেণ্টে "ভাৰত স্বাধীনতা আইন" গ্ৰহণ কৰিলে ( ১৯৪৭ চনৰ জুলাই মাহত ) আৰু ১৯৪৭ চনৰ ১৫ই আগষ্টৰ দিনা পৰাধীন ভাৰতবৰ্ষৰ ঠাইত 'ভাৰত' আৰু 'পাকিস্তান'ৰ প্ৰতিষ্ঠা হ'ল।



জিন্না।

ভাৰত স্বাধীন হবৰ আজি প্ৰায় কুৰি বছৰ মাথোন হ'ল। এটা জাতিৰ জীৱনত কুৰি বছৰ অতি কম সময়। তথাপি চালুকীয়া অৱস্থাতে শ্ৰীকৃষ্ণই পুতনা ৰাক্ষসীক বধ কৰি অলৌকিক বিক্ৰমৰ পৰিচয় দিয়াৰ দৰে এই কম সময়ৰ ভিতৰতে স্বাধীন ভাৰতে যুদ্ধৰ আতঙ্ক কমাই পৃথিৱীত শান্তি-স্থাপনৰ



কাৰণে যি অসীম সাহস দেখুৱাইছে, বিশ্ব-ৰাষ্ট্ৰ-সঙ্ঘৰ ( U. N. O. ) দ্বাৰা স্বীকৃত হৈছে।

## প্ৰশ্নমালা

১। যিবোৰ ঘটনাৰ ফলত চাৰ ষ্টাফোৰ্ড ক্ৰিপচক বৃটিছ চৰকাৰে ভাৰতীয় নেতাসকলৰ লগত আলোচনা কৰিবলৈ পঠাইছিল, সেই ঘটনাবোৰৰ বিৱৰণ দিয়া। ক্ৰিপচৰ দৌত্য কিয় বিফল হৈছিল ?

( Narrate briefly the events that led to the appointment of the Cripps Mission. Why did it fail ? )

২। "ভাৰত এৰি যোৱা" প্ৰস্তাৱৰ জন্মদাতা কোন আছিল ? কেনেকৈ এই প্ৰস্তাৱৰ ফল স্বৰূপে ভাৰতৰ "বিয়াল্লিচৰ বিপ্লৱ" আৰম্ভ হৈছিল সেই ঘটনাবোৰৰ উল্লেখ কৰা।

( Who was the author of the "Quit India" resolution ? What were the results ?)

৩। বিয়াল্লিচৰ বিপ্লৱৰ কাৰণ আৰু ফলাফল বৰ্ণনা কৰা।

( Describe the causes and the results of the mass movement of 1942. )

৪। এট্‌লিৰ বৃটিছ চৰকাৰে কি কাৰণে ভাৰতক দুভাগ কৰি ভাৰত আৰু পাকিস্তান গঠন কৰিছিল তাৰ চমু বিৱৰণ দিয়া।

( Why did the British Govt. under Attlee divide India into India and Pakistan ? Touch briefly how the problem of division of India developed. )

---

## একাদশ অধ্যায়

# স্বাধীনতাৰ পিচত।

ভাৰতৰ স্বাধীনতা আইন—স্বাধীন ভাৰতৰ সমস্যা- মহাত্মা গান্ধীৰ মহা-প্ৰয়াণ—স্বাধীন ভাৰতৰ সংবিধান—মৌলিক অধিকাৰ—ইউনিয়ন চৰকাৰ—ৰাজ্যিক চৰকাৰ—।

**ভাৰতৰ স্বাধীনতা আইন**—কেনেকৈ বৃটিছ পাৰ্লামেণ্টত গৃহীত হোৱা ১৯৪৭ চনৰ "ভাৰতৰ স্বাধীনতা আইন" অনুসৰি ভাৰতবৰ্ষ "ভাৰত" আৰু "পাকিস্তান" নামে দুখন দেশত পৰিণত হ'ল, সেই কথা আগৰ অধ্যায়ত উনুকিওৱা হৈছে। এই আইনমতে ভাৰত আৰু পাকিস্তান দুখন "ডোমিনিয়ন" বুলি ঘোষণা কৰা হ'ল। পঞ্জাব আৰু বঙ্গদেশক হিন্দু-প্ৰধান আৰু মুছলমান-প্ৰধান ঠাই অনুসৰি ভাগকৰি হিন্দু-প্ৰধান ঠাইবোৰক ভাৰতৰ লগত আৰু মুছলমান প্ৰধান ঠাইবোৰক পাকিস্তানৰ লগত যোগ দিয়া হ'ল। উত্তৰ-পশ্চিম সামান্ত প্ৰদেশ, বৃটিছ বেলুচিস্থান, সিন্ধু, পশ্চিম পঞ্জাব, পূৰ্ব্ববঙ্গ আৰু অসমৰ চিলেট জিলাৰ সৰহভাগ ঠাই গোট খুৱাই পাকিস্তান গঠন কৰা হ'ল। ভাৰতবৰ্ষৰ বাকীখিনি ঠাই লগলগাই নব-গঠিত ভাৰত ডোমিনিয়ন হ'ল।

দেশীয় ৰাজ্যবিলাকক নিজৰ সুবিধা আৰু ইচ্ছা অনুযায়ী যি কোনো এখন ডোমিনিয়নত লগ লাগিবলৈ অথবা স্বাধীন ৰাজ্য হিচাপে থাকিবলৈ অধিকাৰ দিয়া হ'ল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতীয় ডোমিনিয়নৰ গবৰ্ণৰ জেনেৰেল হিচাপে নিযুক্ত হ'ল লৰ্ড মাউণ্টবেটেন আৰু পাকিস্তানৰ গবৰ্ণৰ জেনেৰেল হ'ল মিঃ জিন্না। ভাৰতৰ প্ৰধান মন্ত্ৰী নিৰ্ব্বাচিত হ'ল জৱহৰলাল নেহৰু। ডাঃ ৰাজেন্দ্ৰপ্ৰসাদৰ সভাপতিত্বত ভাৰতীয় গণ পৰিষদে স্বাধীন ভাৰতৰ সংবিধান ( constitution ) ৰচনাৰ কাম আৰম্ভ কৰিলে।

**স্বাধীন ভাৰতৰ সমস্যা**—ভাৰত স্বাধীন হ'ল আৰু বিশ্ব-ৰাষ্ট্ৰ-সঙ্ঘত অভাবনীয় আদৰো পালে। কিন্তু দেশৰ ভিতৰত এজেহাৰ-এটা সমস্যাই আহি



দেখা দিলে। স্বাধীনতাৰ আগেয়ে হোৱা (১৯৪৬ চনৰ) সাম্প্ৰদায়িক সঙ্ঘৰ্ষই হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে মনত তিক্তভাৱ সৃষ্টি কৰিছিল। দেশবিভাজনৰ পিচত লাখ-লাখ ভগনীয়া মানুহ পশ্চিম পঞ্জাব আৰু পূৰ্ব্ববঙ্গৰ পৰা ভাৰতৰ নানা ঠাই ভৰি পৰিলহি। তেওঁলোকৰ দুখ-দুৰ্গতি বৰ্ণনাৰ অতীত। তেওঁলোকক পুনৰ্স্থাপন কৰা সমস্যাই ভাৰত চৰকাৰৰ এটা ডাঙৰ চিন্তাৰ কথা হৈ পৰিল। তাৰোপৰি আহিল দেশীয় ৰাজ্যবিলাকৰ সমস্যা।

এই প্ৰসঙ্গত চৰ্দ্দাৰ পেটেলৰ কথা আপোনা-আপুনি আহি মনত পৰে। নেহৰু মন্ত্ৰিসভাৰ তেওঁ আছিল স্বৰাষ্ট্ৰমন্ত্ৰী আৰু উপপ্ৰধানমন্ত্ৰী। প্ৰায় পাঁচশ বিভিন্ন সৰু-বৰ দেশীয় ৰাজ্যক যিদৰে তেওঁ এটি সৈন্যও হানি নকৰাকৈ আৰু এটি গুলীও ব্যৱহাৰ নকৰাকৈ ভাৰতৰ লগত চামিল কৰিছিল, সি ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ এটি চমকপ্ৰদ ঘটনা। বাকী ৰ'ল কেৱল কাশ্মীৰ, জুনাগড় আৰু হায়দৰাবাদ। এই তিনিখন দেশীয় ৰাজ্যৰ কাৰণে ভাৰত আৰু পাকিস্তানৰ ভিতৰত ভালেখিনি বাদ-বিসম্বাদ হয়। আনকি এইবোৰ সমস্যা সমাধানৰ কাৰণে ভাৰতে বিশ্ব-ৰাষ্ট্ৰ-সঙ্ঘৰ সহায় বিচাৰিব লগীয়া হয়। জুনাগড়ৰ সমস্যা নিৰাকৰণ হল জনমতৰ দ্বাৰা। জনসাধাৰণে ভাৰতৰ লগত চামিল হ'বলৈ ইচ্ছা প্ৰকাশ কৰিলে। হায়দৰাবাদত "ৰাজাকৰ" নামে এটি সাম্প্ৰদায়িক অনুষ্ঠানে এনেদৰে শাসনৰ চাবি-কাঠি তেওঁলোকৰ কৰায়ত্ত কৰি ল'লে আৰু ভাৰতৰ বিৰোধী কামত তৎপৰ হ'ল যে ভাৰত চৰকাৰে তেওঁলোকক আওকাণ কৰিব নোৱাৰা হ'ল। অৱশেষত ভাৰতে "পুলিচ ব্যৱস্থা" ( Police action ) কৰি হায়দৰাবাদৰ লক্ষ লক্ষ অধিবাসীক অত্যাচাৰীৰ শাসনৰ পৰা ৰক্ষা কৰি সিবিলাকৰ কৃতজ্ঞতাভাজন হ'ল।

কাশ্মীৰৰ শাসনকৰ্ত্তাই কোনো সিদ্ধান্তত উপনীত হোৱাৰ আগতেই পাকিস্তানৰ ইঙ্গিতত উত্তৰ-পশ্চিম সীমান্তৰ পাহাৰী লোক কিছুমান কাশ্মীৰ আক্ৰমণ কৰিলে। এই আক্ৰমণৰ গুৰিত পাকিস্তানৰ সম্পূৰ্ণ সহযোগ আছিল। অতৰ্কিত আক্ৰমণত নিৰুপায় হৈ কাশ্মীৰৰ ৰজাই ভাৰত অথবা পাকিস্তান—

যি কোনো এখন দেশত চামিল হোৱাৰ সিদ্ধান্ত লবলৈ বাধ্য হ'ল আৰু স্ব-ইচ্ছাৰে ভাৰত ডোমিনিয়নত যোগ দিলে। আত্মৰক্ষাৰ কাৰণে ভাৰত চৰকাৰ পাকিস্তানী সৈন্যৰ লগত কাশ্মীৰৰ ৰণাঙ্গনত যুজিলবগীয়া হয় আৰু কাশ্মীৰীসকলক অত্যাচাৰৰ পৰা ৰক্ষা কৰে। কাশ্মীৰত এতিয়া সম্পূৰ্ণ গণতান্ত্ৰিক শাসন স্থাপিত হৈছে আৰু গণ-ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হোৱা গণ-পৰিষদে কাশ্মীৰ ভাৰতত অন্তৰ্ভুক্ত হৈ থাকিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে। এই সিদ্ধান্ত পাকিস্তানৰ মনঃপুত হোৱা নাই আৰু তেওঁলোকে কাশ্মীৰ সম্পৰ্কে কি নীতি গ্ৰহণ কৰে সি ভৱিষ্যতৰ গৰ্ভত।

১৯৪৮ চনৰ ২১ জুন তাৰিখে শ্ৰীচক্ৰবৰ্ত্তী ৰাজা গোপালাচাৰী ভাৰতৰ গৱৰ্ণৰ জেনেৰেল নিযুক্ত হয়। এৱেঁই ভাৰতৰ প্ৰথম ভাৰতীয় গৱৰ্ণৰ জেনেৰেল।

**মহাত্মা গান্ধীৰ মহাপ্ৰয়াণ**—১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা মহাত্মা গান্ধীয়ে আততায়ীৰ গুলীত ইহলীলা সম্বৰণ কৰে। তেওঁ আৱেলি প্ৰাৰ্থনা সভালৈ যাওঁতে নাথুৰাম গড্‌চেই গুলী কৰি তেওঁক হত্যা কৰে। এই ঘটনা দিল্লী নগৰত ঘটে। মহাত্মাৰ মৃত্যুত অকল ভাৰতবৰ্ষই নহয় গোটেই পৃথিবী শোকত ম্ৰিয়মাণ হৈছিল। অহিংসাৰ পূজাৰী, ভাৰতৰ স্বাধীনতাৰ চৰম সাধক, বিশ্বপ্ৰেম আৰু বিশ্বকল্যাণৰ পথ-প্ৰদৰ্শক মহাত্মাৰ দেহত্যাগ হিংসাত্মক কাৰ্য্যৰ মাজেদি হ'ল—ইয়াতকৈ অদৃষ্টৰ ডাঙৰ পৰিহাস আৰু কি হব পাৰে?

এইবোৰ দুৰ্য্যোগৰ উপৰিও দেশত খাদ্যাভাৱৰ সমস্যাই দেখা দিছিল। তথাপিতো ভাৰতৰ নেতৃবৃন্দই যে এইবোৰ বিঘিনি পাৰ হৈ ভাৰতৰ সংবিধান ৰচনা কৰাৰ নিচিনা গুৰুত্বপূৰ্ণ কাম নিৰ্দ্দিষ্ট সময়ৰ ভিতৰতে সম্পূৰ্ণ কৰিব পাৰিলে, ই তেওঁলোকৰ কাৰ্য্যকুশলতাৰ চিন। ভাৰতৰ নতুন সংবিধান ১৯৫০ চনৰ ২৬ জানুৱাৰী তাৰিখে কাৰ্য্যকৰী কৰা হয় আৰু ভাৰত এখন সৰ্ব্বপ্ৰভুত্ব সম্পন্ন গণৰাজ্য বুলি ঘোষণা কৰা হয়। "গণৰাজ্য" ঘোষণা কৰিলেও ভাৰতে কমনওৱেলথৰ ভিতৰতে থকাৰ সিদ্ধান্ত কৰিলে। ইয়াৰ পৰা ভাৰতৰ



কোনো সাৰ্ব্বভৌমিক স্বত্বৰ হানি হোৱা নাই অথচ বেহা-বেপাৰ আৰু অৰ্থনৈতিক ক্ষেত্ৰত যথেষ্ট লাভ হৈছে।

**স্বাধীন ভাৰতৰ সংবিধান**—তিনি বছৰ ধৰি অক্লান্ত পৰিশ্ৰম কৰি ভাৰতৰ গণপৰিষদে স্বাধীন ভাৰতৰ সংবিধান ৰচনা কৰে (১৯৪৬ চনৰ ডিচেম্বৰৰ পৰা ১৯৪৯ চনৰ ২৬ নবেম্বৰলৈকে)। এই সংবিধান মতে প্ৰদেশবোৰক ৰাজ্য (state) বোলা হৈছিল। সৰু-বৰ ২৮ খন ৰাজ্য লৈ ভাৰতৰ গণৰাজ্য গঠিত হৈছিল। কিন্তু ৰাজ্য-পুনৰগঠন আয়োগৰ অনুমোদন অনুসৰি ১৯৫৬ চনৰ পহিলা নবেম্বৰৰ পৰা ভাৰতক ১৭ খন ৰাজ্যপাল শাসিত ৰাজ্য আৰু ৬ খন কেন্দ্ৰীয় শাসিত অঞ্চলত বিভক্ত কৰা হৈছে।*

**মৌলিক অধিকাৰ**—ভাৰতৰ সংবিধানে প্ৰতিজন নাগৰিককে কিছুমান মৌলিক অধিকাৰ দিলে। ফলত প্ৰতি ভাৰতীয় লোকে বাক্-স্বাধীনতা, শান্তিপূৰ্ণ ভাবে সভা বা শোভাযাত্ৰা কৰাৰ স্বত্ব আৰু উপাসনাৰ স্বাধীনতা পালে। আইনৰ চকুত, ধৰ্ম্ম, জাতি, আৰু স্ত্ৰী-পুৰুষ নিৰ্ব্বিশেষে সকলো সমান বুলি সাব্যস্ত হ'ল। অস্পৃশ্যতা আইনতঃ অপৰাধ বুলি ঘোষণা কৰা হ'ল আৰু উপযুক্ত ক্ষতিপূৰণ নিদিয়াকৈ চৰকাৰে কোনো নাগৰিকক সম্পত্তিৰ পৰা বঞ্চিত কৰিব নোৱাৰা হ'ল।

**ইউনিয়ন চৰকাৰ**—ইউনিয়ন চৰকাৰৰ মূল আধাৰ হ'ল ৰাষ্ট্ৰপতি।* ভাৰতৰ পাৰ্লামেণ্টৰ উভয় কক্ষৰ সদস্যসকল আৰু ৰাজ্যবিলাকৰ এচেম্ব্লিলৈ নিৰ্ব্বাচিত হোৱা সদস্যসকলে মিলি পাঁচ বছৰৰ কাৰণে ৰাষ্ট্ৰপতি নিৰ্ব্বাচন কৰা নিয়ম হ'ল। এজন উপ-ৰাষ্ট্ৰপতি নিৰ্ব্বাচন কৰাৰ ব্যৱস্থা আছে। পাৰ্লামেণ্টৰ

* ৰাজ্যপাল শাসিত ৰাজ্য—অসম, পশ্চিমবঙ্গ, বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, যুক্তপ্ৰদেশ, গুজৰাট, মহাৰাষ্ট্ৰ, কেৰেলা, পাঞ্জাব, হৰিয়ানা, ৰাজস্থান, মাদ্ৰাজ, অন্ধ্ৰ, মহীশূৰ, জম্মু আৰু কাশ্মীৰ আৰু নগাভূমি। কেন্দ্ৰীয় শাসিত অঞ্চল—দিল্লী, হিমাচল প্ৰদেশ, মণিপুৰ, ত্ৰিপুৰা, লাক্ষা-মিনিকয়-আমিন দিভি দ্বীপপুঞ্জ আৰু আন্দোমান নিকোবৰ দ্বীপপুঞ্জ।

* ডাঃ ৰাজেন্দ্ৰপ্ৰসাদ ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়।

উভয় কক্ষৰ সদস্যসকলে মিলি পাঁচ বছৰৰ কাৰণে এওঁক নিৰ্ব্বাচন কৰিব লাগে। আমাৰ বৰ্ত্তমান ৰাষ্ট্ৰপতি হৈছে ভি, ভি, গিৰি আৰু উপ-ৰাষ্ট্ৰপতি গোপালস্বৰূপ পাঠক। ৰাষ্ট্ৰপতিৰ উপদেষ্টা হিচাপে প্ৰধান মন্ত্ৰীৰ নেতৃত্বত মন্ত্ৰিসভা (Cabinet) নিযুক্ত কৰাৰ ব্যৱস্থা আছে। মন্ত্ৰিসভা মিলিত-ভাবে পাৰ্লামেণ্টৰ ওচৰত দায়ী। পাৰ্লামেণ্ট দুই কক্ষেৰে গঠিত। এটিৰ নাম লোকসভা ( House of the People ) আৰু আনটিৰ নাম ৰাজ্যসভা। লোক সভাৰ সদস্যৰ সংখ্যা অনধিক পাঁচ শ আৰু ৰাজ্য-সভাৰ সদস্যৰ সংখ্যা অনধিক ২৩৮ জন। ইয়াৰ উপৰি ১৫ জন ভিন্ ভিন্ বিষয়ৰ বিশেষজ্ঞক ৰাষ্ট্ৰপতিয়ে ৰাজ্য-সভালৈ মনোনীত কৰিব পাৰে। লোক-সভাই, নিৰ্ব্বাচিত সদস্যৰ মাজৰ পৰা এজনক অধ্যক্ষ (Speaker) পাতি লয়। ৰাজ্য-সভাৰ সভাপতি হৈছে উপ-ৰাষ্ট্ৰপতি। প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে লোক সভাৰ নিৰ্ব্বাচন হয়। ৰাজ্যসভা সম্পূৰ্ণৰূপে কেতিয়াও ভঙা নহয়। প্ৰতি দুবছৰৰ মূৰে মূৰে এক-তৃতীয়াংশ সদস্যক সদস্য পদৰ পৰা অবসৰ দিয়া হয়।

**ৰাজ্যিক চৰকাৰ**—ৰাজ্যিক চৰকাৰৰ গুৰি ধৰোঁতা হ'ল ৰাজ্যপাল। তেওঁক পাঁচ বছৰৰ কাৰণে ৰাষ্ট্ৰপতিয়ে নিযুক্ত কৰে। তেওঁক শাসন কাৰ্য্যত সহায় কৰিবলৈ মুখ্য মন্ত্ৰীৰ নেতৃত্বত মন্ত্ৰিসভা এখন থাকে। মন্ত্ৰিসভা মিলিতভাবে ৰাজ্যিক এচেম্বলি বা বিধান-সভাৰ ওচৰত দায়ী। প্ৰতিখন ৰাজ্যতে বিধান-সভাৰ সদস্যৰ সংখ্যা স্থিৰ কৰা হৈছে। বিধান-সভাৰ সদস্যসকলৰ বয়স্ক লোকসকলে নিৰ্ব্বাচন কৰে। কোনো কোনো ৰাজ্যত বিধানসভাৰ উপৰিও এখন কাউন্সিল আছে। বিধান-সভাৰ কাৰ্য্যকাল পাঁচ বছৰ।

## প্ৰশ্নমালা

১। ভাৰত স্বাধীন হোৱাৰ পিচত প্ৰধান প্ৰধান ঘটনাবোৰ উল্লেখ কৰা।

(Narrate very briefly the main events that took place in India after independence.)

———

# কিছুমান লাগতিয়াল চন-তাৰিখ

## প্ৰাচীন যুগ

খৃষ্টাব্দ

৩০০০—সিন্ধু-উপত্যকাৰ আনুমানিক সময়।

২৫০০—বৈদিক যুগৰ আৰম্ভণ।

৮১৭— পাৰ্শ্বনাথৰ জন্ম।

৫৫৮—পাৰস্যৰ সম্ৰাট চাইৰাচৰ ৰাজপাট গ্ৰহণ।

৫৪৪—বুদ্ধৰ নিৰ্ব্বাণ লাভ।

৫২৭—মহাবীৰৰ নিৰ্ব্বাণ লাভ।

৫২৭—পাৰশ্যৰ ৰজা প্ৰথম ডেৰায়চৰ সিংহাসন লাভ।

৩২৬—আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণ।

৩২৫—আলেকজেণ্ডাৰৰ ভাৰতবৰ্ষ ত্যাগ।

৩২৪—মৌৰ্য্যবংশৰ অভ্যুত্থান।

৩২৩—জৈনসকলৰ মতে চন্দ্ৰগুপ্ত মৌৰ্য্যৰ সিংহাসন লাভৰ সময়।

২৭৩-২৩২—মহাৰাজ অশোকৰ ৰাজত্ব

৫৮—মালৱ বিক্ৰম চনৰ আৰম্ভণ।

৩০—শুঙ্গ-কাণ্ব বংশৰ পতন। দাক্ষিণাত্যত শাতকৰ্ণিসকলৰ আধিপত্য।

খৃষ্টাব্দ

৭৮—শকাব্দৰ আৰম্ভণি। কুশান ৰজা কণিষ্কৰ ৰাজত্ব।

৩২০—গুপ্ত-অব্দৰ আৰম্ভণ।

৩৬০—সমুদ্ৰগুপ্তৰ ৰাজসভালৈ সিংহলৰ পৰা ৰাজদূত প্ৰেৰণ।

৩৮০—দ্বিতীয় চন্দ্ৰগুপ্তৰ সিংহাসন আৰোহণ।

৪০৫—৪১১—গুপ্ত-সাম্ৰাজ্যত চীনা ভ্ৰমণকাৰী ফা-হিয়ানৰ ভ্ৰমণকাল।

৪১৫—কুমাৰগুপ্তৰ ৰাজত্বৰ আৰম্ভণ।

৪৪৮—অক্সাচ উপত্যকাত হুনসকল।

৪৫৫— স্কন্দগুপ্তৰ ৰাজত্ব-লাভ।

৪৭৩—দ্বিতীয় কুমাৰগুপ্ত।

৪৭৬—জ্যোতিষী আৰ্য্যভট্টৰ জন্ম।

৪৭৭-৪৯৫—বুধগুপ্তৰ ৰাজত্ব ॥

৫৩৩—হুনৰাজ মিহিৰকুলক পৰাজয় কৰোঁতা যশোধৰ্ম্মন্।

৫৬৬-৬৭—চালুক্যৰাজ কীৰ্ত্তিবৰ্ম্মনৰ ৰাজত্ব লাভ।

৬০৬—হৰ্ষবৰ্দ্ধনৰ সিংহাসন লাভ।

৬০৯—চালুক্যৰাজ দ্বিতীয় পুলকেশীৰ অভিষেক।

৬১৯-৬২০—বঙ্গদেশৰ ৰজা শশাঙ্ক।

খৃষ্টাব্দ
৬২২—হিজৰী শকৰ আৰম্ভণ।
৬৩৪—"আইহোল" লিপিত কবি কালিদাস আৰু ভাৰবীৰ উল্লেখ।
৬৪১—হৰ্ষবৰ্দ্ধনৰ দ্বাৰা চীনদেশলৈ ৰাজদূত প্ৰেৰণ।
৬৪২—চালুক্যৰাজ দ্বিতীয় পুলকেশীৰ মৃত্যু।
৬৪২-৬৬৮—পল্লবৰাজ নৰসিংহ বৰ্ম্মণ
৬৪৩—হৰ্ষবৰ্দ্ধনৰ হিউৱেন-চাঙৰ লগত সাক্ষাৎ।
৬৪৬-৪৭—হৰ্ষবৰ্দ্ধনৰ মৃত্যু।
৬৪৭-৪৮—কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্ম্মাই "ওৱাং-হিউৱেনটিক" সাহায্য কৰে।
৬৭২-৭৫—আদিত্য সেন।
৬৭৪—চালুক্যৰাজ প্ৰথম বিক্ৰমাদিত্য, পল্লবৰাজ প্ৰথম পৰমেশ্বৰ বৰ্ম্মন্।
৬৭৫-৬৮৫—নালন্দাত ইট্‌ চিং।
৭১১—মহম্মদ বিন্ কাচিমৰ দ্বাৰা সিন্ধু আক্ৰমণ।
৭১৩—মুছলমানৰদ্বাৰা মূলতান দখল।
৭৩১—যশোবৰ্ম্মনৰ দ্বাৰা চীনদেশলৈ ৰাজদূত প্ৰেৰণ।
৭৩৩—কাশ্মীৰৰ ৰজা ললিতাদিত্য মুক্তাপীড়।
৭৪২—দন্তীদুৰ্গ—চালুক্য সকলৰ কৰতলীয়া ৰজা।

খৃষ্টাব্দ
৭৫৩—ৰাষ্ট্ৰকুট সাম্ৰাজ্যৰ আৰম্ভণ।
৭৯৩-৮১৫—ৰাষ্ট্ৰকুট ৰাজ তৃতীয় গোবিন্দ।
৮১৫-৮৭৭— " অমোঘবৰ্ষ।
৮২৯—কামৰূপৰ ৰজা হৰ্জ্জৰ।
৮৩৬—কনৌজৰ ৰজা ভোজৰ সিংহাসন লাভ।
৮৭১-৯০৭—চোলৰাজ আদিত্য।
৮৯৩—প্ৰতিহাৰ ৰজা প্ৰথম মহেন্দ্ৰ পাল।
৯৫০-১০০৩—কাশ্মীৰৰ ৰাণী দিদ্দা।
৯৭৪-৯৯৫—মুঞ্জ।
৯৭৭—চবকৃতগিনৰ ৰাজপাট লাভ।
৯৮৫—চোল সম্ৰাট ৰাজৰাজৰ সিংহাসন লাভ।
৯৮৬-৮৭—চবকৃতগিনৰ প্ৰথম আক্ৰমণ।
৯৯৭—চবকৃতগিনৰ মৃত্যু।
৯৯৮—চুলতানমামুদৰ ৰাজত্ব লাভ।
১০০১—চুলতান মামুদৰদ্বাৰা জয়পাল পৰাস্ত।
১০১২-১০৪৪—ৰাজেন্দ্ৰ চোল প্ৰথম।
১০১৮—প্ৰতিহাৰ ৰজা ৰাজ্যপাল, গজনিৰ মামুদৰ দ্বাৰা কনৌজ অধিকাৰ।
১০১৮-১০৫৫—ধাৰা ৰাজ্যৰ ৰজা ভোজ।
১০২৬—ৰজা প্ৰথম ভীমদেৱৰ ৰাজত্বকালত সোমনাথ আক্ৰমণ।



খৃষ্টাব্দ
১০৩০—চুলতান মামুদৰ মৃত্যু।
১১১৪-১১৫৪—গাহৰৱালৰ ৰজা গোবিন্দচন্দ্ৰ।
১১৫৮—বল্লাল সেন।
১১৭০-১১৯৫—জয়চন্দ্ৰ।
১১৭৫—মহম্মদ বিন্‌চামৰদ্বাৰা ভাৰত আক্ৰমণ আৰু মূলতান দখল।

খৃষ্টাব্দ
১১৭৮—গুজৰাটত মহম্মদবিন্ পৰাস্ত।
১১৮৫-১২০৫—বঙ্গৰাজ লক্ষ্মণ সেন।
১১৯১—তৰাইণৰ প্ৰথম যুদ্ধ।
১১৯২—তৰাইণৰ দ্বিতীয় যুদ্ধ। চৌহান ৰজা পৃথ্বীৰাজৰ পতন।

## মধ্য যুগ

খৃষ্টাব্দ
১১৯২-৯৩—কুতুবদ্দিন আইবাকে দিল্লী অধিকাৰ কৰে।
১২০৬—মহম্মদ বিন্ চামৰ মৃত্যু আৰু কুতুবদ্দিনৰ ৰাজত্ব লাভ।
১২১০—কুতুবদ্দিনৰ মৃত্যু।
১২১০-১২১১-ইলতুৎমিচৰ ৰাজ্যলাভ।
১২২১—চেঙ্গিজ খাঁৰ নেতৃত্বত মোগল সকলৰ আক্ৰমণ।
১২২৮—অসমত আহোমসকল।
১২৩১-৩২—কুতুব মিনাৰ নিৰ্ম্মাণ।
১২৩৬—ইলতুৎমিচৰ মৃত্যু। ৰেজিয়াৰ ৰাজ্যলাভ।
১২৪০—ৰেজিয়া সিংহাসন-চ্যুত আৰু হত।
১২৪১—মোগলৰ দ্বাৰা লাহোৰ দখল।

খৃষ্টাব্দ
১২৪৬—নাচিৰ উদ্দিন মামুদৰ ৰাজ্যলাভ।
১২৬৫—নাচিৰউদ্দিন মামুদৰ মৃত্যু। গিয়াচউদ্দিন বলবনৰ ৰাজ্যলাভ।
১২৮৭—বলবনৰ মৃত্যু আৰু মইজুদ্দিন কাইকোবাদৰ ৰাজ্যলাভ।
১২৮৮—কয়ালত, মাৰ্কোপলো।
১২৯০—কাইকোবাদৰ মৃত্যু। জালালউদ্দিনৰ ৰাজত্ব লাভ।
১২৯৬—আলাউদ্দিনৰ ৰাজপাট গ্ৰহণ।
১৩০১—আলাউদ্দিনৰ দ্বাৰা "ৰন্থাম্বৰ" দুৰ্গ দখল।
১৩০২-৩—চিতোৰ দখল। মোগলৰ আক্ৰমণ।
১৩০৬-৭—কাফুৰৰ দ্বাৰা দেৱগিৰি আক্ৰমণ।

খৃষ্টাব্দ

১৩১৬-আলাউদ্দিনৰ মৃত্যু। কুতুবদ্দিন মোবাৰকৰ সিংহাসন লাভ।

১৩২৫—মহম্মদ বিন্ টোগ্লকৰ ৰাজ্যলাভ।

১৩২৮—মোগলৰ ভাৰত আক্ৰমণ।

১৩২৯—কয়াচিল অভিযান। ৰূপৰ পৰিবৰ্ত্তে তাম আৰু দস্তাৰ মুদ্ৰা প্ৰচলন।

১৩৩৩-১৩৩৪-ইবন্ বেটুটাৰ আগমন।

১৩৩৬—বিজয়নগৰ স্থাপন।

১৩৪২—ইবন্ বেটুটাৰ দিল্লী ত্যাগ আৰু চীনদেশ গমন।

১৩৪৭—আলাউদ্দিন বাহমান ছাহৰ দাক্ষিণাত্যৰ ৰজা বুলি ঘোষণা।

১৩৫১—মহম্মদ বিন্ টোগলকৰ মৃত্যু। ফিৰোজছাহৰ ৰাজ্যলাভ।

১৩৮৮—ফিৰোজছাহৰ মৃত্যু আৰু গিয়াচউদ্দিন টোগলকৰ সিংহাসন লাভ।

১৩৮৯—গিয়াচউদ্দিনৰ মৃত্যু।

১৩৯৮—টাইমুৰৰ ভাৰত আক্ৰমণ।

১৪১৪—খিজিৰখাঁৰ দিল্লী অধিকাৰ।

১৪২০—নিকোলা কন্টিৰ বিজয়নগৰ ভ্ৰমণ।

১৪৪২—আহমদ্ছাহ বাহমণীৰ দ্বাৰা ওৱাৰঙ্গল অধিকাৰ।

খৃষ্টাব্দ

১৪৩০-১৪৬৯—ৰাণা কুম্ভ।

১৪৫১—বেহ্লুল লোদি দিল্লীৰ চুলতান হয়।

১৪৬৯—গুৰু নানকৰ জন্ম।

১৪৭২—ফৰিদৰ (ছেৰছাহ) জন্ম।

১৪৮৯—চিকন্দৰ লোদিৰ ৰাজ্যলাভ।

১৪৮৯-৯০—বিজাপুৰত "আদিলছাহী" বংশ স্থাপন।

১৪৯০—আহমদ নগৰত নিজামছাহী বংশ স্থাপন।

১৪৯৪—ফাৰগণাত বাবৰৰ ৰাজত্ব লাভ।

১৪৯৭-৯৮—ভাস্কোদি-গামাৰ ভাৰতবৰ্ষলৈ আগমন।

১৫০৪—বাবৰৰ কাবুল অধিকাৰ।

১৫০৯-২৭—ৰাণা সঙ্গ।

১৫১১—বাবৰৰ চমৰকন্দ অধিকাৰ।

১৫১২-১৮—গোলকুণ্ডাৰ কুতুবছাহী বংশৰ দ্বাৰা স্বাধীনতা লাভ।

১৫১৭—চিকন্দৰ লোদিৰ মৃত্যু আৰু ইব্ৰাহিম লোদিৰ সিংহাসন লাভ।

১৫২৫—পাণিপথৰ প্ৰথম যুদ্ধ।

১৫২৭—খানুৱাৰ যুদ্ধ।

১৫২৯—ঘোগ্ৰাৰ যুদ্ধ।

১৫৩০—বাবৰৰ মৃত্যু আৰু হুমায়ুনৰ ৰাজত্ব আৰম্ভ।



ষ্টাব্দ

৫৩৮—ছেৰছাহে বঙ্গদেশৰ মামুদ ছাহক পৰাস্ত কৰে। হুমায়ুনৰ গৌড় প্ৰবেশ। গুৰু নানকৰ মৃত্যু।

৫৩৯—ছেৰছাহৰ হাতত হুমায়ুন পৰাস্ত চৌচাৰ যুদ্ধত; আৰু ছেৰছাহৰ স্বাধীন ৰজা বুলি ঘোষণা।

৫৪০—কনৌজৰ ওচৰত হুমায়ুনৰ পৰাজয়।

৫৪১—আকবৰৰ জন্ম।

৫৪৪—হুমায়ুনৰ পাৰস্যলৈ পলায়ন।

৫৪৫—ছেৰছাহৰ মৃত্যু।

৫৫৫—হুমায়ুনৰ দ্বাৰা পুনৰ দিল্লী অধিকাৰ।

৫৫৬—হুমায়ুনৰ মৃত্যু আৰু আকবৰৰ ৰাজ্যলাভ। পানিপথৰ ২য় যুদ্ধ।

৫৫৮—ইব্ৰাহিম শূৰৰ মৃত্যু আৰু শূৰ বংশৰ পতন।

৫৬০—বৈৰামখাঁৰ পতন। মোগলৰ মালৱা আক্ৰমণ।

৫৬২—আকবৰৰ অম্বৰৰ ৰাজকুমাৰীৰে সৈতে বিয়া।

১৫৬৪—আকবৰৰ দ্বাৰা জিজিয়া কৰ বন্ধ। ৰাণী দুৰ্গাৱতীৰ মৃত্যু আৰু আকবৰৰ দ্বাৰা গণ্ডোৱানা বিজয়।

খৃষ্টাব্দ

১৫৬৫—টালিকোটৰ যুদ্ধ।

১৫৬৮—চিতোৰৰ পতন।

১৫৬৯—কালিঞ্জৰ আৰু ৰন্থাম্ভৰ দখল। যুবৰাজ চেলিমৰ জন্ম।

১৫৭১—ফতেপুৰ চিক্ৰি স্থাপন।

১৫৭২—আকবৰৰ গুজৰাট বিজয়।

১৫৭৬—বঙ্গদেশ দখল। হল্দিঘাটৰ যুদ্ধ।

১৫৮০—আগ্ৰাত প্ৰথম জে-ছুইট মিছনাৰী দল।

১৫৮২—দীন-ইলাহি প্ৰচাৰ।

১৫৮৯—টোডৰমল আৰু ভগবান দাসৰ মৃত্যু।

১৫৯৭—ৰাণা-প্ৰতাপৰ মৃত্যু।

১৬০০—ইষ্ট ইণ্ডিয়া কোম্পানীৰ চনদ লাভ।

১৬০২—আবুলফজলৰ মৃত্যু। ওলন্দাজ ইষ্ট ইণ্ডিয়া কোম্পানী স্থাপন।

১৬০৫—আকবৰৰ মৃত্যু আৰু জাহাঙ্গীৰৰ সিংহাসন লাভ।

১৬০৬—শিখৰ পঞ্চম গুৰু অৰ্জ্জুন সিঙৰ হত্যা।

১৬০৭—নুৰজাহানৰ প্ৰথম স্বামী ছেৰ আফগানৰ হত্যা।

১৬০৯—হকিন্সৰ আগ্ৰা আগমন। পুলিকাটত ওলন্দাজ কাৰখানা আৰম্ভ।

খৃষ্টাব্দ

১৬১১—জাহাঙ্গিৰ আৰু নুৰজাহানৰ বিয়া। মছলিপত্তমত ইংৰাজৰ কাৰখানা স্থাপন।

১৬১২—যুবৰাজ খুৰমৰ লগত মমতাজ মহলৰ বিয়া। চুৰাটত ইংৰাজৰ কাৰখানা স্থাপন। মোগলে কোচ-বিহাৰ অধিকাৰ কৰে।

১৬১৩—ইংৰাজ কোম্পানীলৈ সম্রাট জাহাঙ্গিৰৰ ফৰমান।

১৬১৫—চাৰ টমাচ ৰো'ৰ ভাৰতবৰ্ষলৈ আগমন।

১৬১৬—জাহাঙ্গিৰৰ লগত টমাচ ৰো'ৰ সাক্ষাৎ। চুৰাটত ওলন্দাজ কাৰখানা স্থাপন।

১৬১৮—ইংৰাজৰ কোম্পানীৰ বাবে বাণিজ্যৰ অনুমতি লৈ টমাচ ৰো'ৰ দিল্লী ত্যাগ।

১৬২২—সম্রাটৰ বিৰুদ্ধে ছাজাহানৰ বিদ্ৰোহ।

১৬২৪—ছাজাহানৰ বিদ্ৰোহ দমন।

১৬২৫—চিঞ্চুৰাত ওলন্দাজ কাৰখানা স্থাপন।

১৬২৬—মালিক অম্বৰৰ মৃত্যু। মহবত খাঁৰ বিদ্ৰোহ।

১৬২৭—জাহাঙ্গিৰৰ মৃত্যু। শিবাজীৰ জন্ম।

খৃষ্টাব্দ

১৬২৮—ছাজাহানৰ ৰাজপাট লাভ।

১৬৩১—মমতাজ মহলৰ মৃত্যু।

১৬৩৬—ঔৰংজেব দাক্ষিণাত্যৰ গৱৰ্ণৰ নিযুক্ত।

১৬৩৮—আহোম আৰু মোগলৰ ভিতৰত চুক্তি।

১৬৩৯—মাদ্ৰাজত বৃটিছৰ দ্বাৰা চেইণ্ট ফোৰ্ট দুৰ্গ নিৰ্ম্মাণ।

১৬৫৮—ঔৰংজেবৰ সিংহাসন লাভ।

১৬৫৯—দাৰাৰ হত্যা। মুৰাদ আৰু ছাজাহান ঔৰংজেবৰ হাতত বন্দী। আফজল খাঁৰ হত্যা।

১৬৬০—মিৰজুমলা বঙ্গদেশৰ গৱৰ্ণৰ নিযুক্ত। মুৰাদৰ হত্যা।

১৬৬২—আহোমৰ লগত সন্ধি।

১৬৬৩—মিৰজুম্‌লাৰ মৃত্যু। চায়েস্তা খাঁ বঙ্গদেশৰ গৱৰ্ণৰ নিযুক্ত।

১৬৬৪—শিবাজীৰ চুৰাট লুণ্ঠন। কোলবাৰ্টৰ দ্বাৰা ফৰাচী ইষ্ট ইণ্ডিয়া কোম্পানী স্থাপন। শিবাজীৰ ৰজা উপাধি গ্ৰহণ।

১৬৬৬—ছাজাহানৰ মৃত্যু। শিবাজীৰ আগ্ৰা আগমন আৰু কৌশলেৰে পলায়ন।

১৬৬৮—চুৰাটত প্ৰথম ফৰাচী কাৰখানা।



খৃষ্টাব্দ

১৬৭৪—ফ্ৰাঙ্কোইছ মাৰ্টিনৰ দ্বাৰা পণ্ডিচেৰী স্থাপন। শিবাজীৰ "ছত্ৰীপতি" উপাধি ঘোষণা।

১৬৭৫—শিখগুৰু টেগ বাহাদুৰৰ হত্যা।

১৬৭৯—আকৌ জিজিয়া কৰৰ আৰম্ভণ।

১৬৮০—শিবাজীৰ পৰলোক। যুবৰাজ আকবৰৰ বিদ্ৰোহ। ইংৰাজ কোম্পানীলৈ ঔৰংজেবৰ ফৰমান।

খৃষ্টাব্দ

১৬৮৮—মোগলে কামৰূপ হেৰুৱায় আৰু ই পুনৰ আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত।

১৬৮৬—ইংৰাজৰ লগত মোগলৰ যুদ্ধ। বিজাপুৰৰ পতন।

১৬৮৭—গোলকুণ্ডাৰ পতন।

১৬৯৮—শম্ভুজীৰ হত্যা।

১৬৯০—মোগল আৰু ইংৰাজৰ ভিতৰত সন্ধি। কলিকতা চহৰ স্থাপন।

## আধুনিক যুগ

খৃষ্টাব্দ

১৭৪০—আলিবৰ্দ্দি খাঁ বঙ্গদেশৰ গৱৰ্ণৰ। বালাজী ৰাও পেছোৱাৰ সিংহাসন লাভ। মাৰাঠাসকলৰ আৰ্কট অৱৰোধ।

১৭৪২—মাৰাঠাসকলৰ বঙ্গদেশ আক্ৰমণ। ডুপ্লে 'পণ্ডিচেৰী'ৰ ফৰাচী গৱৰ্ণৰ নিযুক্ত।

১৭৪৪—৪৮—বৃটিছ-ফৰাচীৰ প্ৰথম যুদ্ধ।

১৭৪৭—আহমদছাহ আবদালিৰ ভাৰত আক্ৰমণ।

খৃষ্টাব্দ

১৭৪৮—দিল্লীৰ ৰজা মহম্মদ ছাহৰ মৃত্যু আৰু আহমদ্ ছাহৰ ৰাজপাট লাভ।

১৭৪৯—ছাহুৰ মৃত্যু। বৃটিছৰ পুনৰ মাদ্ৰাজ অধিকাৰ।

১৭৫১—ক্লাইবৰ আৰ্কট ৰক্ষা। আলিবৰ্দ্দি আৰু মাৰাঠাৰ ভিতৰত সন্ধি।

১৭৫৪—দিল্লীত দ্বিতীয় আলমগিৰৰ ৰাজপাট লাভ।

খৃষ্টাব্দ

১৭৫৬—আলিবৰ্দ্দিৰ মৃত্যু আৰু চিৰাজউদ্দৌলাৰ সিংহাসন লাভ।

১৭৫৭—আহমদ্ ছাহ আবদালিৰ দ্বিতীয়বাৰ ভাৰত আক্ৰমণ। পলাচীৰ যুদ্ধ। মিৰজাফৰ বঙ্গৰ নবাব নিযুক্ত।

১৭৬১—পাণিপথৰ তৃতীয় যুদ্ধ। দ্বিতীয় ছাহ আলম দিল্লীৰ সম্রাট হয়। মাধব ৰাও পেছোৱা হয়। হায়দৰ আলিৰ অভ্যুত্থান।

১৭৬৪—বক্সাৰ যুদ্ধ।

১৭৬৫—মিৰজাফৰৰ মৃত্যু। বৃটিছৰ দ্বাৰা বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ।

১৭৬৭—ৰবাৰ্ট ক্লাইবৰ ভাৰত ত্যাগ।

১৭৬৭—৬৯—প্ৰথম মহীশূৰ যুদ্ধ।

১৭৭০—বঙ্গদেশত দুৰ্ভিক্ষ।

১৭৭২—ওৱাৰেন হেষ্টিংচ্ গৱৰ্ণৰ নিযুক্ত।

১৭৭৩—ৰেগুলেটিং এক্ট।

১৭৭৪—ওৱাৰেন হেষ্টিংচ্ গৱৰ্ণৰ জেনেৰেল নিযুক্ত। চুপ্ৰিম কোৰ্ট স্থাপন।

১৭৭৫—৮২—বৃটিছ-মাৰাঠাৰ প্ৰথম যুদ্ধ।

১৭৮০—৮৪—দ্বিতীয় মহীশূৰ যুদ্ধ।

১৭৮১—চৈতসিংহৰ পদচ্যুতি।

১৭৮২—চালবাইৰ সন্ধি। হাইদৰ আলিৰ মৃত্যু।

১৭৮৪—পিটৰ ইণ্ডিয়া এক্ট।

১৭৮৫—ওৱাৰেন হেষ্টিংচৰ পদত্যাগ।

১৭৯০—৯২—মহীশূৰৰ যুদ্ধ (৩য়)।

১৭৯২—ৰঞ্জিৎ সিংহৰ (পঞ্জাব) ৰাজপাট লাভ।

১৭৯৩—চিৰস্থায়ী বন্দবস্ত।

১৭৯৫—খাৰ্দ্দাৰ যুদ্ধ। অহল্যাবাইৰ মৃত্যু।

১৭৯৮—ওৱেলেচ্‌লিৰ সৈতে নিজামৰ চুক্তি।

১৭৯৯—মহীশূৰৰ চতুৰ্থ যুদ্ধ। টিপুচুলতানৰ মৃত্যু। ৰঞ্জিৎ সিং পঞ্জাবৰ গৱৰ্ণৰ নিযুক্ত।

১৮০০—নানা ফাৰ্ণাভিচৰ মৃত্যু। ফোৰ্ট উইলিয়াম কলেজ স্থাপন।

১৮০৩—১৮০৫—দ্বিতীয় বৃটিছ-মাৰাঠা যুদ্ধ।

১৮২৪—২৬—প্ৰথম ব্ৰহ্ম যুদ্ধ।

১৮২৮—লৰ্ড বেন্টিঙ্ক গৱৰ্ণৰ জেনেৰেল নিযুক্ত।

১৮২৯—সতীপ্ৰথা বিলোপ।



খৃষ্টাব্দ

১৮৩০—ৰাজা ৰামমোহন ৰায়ৰ বিলাত গমন।

১৮৩২—অসমৰ জয়ন্তিয়া ৰাজ্য বৃটিছৰ দ্বাৰা দখল।

১৮৩৪—লৰ্ড মেকলে ভাৰতত আইনসচিব নিযুক্ত।

১৮৩৫—শিক্ষা সম্পৰ্কীয় প্ৰস্তাব। মেটকাফৰ ছপাখানাৰ ওপৰত থকা বাধা-নিষেধ প্ৰত্যাহাৰ।

১৮৩৯—ৰঞ্জিত সিংহৰ মৃত্যু।

১৮৫২—দ্বিতীয় ব্ৰহ্মযুদ্ধ।

১৮৫৩—বোম্বেৰ পৰা থানালৈ প্ৰথম ৰেল লাইন স্থাপন। কলিকতাৰ পৰা আগ্ৰালৈ প্ৰথম টেলিগ্ৰাফ লাইন স্থাপন।

১৮৫৭—চিপাহীবিদ্ৰোহ বা স্বাধীনতাৰ প্ৰথম যুদ্ধ।

১৮৫৮—ভাৰতৰ শাসনভাৰ কোম্পানীৰ পৰা পাৰ্লামেণ্টে গ্ৰহণ কৰে। ৰাণীৰ ঘোষণা।

১৮৬১—ইণ্ডিয়া কাউন্সিল এক্ট।

১৮৮২—হাণ্টাৰ কমিচন।

১৮৮৫—ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম অধিবেশন। তৃতীয় ব্ৰহ্ম যুদ্ধ।

১৮৯২—ইণ্ডিয়া কাউন্সিল এক্ট।

১৯০৬—বঙ্গ ভঙ্গ আন্দোলন আৰু কংগ্ৰেছৰ স্বৰাজ সম্পৰ্কে ঘোষণা। মুছলিম লীগ স্থাপন।

১৯০৯—মৰ্লে-মিণ্টো সংস্কাৰ।

১৯১১—ভাৰতৰ চেন্সাচ গ্ৰহণ।

১৯১২—ভাৰতৰ ৰাজধানী কলিকতাৰ পৰা দিল্লীলৈ অপসাৰণ।

১৯১৪—১৯১৮—প্ৰথম মহাসমৰ।

১৯১৬—চেদলাৰ কমিচন। কংগ্ৰেছ-লীগৰ লক্ষ্ণৌ চুক্তি।

১৯১৭—ভাৰতক স্বাধীনতা দিয়া সম্পৰ্কে মিঃ মণ্টেগুৰ ঘোষণা।

১৯১৭-১৮—শিল্প-কমিচনৰ ৰিপোৰ্ট।

১৯১৯—মণ্টেগু-চেমচ্‌ফোৰ্ড সংস্কাৰ। পঞ্জাবৰ জালিৱান ওৱালাবাগৰ-হত্যাকাণ্ড।

১৯২০—খিলাফৎ-আন্দোলন। অসহযোগ আন্দোলন। মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ নব-জাগৰণ।

১৯২৫—আন্তঃ বিশ্ববিদ্যালয়ৰ বোৰ্ড গঠন। চিত্তৰঞ্জন দাসৰ পৰলোক।

১৯২৬—কৃষি-কমিচন গঠন।

১৯২৭—চাইমন কমিচন গঠন কেপ-টাউন চুক্তি।

খৃষ্টাব্দ

১৯২৮—নেহৰু ৰিপোৰ্ট। কৃষি কমিচনৰ ৰিপোৰ্ট।

১৯২৯—লৰ্ড আৰউইনৰ ঘোষণা। লাহোৰ কংগ্ৰেছ আৰু পূৰ্ণ-স্বাধীনতাৰ দাবী।

১৯৩০—আইন অমান্য আন্দোলন। ঘূৰণীয়া মেজমেল (প্ৰথম)।

১৯৩১—গান্ধী-আৰউইনচুক্তি। ঘুৰণীয়া মেজমেল (দ্বিতীয়)।

১৯৩২—কংগ্ৰেছ আন্দোলনৰ ওপৰত বৃটিছৰ দমন নীতি প্ৰয়োগ। ঘূৰণীয়া মেজমেল (তৃতীয়)। পুনা চুক্তি।

১৯৩৪—বিহাৰৰ ভূমিকম্প।

১৯৩৫—ভাৰত শাসন আইন।

১৯৩৬—জৰ্জ্জৰ মৃত্যু। অষ্টম এড-ৱাৰ্ডৰ সিংহাসন প্ৰাপ্তি আৰু ত্যাগ। ষষ্ঠ জৰ্জ্জৰ ৰাজপাট লাভ।

খৃষ্টাব্দ

১৯৩৭—(১ এপ্ৰিল)—প্ৰাদেশিক স্বায়ত্ত-শাসনৰ আৰম্ভণ। কংগ্ৰেছৰ মন্ত্ৰিমণ্ডলী সংগঠন (জুলাইৰ পৰা)।

১৯৩৯—দ্বিতীয় মহাসমৰ। কংগ্ৰেছৰ শাসনভাৰ ত্যাগ।

১৯৪২—(৯ আগষ্ট)—নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বে অধি-বেশন। কংগ্ৰেছ নেতাসকলৰ গ্ৰেপ্তাৰ আৰু আগষ্ট বিপ্লৱ। ক্ৰিপচৰ দৌত্য।

১৯৪৬—কেবিনেট মিচনৰ পৰিকল্পনা। (১৬ মে')। অস্থায়ী ভাৰতীয় চৰকাৰ গঠন (২ চেপ্তেঃ)।

১৯৪৭—(১৫ আগষ্ট)—ভাৰতৰ স্বাধীনতা ঘোষণা।

১৯৪৮—(৩০ জানুৱাৰী)—মহাত্মা গান্ধীৰ মহাপ্ৰয়াণ।

১৯৫০—(২৬ জানুৱাৰী)—ভাৰত গণৰাজ্য বুলি ঘোষণা।

——

# তুলনামূলক সময়-নিৰূপক ৰেখা

| শতিকা সন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
|---|---|---|
| পূঃ ৩০০০— ২৫০০ লৈকে | সিন্ধু উপত্যকাৰ সভ্যতা হৰপ্পা আৰু মহেঞ্জোদাৰো প্ৰভৃতিত দ্ৰাবিড়ীয় সভ্যতাৰ পয়োভৱ। | |
| পূঃ ২৫০০— ২০০০ লৈকে | ভাৰতলৈ আৰ্য্যসকলৰ আগমন আৰু বসতি স্থাপন। বেদ ৰচনা আৰম্ভণ। | |
| পূঃ ২০০০— ১৫০০ লৈকে | চাৰিবেদৰ ৰচনা। ব্ৰাহ্মণ গ্ৰন্থ ৰচনা আৰম্ভণ। ভাৰতৰ চাৰিওফালে আৰ্য্য বসতিবিস্তাৰ। আৰ্য্য-অনাৰ্য্যৰ যুদ্ধ। | অসুৰ বংশৰ অসমত ৰাজত্ব স্থাপন। নৰকাসুৰ আৰু বাণ অসুৰৰ ৰাজত্ব। |
| পূঃ ১৫০০— ১৫০০ লৈকে | ভাৰতৰ আধিপত্য স্থাপনৰ কাৰণে বিভিন্ন আৰ্য্য ফৈদৰ ভিতৰত প্ৰতিযোগিতা। কুৰুক্ষেত্ৰৰ যুদ্ধ (১৪১৪ খৃঃ পুঃ)। উপনিষদ ৰচনা আৰম্ভণ। | ভগদত্ত, ঘটোৎকচ আৰু বভ্ৰুবাহন আদি অসুৰবংশী লোকৰ ৰাজত্ব আৰু কুৰুক্ষেত্ৰৰ যুদ্ধত এওঁলোকৰ যোগদান। |
| খৃঃ পূঃ ১০০০— ৫০০ লৈকে | মহাবীৰ আৰু বুদ্ধৰ জন্ম আৰু নিৰ্ব্বাণ। ভাৰতত জৈন আৰু বৌদ্ধ ধৰ্ম্মৰ প্ৰচাৰ আৰম্ভ। উপনিষদ ৰচনা সমাপ্ত। সূত্ৰ গ্ৰন্থ সমূহ ৰচনাৰ কাল। পাণিনি আৰু মনুসংহিতাৰ ৰচনা। | |
| খৃঃ পূঃ ৫০০— যিশু খৃষ্টৰ জন্ম লৈকে | আলেকজেন্দাৰৰ ভাৰত আক্ৰমণ। মৌৰ্য্য বংশৰ সাম্ৰাজ্য প্ৰতিষ্ঠা। চন্দ্ৰগুপ্ত আৰু মহাৰাজ অশোকৰ ৰাজত্ব—বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ শুঙ্গ আৰু কাণ্ব বংশৰ ৰাজত্ব। | |

| শতিকা চন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
|---|---|---|
| যিশুখৃষ্টৰ জন্মৰ পৰা— ৫০০ খৃঃ লৈকে | কুশান, পাৰ্থিয়ান আৰু শক-সকলৰ উত্তৰ-পশ্চিম ভাৰতত ৰাজত্ব। গুপ্তবংশৰ দ্বাৰা ভাৰতত বিশাল সাম্ৰাজ্য স্থাপন—সমুদ্ৰগুপ্ত—চন্দ্ৰগুপ্ত বিক্ৰমাদিত্য—কুমাৰ গুপ্ত—স্কন্দগুপ্ত—হুনসকলৰ ভাৰত আক্ৰমণ। সংস্কৃত সাহিত্যৰ সোণালী যুগ। | |
| খৃঃ ৫০০— ১০০০ লৈকে | যশোবৰ্ম্মন আৰু তেওঁৰ হাতত হুনসকলৰ পৰাজয়। মৌখৰী বংশৰ দ্বাৰা উত্তৰ ভাৰতত ৰাজ্যস্থাপন—হৰ্ষবৰ্দ্ধনৰ ৰাজত্ব—দাক্ষিণাত্য চালুক্যৰাজ দ্বিতীয় পুলকেশীৰ প্ৰতিষ্ঠা লাভ—বঙ্গদেশৰ দক্ষিণ-পশ্চিম অংশত শশাঙ্কৰ ৰাজত্ব। হিউ-ৱেন-চাঙৰ ভাৰত ভ্ৰমণ। মহম্মদ-বিন-কাচিমৰ সিন্ধু আক্ৰমণ—যশোবৰ্ম্মনৰ ৰাজত্ব—দাক্ষিণাত্যত ৰাষ্ট্ৰকূট বংশৰ ৰাজত্ব। উত্তৰ ভাৰতত প্ৰতিহাৰ বংশৰ প্ৰাধান্য— | কামৰূপত বৰ্ম্মন বংশৰ ৰাজত্ব। ষষ্ঠ শতিকাৰ শেষ ভাগ আৰু সপ্তম শতিকাৰ আদিছোৱাত ভাস্কৰ-বৰ্ম্মাৰ ৰাজত্ব আৰু হিউৱেনচাঙৰ কামৰূপ-ভ্ৰমণ। ভাস্কৰ বৰ্ম্মা আৰু হৰ্ষবৰ্দ্ধনৰ ভিতৰত সৌহাৰ্দ্দ্য স্থাপন। |
| খৃঃ ১০০০— ১৫০০ লৈকে | মামুদৰ সোমনাথ আক্ৰমণ—দাক্ষিণাত্যৰ চোল বংশৰ প্ৰাধান্য—ৰাজপুতসকলৰ অভ্যুদয়—পৃথ্বীৰাজ আৰু জয়চাঁদৰ ৰাজত্ব তৰাইণৰ প্ৰথম যুদ্ধ ১১৯১ খৃঃ—তৰাইণৰ দ্বিতীয় যুদ্ধ ১১৯২ খৃঃ আৰু পৃথ্বীৰাজৰ মৃত্যু। | নীলাম্বৰৰ কমতাৰ সিংহাসন লাভ ১১৫৫ খৃঃ। |



| শতিকা চন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
|---|---|---|
| খৃঃ ১০০০— ১৫০০ লৈকে | তৰাইণৰ (থানেশ্বৰ) প্ৰথম আৰু দ্বিতীয় যুদ্ধ ১১৯১ খৃঃ আৰু ১২৯২ খৃঃ। উত্তৰ ভাৰতত গাহৰৱাল আৰু চৌহান ফৈদৰ ৰাজপুতৰ শাসন। দিল্লীত পাঠান সকলৰ ৰাজ্য-প্ৰতিষ্ঠা। ভাস্কো-দি-গামাৰ জলপথেৰে ভাৰতবৰ্ষলৈ আগমন ১৪৯৭-৯৮ খৃঃ। | ১১৫৫ খৃঃ নীলাম্বৰৰ দ্বাৰা কমতাৰ সিংহাসন লাভ। হোচেনৰ দ্বাৰ কমতাপুৰ ধ্বংস। ১২০০ খৃঃ বক্তিয়াৰ খিলজি অসম আক্ৰমণ আৰ পৰাজয়। ১২২৮ খৃ চুকাফাৰ নেতৃত্বত অসম আহোম সকলৰ প্ৰবে আৰু ৰাজ্যস্থাপন ১৪৪৯ খৃঃ মহাপুৰু শঙ্কৰদেৱৰ জন্ম। |
| খৃঃ ১৫০০— ১৫৫০ লৈকে | ১৫২৬ খৃঃ পাণিপথৰ ১ম যুদ্ধ আৰু ইব্ৰাহিম লোদিৰ পৰাজয়। বাবৰৰ দ্বাৰা ভাৰতীয় সাম্ৰাজ্য প্ৰতিষ্ঠাৰ আৰম্ভণ। ১৫৩০ খৃঃ বাবৰৰ মৃত্যু আৰু হুমায়ুনৰ ৰাজ্য-লাভ। ১৫৪২ খৃঃ আকবৰৰ জন্ম। ১৫৪৫ খৃঃ ছেৰছাহৰ মৃত্যু। | ১৫১৫ খৃঃ বিশ্বসিংহ দ্বাৰা কোচ ৰাজ্য স্থাপন মহাৰাজ নৰ-নাৰায়ণ ৰাজত্ব ( ১৫৪০-৮১ খৃঃ মুছলমানৰ হাত চিলাৰায় বন্দী আ পিচত তেওঁৰ মুক্তিলাভ শঙ্কৰদেৱ, মাধৱদে হৰিদেৱ আদি মহাপুৰ সকলৰ দ্বাৰা বৈষ্ণৱ ধ প্ৰচাৰ। |
| খৃঃ ১৫০০— ১৬০০ লৈকে | হুমায়ুনৰ দ্বাৰা পুনৰ ৰাজ্য উদ্ধাৰ ১৫৫৫ খৃঃ। আকবৰৰ সিংহাসন লাভ ১৫৫৬ খৃঃ। | মুছলমানৰ দ্বা কোচ-হাজো অধিক আহোম ৰজা চুক্লেনমু |

| শতিকা চন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
| --- | --- | --- |
| | পাণিপথৰ ২য় যুদ্ধ ১৫৫৬ খৃঃ। হল্‌দিঘাটৰ যুদ্ধত ৰাণা প্ৰতাপৰ পৰাজয় ১৫৭৬ খৃঃ। ইংৰাজৰ ইষ্ট ইণ্ডিয়া কোম্পানী গঠন ১৬০০ খৃঃত। | মৃত্যু। চুথাম্‌ফা বা খোৰা ৰজাৰ ৰাজপাট লাভ। |
| ১৬০০— ৬৫০ লৈকে | জাহাঙ্গিৰৰ সিংহাসন লাভ ১৬-০৫ খৃঃ। মুছলিপত্তমত ইংৰাজৰ কুঠি স্থাপন ১৬১১ খৃঃ। চাৰ টমাচ ৰো'ৰ ভাৰত আগমন ১৬১৫ খৃঃ। জাহাঙ্গিৰৰ মৃত্যু আৰু শিৱাজীৰ জন্ম ১৬২৭ খৃঃ। ছাজাহানৰ সাম্ৰাজ্য লাভ ১৬২৮ খৃঃ। শিবাজীৰ দ্বাৰা তোৰ্ণা দুৰ্গ দখল ১৬৪৬ খৃঃ। | মুছলমানৰ অসম আক্ৰমণ। কোচৰাজ্যৰ অবসান। আহোম ৰজা প্ৰতাপ সিংহৰ ৰাজত্ব; আহোমমোগলৰভিতৰতে সন্ধি স্থাপন—১৬৩৮ খৃঃ। |
| ১৬৫০— ০০ লৈকে | ঔৰংজেবৰ দিল্লীৰ ৰাজপাট লাভ। মিৰজুম্লাক অসম আক্ৰমণ কৰিবলৈ আদেশ। মোগলবাহিনীৰ অসমত পৰাজয়। প্ৰতিশোধ লবৰ বাবে ৰজা ৰামসিংহৰ লগত আকৌ মোগলবাহিনী প্ৰেৰণ। শৰাইঘাটৰ ৰণত আকৌ মোগল বাহিনীৰ পৰাজয় ১৬৭১ খৃঃ। ইটাখুলি ৰণত আহোমৰ আকৌ জয়লাভ আৰু কামৰূপ জিলা মোগলৰ পৰা হস্তগত। শিবাজীৰ নেতৃত্বত মাৰাঠা জাতিৰ অভ্যুদয়। | জয়ধ্বজ সিংহৰ ৰাজত্ব আৰু মিৰজুমলাৰ অসম আক্ৰমণ। আহোমৰ লগত মিৰজুমলাৰ সন্ধি ১৬৬২ খৃঃ। চক্ৰধ্বজ সিংহৰ ৰাজত্ব আৰু শৰাইঘাটৰ যুদ্ধ আৰম্ভ। ৰজা উদয়াদিত্যৰ ৰাজত্ব আৰু শৰাইঘাটত মোগলৰ পৰাজয় ১৬৭১ খৃঃ। মহাৰাজ ৰুদ্ৰসিংহৰ ৰাজত্ব। |



| তিকা ৰ তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
| --- | --- | --- |
| ১৭০০— ০ লৈকে | | |
| ৭৫০— লৈকে | গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিচৰ ভাৰত শাসন। অসমৰ ভিতৰুৱা কথাত প্ৰথমবাৰৰ কাৰণে বৃটিছৰ হস্তক্ষেপ—কেপ্তেইন ওৱেলচৰ দ্বাৰা মোৱামৰীয়াৰ বিদ্ৰোহ দমন ১৭৯২ খৃঃ। | গৌৰীনাথ সিংহৰ ৰাজত্ব আৰু মোৱামৰীয়াৰ বিদ্ৰোহ। অসমৰ ৰাজধানী ৰংপুৰ নগৰৰ পৰা যোৰহাটলৈ স্থানান্তৰ। |
| ১৮০০— ০ লৈকে | লৰ্ড আমহাৰ্ষ্ট, ভাৰতৰ গৱৰ্ণৰ জেনেৰেল নিযুক্ত ১৮২৩ খৃঃ। মানে ইংৰাজৰ ৰাজ্য আক্ৰমণ কৰিলত অসমলৈ ডেভিদ্ স্কটৰ তলত ইংৰাজ বাহিনী প্ৰেৰণ। মানৰ হাতৰ পৰা অসম উদ্ধাৰ ১৮২৫ খৃঃত। লৰ্ড উইলিয়ম গৱৰ্ণৰ জেনেৰেল নিযুক্ত। তেওঁৰ সামাজিক সংস্কাৰমূলক আইন-সমূহ। | চন্দ্ৰকান্ত সিংহৰ ৰাজত্ব। অসমত মানৰ আক্ৰমণ আৰু অত্যাচাৰ ইংৰাজৰ দ্বাৰা মানসৈন্য পৰাস্ত আৰু ইয়াণ্ডাবু সন্ধি ১৮২৭ খৃঃ। ডেভিদ্ স্কট অসমৰ প্ৰথম কমিচনাৰ নিযুক্ত। বৃটিছ দ্ৰোহিতাৰ অপৰাধত জীউৰাম ডুলীয়া বৰুৱা আৰু পিয়লি ফুকনৰ ফাঁচী (১৮৩০ খৃঃ)। পুৰন্দৰ সিংহৰ উজনি অসমৰ জমিদাৰী লাভ ১৮৩৫ খৃঃ। পুৰন্দৰ সিংহৰ জমিদাৰী উচ্ছেদ ১৮৩৮ খৃঃ। |
| ১৮৫০— ০০ লৈকে | ভাৰতত স্বাধীনতাৰ প্ৰথম যুদ্ধ আৰম্ভ ১৮৫৭ খৃঃ। লৰ্ড কেনিং গৱৰ্ণৰ জেনেৰেল নিযুক্ত। বিদ্ৰোহ | মণিৰাম দেৱান (১৮০৬—১৮৫৮ খৃঃ)। চিপাহী বিদ্ৰোহ বা |

| শতিকা চন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
| --- | --- | --- |
| | দমন আৰু ভাৰতৰ শাসন, ইষ্ট ইণ্ডিয়া কোম্পানীৰ পৰা বৃটিছ পাৰ্লামেণ্টৰ হাতলৈ স্থানান্তৰ ১৮৫৮ খৃঃ। | স্বাধীনতাৰ প্ৰথম যুদ্ধ মণিৰাম দেৱান যোগাযোগ। মণিৰা দেৱান আৰু পিয়াল বৰুৱাৰ ফাঁচী (১৮৫৮খৃ অসম পৃথক প্ৰদে হিচাপে গঠন ১৮৭৪ খৃ মণিপুৰৰ বিদ্ৰোহ আ কুইণ্টন চাহাবৰ হত ১৮৯১ খৃঃ। |
| খৃঃ ১৯০০— ১৯৫০ লৈকে | বঙ্গ-ভঙ্গ আন্দোলন ১৯০৬ খৃঃ। দিল্লীৰ দৰবাৰ ১৯১১ খৃঃ। বঙ্গদেশৰ পুনৰ একত্ৰীকৰণ। ভাৰতৰ ৰাজধানী কলিকতাৰ পৰা দিল্লীলৈ স্থানান্তৰ ১৯১২ খৃঃ। প্ৰথম মহাসমৰ ১৯১৪—১৮ খৃঃ। ভাৰতক স্বাধীনতা দিয়া সম্পৰ্কে ভাৰত-সচিব মণ্টেগুৰ ঘোষণা ১৯১৭ খৃঃ। অসহযোগ আন্দোলন ১৯২০—২১ খৃঃ। চাইমন কমিচন নিয়োগ ১৯২৭ খৃঃ। আইন অমান্য আন্দোলন ১৯৩০—৩২ চন। ঘূৰণীয়া মেজমেল আৰু তাৰ ব্যৰ্থতা। নতুন ভাৰত-শাসন আইন ১৯৩৫ খৃঃ। ১৯৩৭ খৃঃৰ পৰা ভাৰতত স্বায়ত্ত-শাসন প্ৰবৰ্ত্তন। দ্বিতীয় মহাসমৰ ( ১৯৩৯—৪৫ খৃঃ ) | অসমক পূৰ্ব্ব-বঙ্গ লগত যোগ দি নতু প্ৰদেশ হিচাপে গঠ ১৯০৫ খৃঃ। অসমৰ আকৌ পৃথক প্ৰদে হিচাপে গঠন ১৯১২ খৃ অসমক গৱৰ্ণৰৰ প্ৰদে বুলি ঘোষণা(১৯২১ খৃঃ) ১৯২০—২১ চন অসহযোগ আন্দোলন ১৯৩০—৩১ চনৰ আই অমান্য আন্দোলন ১৯৩৭ চনৰ পৰা অসম ভিন্ ভিন্ ৰাজনৈতিক দলৰ মন্ত্ৰিসভা গঠন দ্বিতীয় মহাসমৰ (১৯৩৯ ৪৫ খৃঃ। ) বিয়াল্লিচ |



| শতিকা চন-তাৰিখ | ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ঘটনা | অসমৰ উল্লেখযোগ্য ঘটনা |
| --- | --- | --- |
| | গান্ধীজীৰ "Quit India" প্ৰস্তাৱ আৰু বিয়াল্লিচৰ গণ-বিপ্লৱ। ভাৰত বিভাগ আৰু স্বাধীনতা ঘোষণা ১৯৪৭ খৃঃৰ ১৪ই আগষ্ট। গান্ধীজীৰ হত্যা ১৯৪৮ খৃঃৰ ৩০ জানুৱাৰী। ভাৰতবৰ্ষ ৰিপাব্লিক বুলি ঘোষণা ১৯৫০ খৃঃৰ ২৬ জানুৱাৰী। পঞ্চ বাৰ্ষিক পৰিকল্পনা আৰু তাৰ অগ্ৰগতি। | গণ বিপ্লৱ। ১৯৪৬ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছ দলৰ সাফল্য আৰু বৰদলৈ মন্ত্ৰিসভা গঠন। ১৫ আগষ্টত ( ১৯৪৭ খৃঃ ) স্বাধীনতা লাভ। গোপীনাথ বৰদলৈৰ মৃত্যু আৰু অসমত প্ৰবল ভূমিকম্প। বিষ্ণুৰাম মেধিৰ দ্বাৰা কংগ্ৰেছ মন্ত্ৰিসভা গঠন। |